# দেৱদাসী

চৰণত কান্দে যাৰ প্ৰেমাঞ্জলি...

ড° হেম বৰা

এন এল পাব্লিকেশ্বনছ
পাণবজাৰ, গুৱাহাটী-১

**DEVADASI– Charanat Kande Zar Premanjali... :** An Assamese novel
Written by Dr. Hem Borah & Published by Alak Adhikary, N. L. Publications,
A. R. B. Road, Panbazar, Guwahati-781 001
First Edition : February, 2010 Price : Rs. 120.00

**প্ৰথম প্ৰকাশ ঃ** ফেব্ৰুৱাৰী, ২০১০

**প্ৰকাশক ঃ**
অলক অধিকাৰী
এন এল পাব্লিকেশ্বন্‌ছ
পাণবজাৰ, গুৱাহাটী-৭৮১ ০০১

**বেটুপাত ঃ**
ধনঞ্জয় শৰ্মা

**টাইপ ছেটিং ঃ**
ডাউন টাউন কম্পিউটাৰ
ভৰলুমুখ, গুৱাহাটী-৯

**মূল্য ঃ** ১২০.০০ টকা

**মুদ্ৰণ ঃ**
মহামায়া গ্ৰাফিক্স
পাণবজাৰ, গুৱাহাটী-১

দেৱদাসীক লৈ উপন্যাস লিখিবলৈ
যি উদগাইছিল—

দেৱেশ্বৰ বৰাৰ হাতত

কৃতজ্ঞতা

চিৰঞ্জিতা বৰা
তৰুণ বৰা
ধনঞ্জয় শৰ্মা
অলক অধিকাৰী
বিকাশজ্যোতি বৰুৱা
আৰু
মুদ্ৰণ, প্ৰকাশনত সহযোগ কৰা সমূহ কৰ্মীলৈ।

কাক দিবা? দিবা কাক? মনৰ মাধুৰীৰাশি, শৰীৰৰ শোভা সুকুমাৰ?
দেৱতাক? দেৱতাৰ নুগুচে পিয়াহ হায়, অভাগিনী
প্ৰেমেৰে আমাৰ।

দেৱতাক লাগে তেজ, ৰঙা তেজ লাগে মাথোঁ মানুহৰ
আহত হিয়াৰ,
তুমি তাক প্ৰেম দিবা? চৰণত কান্দে যাৰ প্ৰেমাঞ্জলি
ৰম্ভা মেনকাৰ!

(দেৱদাসী : দেৱকান্ত বৰুৱা)

## কৈফিয়ৎ —

দেৱদাসীৰ আধাৰত ৰচিত এই উপন্যাসৰ কাহিনীবোৰ, চৰিত্ৰ আদি প্ৰায়ে কাল্পনিক। ক্ষেত্ৰ হিচাপেহে ডুবি দেৱালয়ক গ্ৰহণ কৰা হৈছে। ডুবিৰ প্ৰতিষ্ঠা, মহিমা, প্ৰাকৃতিক দুৰ্যোগ আদি তথ্যৰ লগতে প্ৰচলিত কিম্বদন্তিৰ পৰাও আহৰণ কৰা হৈছে। ইতিহাসৰ লগতে ৰজাঘৰীয়া কথাবোৰ, মোগলৰ আক্ৰমণ আদি গ্ৰহণ কৰা হ'লেও এইখন ঐতিহাসিক উপন্যাস নহয়। ডুবিৰ ইতিহাস যেন লাগিলেও— ই কাল্পনিক। দেৱকান্ত বৰুৱাৰ 'দেৱদাসী'ৰ পৰা উদ্ধৃত কবিতাফাকিৰ অন্তিমত থকা 'চৰণত কান্দে যাৰ প্ৰেমাঞ্জলি' ৰম্ভা-মেনকাৰ বেদনা, ক্ষোভ ইত্যাদি প্ৰকাশ কৰাৰে প্ৰয়াস এই উপন্যাস।

# এক

প্ৰায় একুৰি হাতীৰ বাহিনী এটা আহি ঠাইখনত উপস্থিত হ'লহি। পাছে পাছে অস্ত্ৰ-শস্ত্ৰ লোৱা সহস্ৰাধিক পদাতিক। ঠাইখনত গোট খোৱা প্ৰজাৰ নানা ভাবৰ সৃষ্টি হ'ল। কিছুমানে ভয় খাই দূৰলৈ আঁতৰি গ'ল। ইজনে সিজনক ফুচফুচাই ক'লে— 'ৰজা আহি পালেহি।', মাউত বিলাকে হাতীবিলাক শাৰী পাতি বইত পেলালে। শাৰীটোৰ মাজত এটা দঁতাল হাতী। প্ৰতিটো হাতীৰ ওপৰত দুই-তিনিজন বিশেষ ব্যক্তি বহি আহিছে। দঁতাল হাতীটোৰ হাওদাখন অতি চমৎকাৰ। কাঠেৰে তৈয়াৰী হ'লেও হেঙুল-হাইতালৰ বিচিত্ৰ চিত্ৰৰে পৰিপূৰ্ণ। তদুপৰি পাট কাপোৰৰ আলোৱান তৰা। হাওদাৰ ওপৰত এখন চন্দ্ৰতাপ ৰ'দ আৰু সৰু-সুৰা বৰষুণৰ পৰা আৰোহীক ৰক্ষা কৰিব পৰাকৈ নিৰ্মিত। ওপৰফালে জোঙা হোৱাত দূৰৰ পৰা এটা বিশাল ছত্ৰ যেন লাগে।

অন্য এটা হাতীৰ পৰা নামি অহা বিষয়া এজনে দুজন লোকক লৈ চুটি জখলা এডাল আনি গজৰাজৰ পিঠিৰ সোঁফালে হাওদাখনৰ কাষত পাতি দিলেহি। হাওদাখনৰ পৰা এজন অতি সুন্দৰ-সুঠাম ৰক্তৰঞ্জিত সু-পুৰুষ নামি আহিল। মাটিত ভৰি দিয়াৰ লগে লগে চাৰিওফালে থকা প্ৰজাসকলে মহা আনন্দ কৰি চিএঞৰি চিএঞৰি ক'লে—

জয় মহাৰাজৰ জয়।

জয় কামৰূপাধিৰাজৰ জয়।

জয় কামৰূপাধিপতি ভাস্কৰ বৰ্মা মহাৰাজৰ জয়।'

*জয়ধ্বনিৰে ঠাইখনৰ আকাশ নিনাদি উঠিল। হাতী বাহিনী আৰু সৈনা দেখি পলাই যোৱা মানুহবোৰো লাহে লাহে ওচৰ চাপি আহিল। দবা-শংখ আৰু কাঁহৰ* সমবেত ধ্বনিৰ সৈতে ঘণ্টাবোৰ বাজি উঠিল।

এটা অভূতপূৰ্ব পৰিবেশ সৃষ্টি হ'ল।

ৰজাৰ দুয়ো কাষত ভালেমান অমাত্যই থিয় দিলেহি। ভাস্কৰ বৰ্মাৰ ৰূপ আৰু বল শক্তিৰ ওচৰত সকলো নিষ্প্ৰভ হ'ল। হস্তী বাহিনীটোৰ ভিতৰত জিলিকি থকা গজৰাজৰ দৰেই ভাস্কৰ বৰ্মাও জিলিকি পৰিল।

মাটিত নামিয়েই তেওঁ এটা সন্তোষৰ হাঁহি মাৰিলে। ৰজাৰ বল-বিক্ৰমক চেৰ পেলাব পৰা হাঁহি। ৰজাৰ দম্ভ, গৰ্ব, মান-অভিমান যেন একো নাই। এজন সহজ-সৰল মানুহৰ আচৰণেই তেওঁ কৰিলে। ভাস্কৰ বৰ্মাই সকলোৰে হৃদয় স্পৰ্শ কৰি গ'ল। উপস্থিত প্ৰজাসকলে ৰজাৰ আগত আঁঠু ল'লে। ৰজাই দুহাত যোৰকৈ নমস্কাৰ কৰি অভিবাদন জনালে। যেন তেৰোঁ ৰাইজৰে এজন। ঠাইখন কামৰূপ ৰাজ্যৰ এখন সাধাৰণ গাঁও। গাঁওখনে আজি সাৰ পাই উঠিছে। এই ঠাইতে এটি শিৱলিঙ্গ প্ৰতিষ্ঠা কৰা হৈছে। শিৱৰ মহাভক্ত কামৰূপৰ অধীশ্বৰ ভাস্কৰ বৰ্মাই ৰাজধানীৰ পৰা কিছুদূৰত হ'লেও, মন্দিৰ উদ্বোধন কৰি শিৱৰ মহালিঙ্গত সেৱা জনাবলৈ আহিছে। তেওঁ নিজেই শিৱভক্ত আৰু মন্দিৰৰ পৃষ্ঠপোষক। ইতিমধ্যে নিয়োজিত পূজাৰীজনে লিঙ্গ অৰ্চনাৰ সকলো ব্যৱস্থা নিয়াৰিকৈ কৰি ৰাখিছিল। পূজাৰীক কলিঙ্গ দেশৰ পৰা অনা হৈছে। পূজাৰীজনো তেজোদ্দীপ্ত পূৰ্ণ-যৌৱনৰ অধিকাৰী ব্যক্তি। ভাস্কৰ বৰ্মাৰ বয়সো বৰ বেছি নহয়। তথাপি তেওঁক বয়সতকৈ ডেকা যেন লাগিল। তেওঁ অবিবাহিত; চিৰকুমাৰ।

ভাস্কৰ বৰ্মা পূজাৰ থলীৰ ফালে আগবাঢ়িল। পূজাৰীয়ে নৈবেদ্য যাচি আগবঢ়াই নিলে। ৰজাৰ বিষয়া কেইজনমান আগতে উপস্থিত হৈ বহিবৰ আসন আদি প্ৰস্তুত কৰি ৰাখিছিল। খাবৰ বাবে বিভিন্ন ফলমূল, মালভোগ কল, দৈ, এৰাঁ গাখীৰ আদি গোটোৱা হৈছিল।

নিৰ্দিষ্ট আসনত মহাৰাজ ভাস্কৰ বৰ্মা উপবিষ্ট হ'ল। তেওঁৰ পিছত অমাত্য কেইজনমান, গা-ৰক্ষী আদি থিয় দি ৰ'ল। ৰজাৰ সম্মুখতে পূজাৰীয়ে শিৱলিঙ্গত এৰাঁ গাখীৰ ঢালি স্নান কৰোৱালে। তাৰ পিছত অনুমতি লৈ বেলপাতেৰে বন্দনা আৰম্ভ কৰিলে। পূজাৰীয়ে গুৰু-গম্ভীৰ স্বৰেৰে স্তোত্ৰ আৰম্ভ কৰিলে। চাৰিওফালে এটা প্ৰশান্ত নিস্তব্ধতা। পূজাৰীৰ স্তোত্ৰধ্বনিত হোৱাৰ বাদে অন্য কোনো শব্দ নাই। পূজাৰীয়ে উচ্চাৰণ কৰিলে—

'ওঁ কাৰং বিন্দু সংযুক্তং নিত্য ধ্যায়ন্তি যোগিনঃ।
কামদাং মোক্ষদঞ্চৈব ওঁ কাৰায় নমোঃ নমঃ॥
ন জাতং নৈব সম্ভূতং ক্ষয়োযস্য ন বিদ্যতে।
নমন্তি দেৱতাঃ সৰ্ব্বে ন কাৰায় নমো নমঃ॥'

পূজাৰী অকণমান ৰ'ল। শিৱলিঙ্গত পূজাৰ বিভিন্ন নৈবেদ্য প্ৰদান কৰি তেওঁ পূৰ্বৰ গাম্ভীৰ্যতাৰে আকৌ গালে—

'মহাদেৱং মহাত্মানং মহাযোগেশ্বৰং হৰং।
মহাপাপ হৰং দেৱং মকৰায় নমো নমঃ॥
শিৱং শান্তং জগন্নাথং লোকানুগ্ৰহকাৰকং।
শিৱমেকং পৰং বন্দ্যা শিকাৰায় নমো নমঃ॥'

মন্ত্ৰৰ মাজতে পূজাৰীয়ে পাঁচপতীয়া বিল্ব-পত্ৰ দি দুহাতেৰে অৰ্চনা কৰিবলৈ ইঙ্গিত দি স্তোত্ৰ গাই গ'ল—

'যত্ৰ তত্ৰ জগন্নাথো জগদ্ব্যাপী মহেশ্বৰঃ।
জগৎ কৰ্তা জগদ্ধৰ্তা যকাৰায় নমো নমঃ।
গড়ক্ষৰামিদং স্তোত্ৰং যঃ পঠোচ্ছিৱসান্নিধৌ।
ইহলোকে সুখং প্ৰাপ্য অন্তে যাতি পৰাঙ্গতিম।।'

পূজাৰীৰ স্তোত্ৰ পাঠ শেষ হ'ল। প্ৰণিপাত জনাবলৈ ৰজাক ক'বলগীয়া নহ'ল। মহাদেৱৰ অন্যতম ভক্ত ভাস্কৰ বৰ্মাই নিজেই আঁঠু লৈ বিগ্ৰহলৈ সেৱা জনালে। পূজাৰীয়ে মন্ত্ৰ পাঠেৰে আশীৰ্বাদ দিলে— 'চন্দ্ৰ সূৰ্য থাকে মানে মহাদেৱৰ কৃপাত মহাৰাজ ভাস্কৰ বৰ্মন চিৰচৰ্চিত চিৰস্মৰণীয় হৈ জ্যোতিষ্কৰ দৰে জিলিকি থাকিব।'

ৰজাৰ লগতে তেওঁৰ অনুচৰসকলেও সেৱা জনালে। দবা-কাঁহ-শংখ আৰু বাজি উঠিল। প্ৰথম ভাগ পূজা শেষ হোৱাত ৰজাই মন্দিৰৰ লিঙ্গ আৰু বিগ্ৰহৰ নিয়মীয়া পূজা-অৰ্চনা চলি থাকিবৰ বাবে একুৰি সোণৰ মুদ্ৰা আৰু ছকুৰি ৰূপৰ মুদ্ৰা আগবঢ়ালে। মন্দিৰটি সুন্দৰকৈ নিৰ্মাণৰ বাবে এজন বিষয়াক দায়িত্ব দিলে।

ভাস্কৰ বৰ্মা প্ৰজাৰঞ্জক ৰজা। সেই অঞ্চলৰ প্ৰজাৰ সুখ-দুখৰ বা-বাতৰি লৈ তেওঁ প্ৰাগ্‌জ্যোতিষপুৰলৈ উভতিল। তাৰ আগতে পূজাৰীৰ লগত আলোচনা কৰি মন্দিৰৰ নাম ৰাখিলে পৰিহৰেশ্বৰ মন্দিৰ। দুৰ্বলগিৰি নামৰ টিলাটি জিলিকি উঠিল। অঞ্চলটোৰ পুৰণি নাম তল পৰি গ'ল। পৰিহৰেশ্বৰ বুলিয়েই সকলোৱে ক'বলৈ ধৰিলে। মন্দিৰত প্ৰতিদিনে পূজা-অৰ্চনা চলিবলৈ ধৰিলে। পুৰুষ-মহিলা সকলোৱেই পুৱা বা সন্ধ্যাৰ আৰতিত যোগ দিবলৈ অহা হ'ল।

কলিঙ্গ দেশৰ পূজাৰীজনৰ ব্যৱহাৰ-পাতি যথেষ্ট ভাল। তেওঁ ইতিমধ্যে থলুৱা ভাষা শিকি লৈছে। থলুৱা ভাষাৰ ভিতৰত কোচ আৰু বড়ো ভাষাই অন্যতম। পূজাৰীৰ নিজস্থানৰ যি ভাষা— সেই ভাষাৰ লগত ডা-ডাঙৰীয়াসকলৰ ভাষাৰ যথেষ্ট মিল থকাত একো অসুবিধা হোৱা নাছিল। অঙ্গ-বঙ্গ-কলিঙ্গৰ ভাষা প্ৰায় একেই আছিল। প্ৰাচ্য-প্ৰাকৃত বুলি খ্যাত ভাষাটো আলপাইনসকলেও কোৱাত আৰ্যসকল কামৰূপত গুৰুত্বপূৰ্ণ হৈ উঠিল। কিন্তু, মানুহৰ মুখৰ ভাষা ক্ৰমে সলনি হৈ আহি থাকিল। একেটা প্ৰাকৃতৰ তিনিটা সুঁতি দেখা গ'ল। ৰাঢ়, বাৰেন্দ্ৰ আৰু কামৰূপ। কামৰূপৰ ভাষা অন্য দুটাৰ পৰা কিছু আঁতৰি আহিল। অনাৰ্য ভাষাবিলাকৰ নানা শব্দ, নিয়ম-নীতি গ্ৰহণ কৰাৰে এই ফল। ভাস্কৰ বৰ্মাৰ দিনতে এই দেশৰ ভাষাই কামৰূপী ভাষা ৰূপে এটা অৱহট্ট ভাষাৰ ৰূপ গ্ৰহণ কৰিবলৈ ধৰিলে।

কলিঙ্গ দেশৰ পূজাৰীয়ে কামৰূপক নিজৰ দেশৰ দৰেই আপোন অনুভৱ কৰিলে। কামৰূপৰ মানুহবিলাক বৰ সৰল। মানুহবোৰে ভিন্ ভিন্ আচাৰ-সংস্কাৰ মানিলেও, নিজ নিজ ভাষা ক'লেও সমূহীয়াভাৱে কামৰূপী ভাষাকে ব্যৱহাৰ কৰে। আৰ্য-অনাৰ্য সকলো মানুহক যুগে যুগে একেডাল সূতাৰে গাঁঠি ৰাখিছে। নৰকাসুৰ, ভগদত্তৰ দৰে মহাপ্ৰতাপী কিৰাত ৰাজৰ দিনৰ পৰাই এই ভূ-খণ্ডত জাতি-জনজাতিৰ সংমিশ্ৰণ গঢ়ি উঠিছে। ভূতিবৰ্মাই স্থাপন কৰা বৰ্মন সাম্ৰাজ্যত এই প্ৰক্ৰিয়া আৰু গভীৰ হৈ পৰিল। নেগ্ৰিটো-অষ্টিকসকল মঙ্গোলীয় কিৰাতসকলৰ লগত মিলি গ'ল। তিব্বত-বৰ্মী কছাৰীসকল বিভিন্ন ভাগত বিভক্ত হ'লেও, কামৰূপৰ মূলসুঁতিৰ ভাষা আৰু সংস্কৃতিৰ লগত সম্বন্ধ ৰক্ষা কৰি চলিল।

আৰ্যসকলৰ লগত অহা বৈদিক ধাৰণাৰ সৈতে আদিম অধিবাসীৰ ধাৰণা যুক্ত হৈ পৰিল। পৰমেশ্বৰ বিষ্ণুৰ সমকক্ষ স্থানত প্ৰতিষ্ঠিত হ'ল আদিম দেৱতা শিৱ। প্ৰচাৰ হ'ল যত জীৱ তত শিৱৰ ধাৰণা। বৈদিক পূজা-অৰ্চনাতো ইতিমধ্যে শিৱই স্থান লাভ কৰিছিল। বৰ্মন সাম্ৰাজ্যত শৈৱ-চেতনাৰ মহা জাগৰণ ঘটিল।

বৰ্মন সাম্ৰাজ্যৰ প্ৰতিষ্ঠাতা মহাভূতি বৰ্মনৰ সময় ষষ্ঠ শতাব্দী।

তেওঁৰ উত্তৰাধিকাৰী সুস্থিত বৰ্মন।

তেওঁৰ পিছত সু-প্ৰতিষ্ঠিত বৰ্মন।

আৰু তেওঁৰ পিছত ভাস্কৰ বৰ্মন— তেওঁৰ আৰোহণ কাল ষষ্ঠ শতাব্দীৰ শেষ দশক— ৫৯০ খ্ৰীষ্টাব্দ। ৬৫০ খ্ৰীষ্টাব্দলৈ ভাস্কৰ বৰ্মাই কামৰূপত শাসন চলাই গ'ল। ৰজা হোৱাৰ চাৰি বছৰৰ ভিতৰতে তেওঁ পণ্ডিতবৰ্গৰ লগত পৰামৰ্শ কৰি স্থাপন কৰিলে এটা নতুন বৰ্ষপঞ্জী— নতুন চন। ভাস্কৰাব্দ নামে খ্যাত এই বৰ্ষ গণনা আজিও প্ৰচলিত। ভাস্কৰ বৰ্মাৰ ৰাজত্বকাল প্ৰাচীন কামৰূপৰ বুৰঞ্জীত এটি সোণালী অধ্যায়। তেওঁৰ দিনতে কামৰূপৰ সীমা বঙ্গোপসাগৰলৈকে বিস্তৃত আছিল। পুণ্ড্ৰবৰ্ধন ৰাজ্যখনো আছিল ভাস্কৰ বৰ্মাৰ অধীন। পূবে চীন আৰু ব্ৰহ্মদেশৰ সীমালৈকে বিস্তৃত আছিল কামৰূপৰ সীমা।

ভাস্কৰ বৰ্মাৰ দিনতে আহিছিল চীনা পৰিব্ৰাজক হিউৱেন চাং। সেই সময়ত বিহাৰৰ নালন্দাৰ বৌদ্ধ বিশ্ববিদ্যালয়ৰ কুলপতি আছিল শীলভদ্ৰ। ভাস্কৰৰ লগত তেওঁৰ পৰিচয় আছিল। শীলভদ্ৰলৈ পত্ৰ প্ৰেৰণ কৰি ভাস্কৰ বৰ্মনে হিউৱেন চাঙক কামৰূপলৈ মাতি আনিছিল।

হিউৱেন চাঙে কামৰূপ ৰাজ্য বিস্তৃতভাৱে ঘূৰা-পকা কৰি ভাস্কৰ বৰ্মা আৰু কামৰূপ ৰাজ্যৰ প্ৰশংসাসূচক টোকা লিখি যায়। তেওঁৰ গ্ৰন্থখনৰ নাম আছিল চিউ-কি। চিউ-কিত চীনদেশলৈ যোৱা সমুদ্ৰপথপৰ্যন্ত ভাস্কৰ বৰ্মাৰ হাতত থকাৰ কথা

উল্লেখ কৰিছিল। সেইদিনতে ৰাজ্যখনত অনেক মঠ-মন্দিৰ থকাৰ কথা হিউৱেন চাঙে লিখি থৈ গৈছিল। হিউৱেন চাঙৰ প্ৰশংসাত প্ৰবুদ্ধ হৈ ভাস্কৰ বৰ্মাই ৰাজ্যখনৰ নানা ঠাইত শিলালিপি-তাম্ৰলিপি প্ৰতিষ্ঠা কৰি গ'ল।

ভাস্কৰ বৰ্মা আছিল শৈৱ। সেইবাবে নিধানপুৰ তামৰ ফলিত ইষ্টদেৱ শশীশেখৰ পিনাকি মহাদেৱক সেৱা কৰাৰ কথা সুন্দৰকৈ বৰ্ণনা কৰিছে। শিৱ মন্দিৰবিলাক শক্তিশালী হোৱাটো তেওঁ বিচাৰিছিল। পৰিহৰেশ্বৰ প্ৰতিষ্ঠা কৰোঁতে তেওঁ বিশেষ প্ৰেৰণা লাভ কৰিছিল। হিউৱেন চাঙৰ প্ৰশংসাৰ পিছত তেওঁ পৰিহৰেশ্বৰ দেৱালয়ৰ চৌহদত ছখন তামৰ ফলি স্থাপন কৰাৰ সিদ্ধান্ত ল'লে।

প্ৰণম্য দেৱং শশীশেখৰ প্ৰিয় পিনাকি ধনুৰ্দ্ধৰ ভস্মৰ দ্বাৰ বিভূষিত দেৱতা তথা শিৱলৈ প্ৰণাম জনালে। তাৰ পিছত ব্ৰাহ্মণসকলৰ সমৃদ্ধি-শান্তি কামনা কৰি লিপিকেইখন লিখালে। ভৌম বংশৰ গুণানুকীৰ্তন কৰা হ'ল। নৰকাসুৰ, ভগদত্ত, ব্ৰজদত্তৰ পৰা ভাস্কৰ বৰ্মালৈ বংশ পৰিচয়, ৰজাৰ কথা, ৰাজশাসনৰ কথা দাঙি ধৰি বুৰঞ্জী প্ৰণয়ন কৰালে।

পৰিহৰেশ্বৰৰ পূজাৰীজন আছিল ভট্টমহত্তৰ ব্ৰাহ্মণ। তেওঁ বিভিন্ন শাস্ত্ৰ আৰু সংস্কৃতৰ পণ্ডিত আছিল। ভাস্কৰ বৰ্মাই তেওঁৰ সহায়ক হিচাপে এজন প্ৰিয়ংকৰ ব্ৰাহ্মণ নিয়োগ কৰিলে। ভট্টমহত্তৰৰ পিছতে তেওঁৰ স্থান। দুয়োজন পণ্ডিত ব্ৰাহ্মণক মান-সন্মান আৰু পাৰিতোষিক দি তাম্ৰলিপিৰ কথাবোৰ ইচ্ছুক ৰাইজক থলুৱা ভাষাত বুজোৱাৰ দায়িত্ব দিলে।

ভাস্কৰ বৰ্মা মহাৰাজাধিৰাজে মন্দিৰলৈ কিছু ভূমি দান কৰি আকৌ প্ৰাগ্‌জ্যোতিষপুৰলৈ উভতি গ'ল।

পৰিহৰেশ্বৰ দেৱালয় এইবাৰ পূৰ্ণাঙ্গ হৈ পৰিল। কম সময়ৰ ভিতৰতে মন্দিৰটিৰ কথা দেশৰ বিভিন্ন স্থানলৈ প্ৰচাৰিত হ'ল।

## দুই

ভাস্কৰ বৰ্মাৰ পৃষ্ঠাপোষকতাত পৰিহৰেশ্বৰ দেৱালয়ে এটা পূৰ্ণাঙ্গ ৰূপ লাভ কৰিলে। ৰাইজৰ বাবে মন্দিৰ সকলো দিনতে খোলা হ'ল। পুৱা-দুপৰীয়া-সন্ধ্যা, যেতিয়াই মন যায় ভক্ত আহিব পাৰে। ৰাতি এপৰ যোৱাতহে মন্দিৰৰ প্ৰৱেশ পথ বন্ধ কৰা হয়। ইয়াৰ পাছত বিশেষ এশ্ৰেণী ভক্তৰ বাদে অন্যসকলক সোমাবলৈ দিয়া নহয়।

মন্দিৰৰ বিগ্ৰহ শিৱ লিঙ্গ আৰু পিনাকপাণি শিৱ। ভাস্কৰ বৰ্মাৰ তাম্ৰলিপিত শিৱৰ স্বৰূপ প্ৰকাশ পাইছে। লিঙ্গ সৰ্বশক্তিৰ প্ৰতীক। লিঙ্গৰ ওচৰত প্ৰাৰ্থনা কৰিলে সৰ্ব সিদ্ধি লাভ হয়। ই প্ৰজননৰ প্ৰতীক স্তম্ভ। এই পূজাই উৰ্বৰা শক্তি বৃদ্ধি কৰে। যুগে যুগে এনে বিশ্বাস কৰা হৈ আহিছে।

পৰিহৰেশ্বৰ দেৱালয়তো গভীৰভাৱে এনে বিশ্বাস স্থাপন কৰা হ'ল। শিৱভক্তসকল আহি মন্দিৰত সমৱেত হ'লহি। পৱিত্ৰ ভাবত সকলোৱেই শিৱৰ বিভিন্ন স্তোত্ৰ-পাঠ কৰিলে।

শিৱ আদি দেৱতা, শিৱ গণদেৱতা। কৈলাস পৰ্বতত শিৱৰ অৱস্থান। এই শিৱ সনাতন। জন গণৰ কল্যাণকাৰী দেৱতা। সকলো সময়ৰে কিৰাতসকলৰ প্ৰধান দেৱতা শিৱ।

পৰিহৰেশ্বৰ মন্দিৰ স্থাপনৰ বহু আগৰে পৰা কামৰূপত কাত্যায়নী ধাৰা চলি আছিল। নৰকাসুৰেই এই ধাৰা প্ৰবৰ্তন কৰিছিল। ইয়াৰ বহু আগৰে পৰা কামৰূপ-প্ৰাগ্‌জ্যোতিষৰ জনগণৰ মাজত যোনি পূজাৰ প্ৰচলন আছিল। যোনি উপাসনা উৰ্বৰতাৰ পূজা। কাত্যায়নী প্ৰথাৰ সৈতে যোনি উপাসনা এটা সময়ত এক হৈ পৰিছিল।

যোনি উপাসক কিৰাত-মঙ্গোলীয়সকল এদিন শিৱভক্ত হৈ পৰিল। মঙ্গোলীয়সকলৰ অন্যতম বড়ো-কছাৰীসকলে বাথৌ দেৱতাক আৰাধনা কৰে। বাথৌ পূজকসকলেও পৰিহৰেশ্বৰ মন্দিৰক আপোন কৰি ল'লে। ম্লেচ-কুবাচ বুলি খ্যাত মেচ-কোচসকল আদিৰে পৰা শিৱভক্ত। এই জনগোষ্ঠীৰ বাহিৰেও কিছুমান আলপাইন গোষ্ঠীসম্ভূত লোকৰ দ্বাৰা পৰিহৰেশ্বৰ বেষ্টিত হৈ আছিল। কিন্তু মন্দিৰৰ মজিয়াত

সকলো সমান আছিল; আৰ্য-অনাৰ্যৰ বিভেদ নাছিল। ভাস্কৰ বৰ্মাৰ দিনত জাতিবিদ্বেষ মুঠেই নাছিল। বৈদিক ৰীতিৰ চাৰি জাতি, চাৰি আশ্ৰম আছিল যদিও অন্ন গ্ৰহণত বাছ-বিচাৰ নাছিল। পৰিহৰেশ্বৰ আৰু অন্যান্য শিৱ-মন্দিৰত ভাং আৰু ফটিকা সেৱন চলিছিল। ফটিকা সেৱনত অৱশ্যে তান্ত্ৰিক শৈৱসকল বেছি অভ্যস্ত আছিল। ভাং কিন্তু পৰিহৰেশ্বৰ মন্দিৰত পূজাৰীৰ পৰা সাধাৰণ ভক্তলৈকে সকলোৱে সেৱন কৰিছিল।

পৰিহৰেশ্বৰ মন্দিৰত শিৱৰাত্ৰি মহা আড়ম্বৰেৰে পতা হৈছিল। কেইবাবাৰো ভাস্কৰ বৰ্মা নিজে উপস্থিত আছিল। শিৱৰাত্ৰিৰ ঘোলামৃত সামান্য পৰিমাণে মহাৰাজেও গ্ৰহণ কৰিছিল। সেইবাবে ঘোলাত ভাং খালেও সীমা চেৰাই নগৈছিল। কিন্তু, বাহিৰৰ পৰা অহা শিৱভক্ত বাবাসকলে ভাঙৰ ধোঁৱাৰে মন্দিৰ ধুঁৱলী-কুঁৱলী কৰি তুলিছিল।

প্ৰথমতে শিৱৰাত্ৰিতহে মহিলাসকলে মন্দিৰত পূজা দিবলৈ গৈছিল। পিছলৈ যেতিয়াই-তেতিয়াই মহিলাসকলেও মহাদেৱৰ লিঙ্গত নানা নৈবেদ্যৰে পূজা দিবলৈ ধৰিলে। এৰাঁ গাখীৰেৰে লিঙ্গ ধুওৱাটো প্ৰচলিত ৰীতিত পৰিণত হৈ পৰিল। নাৰীসকলে উপাসনা কৰোঁতে পূজাৰীয়ে গোৱাইছিল—

> 'দেৱ দেৱ মহাদেৱ সংসাৰাৰ্ণৱ তাৰক।
> শিৱলিঙ্গাৰ্চ্চনং সৰ্ব্বং শ্ৰুতং তব মুখাৎ প্ৰভো।।'

ভাস্কৰ বৰ্মাৰ আজ্ঞা লৈ পৰিহৰেশ্বৰ মন্দিৰত নৃত্য-গীতৰো আয়োজন কৰা হৈছিল। বড়ো-কছাৰীসকলে মাদল, ঔৱাখাম আদি বজাইছিল। বাকী আৰ্যসম্ভূতসকলে মৃদঙ্গ আৰু ৰৱতাল বজাইছিল। মঞ্জিৰাৰ দৰে অন্যান্য বাদ্যও ব্যৱহাৰ কৰিছিল। বাদ্যৰ ছেৱে ছেৱে নাৰীয়ে আবাহনী গীত গাই গাই নাচিছিল। বিগ্ৰহক নাচৰ জৰিয়তে সহজে সন্তুষ্ট কৰিব পাৰি বুলি সেই কালতে প্ৰচাৰ হৈছিল।

শিৱ নটৰাজ। তেওঁ নিজেই তাণ্ডৱ নৃত্য দি পৃথিৱী ভাঙি-ছিঙি চুৰমাৰ কৰি ন-কৈ গঢ়ি তুলিছিল বুলি বিশ্বাস কৰা হৈছিল। তেৱেঁই সৃষ্টিৰ আদিম নৃত্যকাৰ-নটৰাজ। পূজাৰী আৰু দুই-এজন বাবাই তাণ্ডৱ নৃত্য প্ৰদৰ্শন কৰিছিল। সেই নৃত্য চাবলৈ মন্দিৰ লোকাৰণ্য হৈ পৰিছিল।

মন্দিৰত আৰতি কৰি নৃত্য কৰাটো পবিত্ৰ কাম বুলি মানি লোৱা হৈছিল। সেইবাবে থলুৱাসকলেও মাজে-সময়ে নিজা ভংগীতেই নাচিছিল। কিন্তু তেওঁলোক মন্দিৰৰ স্থায়ী নট-নটী হোৱা নাছিল।

বাহিৰৰ পৰা স্ত্ৰী-পুৰুষৰ একোটা দল ফুৰিবলৈ আহি পৰিহৰেশ্বৰত বাহৰ পাতিছিলহি। স্ত্ৰীসকলৰ মাজত দুই-চাৰিজনী নৰ্তকীও আছিল। তেওঁলোকে মন্দিৰত নাচিছিল। এবাৰ পুণ্ড্ৰবৰ্ধন ৰাজ্যৰ কৰ্ণসুবৰ্ণৰ পৰা অহা এটা ডাণ্ডৰ দলে পৰিহৰেশ্বৰত বহুদিন কটাই গৈছিল। তেওঁলোকৰ মাজত কেইগৰাকীমান আন মন্দিৰৰ দেৱদাসীও

আছিল। তাৰ ভিতৰত এজনী দেৱদাসীৰ ৰূপ-লাৱণ্যত মন্দিৰৰ ভট্টমহত্তৰ নামৰ পূজাৰীজন মোহিত হৈ পৰিছিল। বহুতৰ ধাৰণা মতে দুয়োজনৰ মাজত এটা গোপন সম্পৰ্ক স্থাপন হৈছিল। ভট্টমহত্তৰে যেতিয়াই-তেতিয়াই শীলমন্ত্ৰ নামৰ সেই নৰ্তকীজনীক মন্দিৰৰ সেৱা-পৰিচৰ্যাত লগাইছিল। এই ঘটনাটোৱে দলৰ নেতাজনকো তলে তলে ক্ষুব্ধ কৰি তুলিছিল। তেওঁ অৱশেষত পৰিহৰেশ্বৰ ত্যাগ কৰাৰ সিদ্ধান্তই ল'লে। আৰু এদিন কৰ্ণসুবৰ্ণ চহৰলৈ তেওঁলোক উভতি গ'ল। ভট্টমহত্তৰে দেৱদাসীকেইজনীমান স্থায়ীকৈ ৰখাৰ বাবে শীলমন্ত্ৰাৰ ওচৰত প্ৰস্তাৱ দিছিল। কিন্তু তাই পূজাৰীৰ মনোকামনা পূৰণ কৰিবলৈ অপাৰগ হ'ল। তথাপি পুণ্ড্ৰবৰ্ধনৰ পৰা দুই-এজনী নৰ্তকী সংগ্ৰহ কৰি সোনকালে পঠিওৱাৰ আশ্বাস দিলে।

ভট্টমহত্তৰে ভাস্কৰ বৰ্মা মহাৰাজক দেৱদাসীৰ ব্যৱস্থা কৰাৰ প্ৰস্তাৱ দিবলৈ ঠিক কৰাৰ সময়তে চাৰি কুৰি বছৰীয়া চিৰকুমাৰ, চিৰবিন্দিত কামৰূপাধিৰাজ ভাস্কৰবৰ্মাৰ মৃত্যু হ'ল।

ভাস্কৰ বৰ্মা অবিবাহিত আছিল। ককায়েকৰো কম বয়সতে মৃত্যু হোৱাত বংশত কুমাৰ নাছিলেই। সেইবাবে দূৰ সম্পৰ্কীয় কেইজনমান কোঁৱৰৰ মাজত ক্ষমতাক লৈ যুদ্ধও চলিল। কেইবছৰমান কামৰূপত অৰাজকতাৰ সৃষ্টি হোৱাৰ দৰেই হ'ল। অৱশেষত দূৰ সম্পৰ্কীয় অৱন্তী বৰ্মন নামৰ এজন যুৱক ৰাজপাটত বহিল।

অৱন্তী বৰ্মন যদিও ভাস্কৰ বৰ্মাৰ দূৰ সম্পৰ্কীয় আশীৰ্বাদপুষ্ট যুৱক আছিল, তথাপি তেওঁ ৰজা হৈ বৰ্মন বংশৰ ইতি পেলালে। পুষ্য বৰ্মনৰ দ্বাৰা প্ৰতিষ্ঠিত প্ৰাগ্‌জ্যোতিষ— ভূতি বৰ্মনৰ কামৰূপ কেইবাশতিকাৰ সু-শাসনৰ পৰা বঞ্চিত হ'ব লগাত পৰিল।

অৱন্তী বৰ্মন প্ৰতিষ্ঠিত বংশৰ নাম হ'ল শালস্তম্ভ। ৬৫০ খ্ৰীঃত ৰজা হৈয়ে অৱন্তী বৰ্মনে ৰাজ্যখনৰ বিশেষ বিশেষ ঠাইসমূহ চাই ফুৰিলে। প্ৰাগ্‌জ্যোতিষপুৰৰ পৰা ৰাজধানী অন্য স্থানলৈ নিবলৈকো তেওঁ ইচ্ছা কৰিলে। এই ইচ্ছা অমাত্যসকলৰ আগত ৰজাই এদিন ব্যক্ত কৰিলে আৰু ভাবি চাবলৈ সময় দিলে।

অৱন্তী বৰ্মনে তেওঁৰ আনুগত্য স্বীকাৰ কৰা ভাস্কৰ বৰ্মাৰ কেইজনমান অমাত্যকো ৰাজসভাত ৰাখিছিল। অৱশ্যে প্ৰধান অমাত্যজন তেওঁৰ নিজা মানুহ আছিল । এইসকলে ৰজাৰ ইচ্ছাত অকণো বাধা আৰোপ নকৰিলে। কেইবছৰমানৰ পিছত অৱন্তী বৰ্মন সৈন্য-সামন্ত লৈ লুইতৰ উত্তৰ পাৰৰ প্ৰাচীন শোণিতপুৰ নগৰ পালেগৈ। শোণিতপুৰে তেওঁক বৰ আকৰ্ষণ কৰিলে। কিন্তু শোণিতপুৰ নাম গ্ৰহণ কৰিবলৈ তেওঁ ইচ্ছা নকৰিলে। প্ৰাচীন বাণাসুৰৰ ৰাজধানী আছিল শোণিতপুৰ। সেয়েহে কাষত এটা অঞ্চল বাছি লৈ এখন ৰাজধানী নতুনকৈ পতাৰ কথা চিন্তা কৰা হ'ল।

এদিন সেই ৰাজধানীখন প্ৰতিষ্ঠিত কৰা হ'ল আৰু নাম হ'ল হাৰুপেশ্বৰ। অৱন্তী বৰ্মনৰ ৰাজত্ব কালত ৰাজধানীখন সম্পূৰ্ণ নহ'ল। পাছৰ শালস্তম্ভ বংশৰ ৰজাসকলে হাৰুপেশ্বৰ সম্পূৰ্ণ কৰি তুলিলেও প্ৰাগ্‌জ্যোতিষপুৰ এৰিব নোৱাৰিলে। হাৰুপেশ্বৰ অস্থায়ী ৰাজধানী হৈয়ে ৰ'ল।

শালস্তম্ভ বংশৰ শ্ৰেষ্ঠ ৰজা বনমালদেৱ। তেওঁৰ দিনতে প্ৰতিষ্ঠা হ'ল এটি শিৱ মন্দিৰ— নাম হাটকশূলী শিৱ মন্দিৰ। ভাস্কৰ বৰ্মাৰ দিনত শ্ৰীহট্টত হাটকশূলী শিৱমন্দিৰ এটা আছিল। 'শ্ৰীহট্টে হাটকেশ্বৰঃ।' ইয়াৰে আৰ্হিত নিৰ্মিত হ'ল হাৰুপেশ্বৰ হাটকশূলী শিৱ মন্দিৰ। ওখ পৰ্বতৰ ওপৰত শিৱ আৰু কাষত গৌৰী মন্দিৰ। শিৱ কিৰাতেশ্বৰ আৰু গৌৰী কিৰাতেশ্বৰী দশম শতিকামানত হৈ পৰিল অভিন্ন। শৈৱ-শাক্তৰ পাৰ্থক্য কমি আহিল। শিৱ মন্দিৰৰ লগতে বা কাষতে দুৰ্গা দেৱীয়েও ঠাই পালে। শালস্তম্ভ বংশীয় শ্ৰেষ্ঠ ৰজা বনমাল বৰ্মনৰ দিনত এই মত স্পষ্ট হৈ পৰিল। এই ৰজাসকলৰ দিনত পৰিহৰেশ্বৰ মন্দিৰে পূৰ্বৰ দৰে পৃষ্ঠপোষকতা লাভ কৰা নাছিল। তথাপি, এবাৰ বনমাল বৰ্মনে সেই মন্দিৰ দৰ্শন কৰিছিল। মন্দিৰ তেতিয়া প্ৰায় জৰাজীৰ্ণ অৱস্থাত স্থানীয় লোকৰ সহায়ত কোনো মতে চলি আছিল।

বনমালদেৱে হাটকেশ্বৰ মন্দিৰটি সকলো দিশতে চমৎকাৰ কৰি তুলিছিল। সকলো বৰ্ণনা কৰি তেওঁ তাম্ৰশাসন এখনো লেখাইছিল। তেওঁ লেখাইছিল—

"স্বস্তি' শ্ৰীমান প্ৰাগ্‌জ্যোতিষাধিপান্বয়ো মহাৰাজ ধিৰাজ শ্ৰীবলমালবৰ্ম্মদেবঃ।' তাৰ পিছত বিভিন্ন বৰ্ণনা। প্ৰকৃতিৰ ৰম্যপুৰী আছিল সেই ঠাই। উত্তৰে শাৰী-শাৰী পৰ্বতমালা, দক্ষিণে বিশাল লুইত সাগৰ সদৃশ। অগৰু গছৰে শোভিত ঠাইখন অতি মনোৰম। ওখ ওখ গছ-গছনিৰ তলত ময়ূৰ পখীবোৰে পেখম ধৰে। বিভিন্ন ধৰণৰ মনোমোহা ফুলবোৰে সুগন্ধি বিয়পাই মলয়া বতাহ সুৰভিত কৰে। মন্দিৰৰ চৌহদত পূজাৰী আৰু পণ্ডিত লোকৰ বাসস্থান। দূৰত ওখ পৰ্বত উদয়বেলাচল। পৰ্বতটো ওখ ওখ গছেৰে পৰিবেষ্টিত হৈ বিশাল সেউজক্ষেত্ৰ তৈয়াৰ কৰিছিল। মন্দিৰৰ কাষত কেইবাটাও পুখুৰীপদুম, ভেট আদি ফুলেৰে পুখুৰীকেইটা সু-সজ্জিত। মন্দিৰলৈ আহিবলৈ ৰজাই প্ৰশস্ত পথ তৈয়াৰ কৰি দিছিল। আশে পাশে বাস কৰা মানুহবোৰ বৰ সুখী আছিল। সকলো বৰ্ণ আৰু বৰ্ণাশ্ৰমৰ মানুহৰ মন্দিৰত সমাগম হৈছিল। হটকাশূলী শিৱ সু-উচ্চ আছিল। তেওঁ প্ৰলয়াচল বা হিমালয় পৰ্বতত আৰোহণ কৰিছিল। তেওঁৰ পাদযুগল সকলো দেৱতাৰে পূজ্য আছিল।

ৰজাই এই মন্দিৰলৈ সোণ-ৰূপ আৰু অন্যান্য সম্পদ দান কৰিছিল। হাৰুপেশ্বৰত মহাৰজাকে ধৰি সকলোৱে উপস্থিত থাকি আনন্দ লাভ কৰিছিল। ৰজাই হাতী বা

যোঁৰাত বিশাল সৈন্যবাহিনী লৈ অহা-যোৱা কৰিছিল। হাৰুপেশ্বৰতো এটা বিশাল সৈন্যবাহিনী ৰখা হৈছিল।

হাৰুপেশ্বৰ মন্দিৰৰ উপাসনাত দেৱদাসী জড়িত আছিল। এওঁলোকৰ মন্দিৰ-বেশ্যাৰ দৰেই ভূমিকা আছিল। কিন্তু পূজাৰীৰ কঠোৰ নিয়ন্ত্ৰণ থকাত সাধাৰণ দেৱদাসীলৈ পৰিণত হোৱা নাছিল।

বনমাল বৰ্মাই হাৰুপেশ্বৰত এজন দেৱগুণসম্পন্ন পূজাৰী নিয়োগ কৰাইছিল। ভিজ্জাত নামৰ এই পূজাৰীজন শাণ্ডিল্য গোত্ৰৰ আৰু যৰ্জুৰ্বেদত পাৰ্গত পণ্ডিত আছিল। ভিজ্জাতৰ পত্নীৰ নাম সভায়িকা আৰু তেওঁ এগৰাকী সৎ-ব্ৰাহ্মণী ৰূপে সকলোৰে মাজত পৰিচিত আছিল। এওঁলোকৰ ইন্দুক নামৰ এজন পুত্ৰ আছিল। মহাৰাজ বনমালদেৱে ইন্দুকক বৰ ভাল পাইছিল। সেইবাবে ত্ৰিস্ৰোতা নদীৰ পাৰত ৰজাই এখন গাঁও ইন্দুকক দান কৰিছিল। গাঁওখনৰ নাম আছিল অভিসুৰবাটক। গাঁওখন শস্য-ম্যস্যৰে অনুপম আছিল।

এনে এটা পূজাৰী পৰিয়াল থকাৰ বাবে হাৰুপেশ্বৰ নগৰ আৰু হাটকশূলী মহেশ্বৰৰ নিত্য পূজা-অৰ্চনাত কোনো ব্যাঘাত হোৱা নাছিল। আনকি মন্দিৰৰ নৰ্তকী দেৱদাসীসকলো আছিল একোজনী সম্ভ্ৰান্ত মহিলা। বনমালদেৱৰ ৰাজত্ব কাল নৱম শতিকা এইদৰেই পাৰ হৈছিল। তেওঁৰ দিনত বিশেষ যুদ্ধ-বিগ্ৰহ হোৱা নাছিল। আলি, পুখুৰী আদি উন্নয়নমূলক কাম অনেক হৈছিল। ৰাজ্যজুৰি শৈৱধাৰাই গা কৰি উঠাত বিভিন্ন ঠাইত শিৱমন্দিৰ প্ৰতিষ্ঠিত হৈছিল।

বনমাল বৰ্মনৰ পিছত চাৰিজনমান ৰজাই শালম্ভম্ভ বংশত ৰাজত্ব কৰিছিল। কিন্তু শেষৰফালে দুৰ্বল হোৱাত দশম শতিকাৰ শেষত পালবংশৰ হাতত পৰাস্ত হৈ কামৰূপৰ পৰা অপসাৰিত হ'ল শালম্ভম্ভ বংশ।

# তিনি

হাৰুপেশ্বৰৰ হাটকশূলী শিৱৰ গৌৰৱময় সময়ত পৰিহৰেশ্বৰ শিৱমন্দিৰ কোনো মতেহে চলি আছিল। এজন পূজাৰীয়ে ৰাইজৰ সহায়ত কোনো মতে মন্দিৰৰ দুৱাৰ খুলি ৰাখিছিল। সেই সময়ত কামৰূপ ৰাজ্যত হিন্দু ধৰ্মৰ বিভিন্ন ধাৰাৰ হেঁচা-ঠেলাৰ বাবে জনসাধাৰণ বিভিন্ন মতত বিভক্ত হৈ পৰিছিল। শৈৱধাৰাতকৈ শাক্তধাৰা বেছি শক্তিশালী হৈ উঠিছিল। কিন্তু শৈৱ আৰু শাক্তৰ মাজত বহু বেছি দূৰত্ব নথকাত শিৱ মন্দিৰৰ কাষতে দুৰ্গা গোসাঁনীৰ মূৰ্তিয়েও স্থান লাভ কৰিলে। পৰিহৰেশ্বৰো ইয়াৰ দ্বাৰা প্ৰভাৱিত হ'ল।

কামৰূপত নৱম-দশম-একাদশ শতিকাত বৌদ্ধ ধৰ্ম আৰু তান্ত্ৰিক মতে ভালকৈয়ে জোকাৰণি তুলিছিল। অৱশ্যে সপ্তম শতিকামানতে বৌদ্ধ ধৰ্মৰ নতুন মত ব্ৰজযানৰ জন্ম হয়। এই মহাসুখবাদী মতৰ কেন্দ্ৰস্থল কামৰূপ হৈ পৰে। কামৰূপ তেতিয়া কৰতোৱা নদী পাৰ হৈ পশ্চিমৰ অনেক দূৰপৰ্যন্ত ব্যাপ্ত আছিল।

ব্ৰজযান এক শক্তিশালী তান্ত্ৰিক বৌদ্ধ মত। অদ্বৈত দৰ্শনৰ লগতে ইন্দ্ৰজাল বিদ্যাৰ সৃষ্টি অন্যতম লক্ষ্য। ঘাইকৈ বৌদ্ধ ধ্যান-ধাৰণাৰ লগত শৃঙ্গাৰ তত্ত্বৰ অদ্ভুত মিশ্ৰণ ঘটাই সাধাৰণ মানুহক বিমোহিত কৰি তুলিছিল ব্ৰজযানপন্থীসকলে।

তান্ত্ৰিক বৌদ্ধসকলৰ চাৰিখন প্ৰধান পীঠ— কামাখ্যা, সিৰিহট্ট, পূৰ্ণগিৰি আৰু উড্ডীয়ান। কামাখ্যা আৰু সিৰিহট্ট বা শ্ৰীহট্ট সেই সময়ৰ কামৰূপত অৱস্থিত। কামাখ্যা পীঠ অতি শক্তিশালী হোৱাত প্ৰাচ্য দেশত ধৰ্মীয় মতৰ বিশৃঙ্খলাই দেখা দিছিল। চৌৰাশীজন সিদ্ধাচাৰ্যৰ কেইবাজনৰো উৎপত্তি স্থল কামৰূপ। সৰহপাদ, মীননাথ, মচ্ছীন্দ্ৰনাথ এইসকলৰ অন্যতম সিদ্ধাচাৰ্য আছিল।

সৰহপা আছিল কামৰূপৰ ৰাজ্ঞী বা ৰাণীৰ ব্ৰাহ্মণ আৰু এজনী ডাইনীৰ সন্তান। আৰু মীননাথ?

মীননাথ আছিল কৈৱৰ্তকুলীয় লোক। তেওঁ কামাখ্যাপীঠৰ অন্তৰ্গত কোনো এখন বিশাল কৈৱৰ্ত গাঁৱত জন্মিছিল। এই গাঁও আছিল পৰিহৰেশ্বৰৰ আশে-পাশে

কোনো এক সমতলত। মীননাথে তেওঁৰ কৌলতন্ত্ৰ ভৈৰবী দেৱীৰ পৰা লাভ কৰিছিল আৰু তেওঁ প্ৰচাৰ কৰা যোগিনী কৌল তন্ত্ৰ কামৰূপত প্ৰসিদ্ধ হৈ পৰে।

সহজীয়া বৌদ্ধমত সমাজত শিপাই উঠিলেও তান্ত্ৰিক যোগীসকলৰ মাজত অৱধুত আৰু অৱধুতীৰ সৃষ্টিয়ে ভোগৰ মাজেদি মহাসুখ প্ৰাপ্তিক লক্ষ্য কৰি ল'লে। ইয়াৰ পৰিপূৰক হিচাপেই অন্যান্যমন্দিৰতো পূজা-অৰ্চনাৰ লগতে নৃত্য-গীতৰ দ্বাৰা বিনোদনপৰ্ব আৰম্ভ হ'ল।

বনমাল বৰ্মাৰ দিনতে হাৰুপেশ্বৰ, পৰিহৰেশ্বৰ আদি মন্দিৰলৈ বিভিন্ন সেৱাইতৰ লগতে দেৱদাসীৰো আগমন ঘটিল। পুণ্ড্ৰবৰ্ধন ৰাজ্যৰ পৰা কেইবাজনী দেৱদাসী পৰিহৰেশ্বৰত উপস্থিত হ'লহি। এইবাৰ গীত-নাচ সকলোৱে মন্দিৰটি ৰজনজনাই গ'ল।

পৰিহৰেশ্বৰৰ পূজাৰীৰ নাম আছিল অনন্ত দেৱ শৰ্মন। তেওঁ বিবাহিত আছিল আৰু সপৰিয়ালে মন্দিৰৰ চৌহদৰ ঘৰ এটাত বাস কৰিছিল। কিন্তু তেওঁ অপুত্ৰক আছিল। অনন্ত শৰ্মাৰ পত্নীগৰাকী অসুখীয়া আছিল। সেইবাবে তেওঁৰ মনত অকণো শান্তি নাছিল। অৱশ্যে মন্দিৰৰ পুৱা-গধূলিৰ পূজা সম্পাদন কৰাত তেওঁ আওহেলা কৰা নাছিল। আনহাতে পত্নীয়ে তেওঁক সদায় ভাতমুঠিও ৰান্ধি-বাঢ়ি দিব পৰা নাছিল। মন্দিৰত ভিৰ পৰিলে কেতিয়াবা ফলমূল, প্ৰসাদ খায়েই থাকিব লগাত পৰিছিল। তেনে সময়তে দুজনী দেৱদাসীৰ আগমন ঘটিল।

দেৱদাসী দুজনী অহাৰ পিছত অনন্ত শৰ্মাৰ জীৱনলৈ সামান্য পৰিৱৰ্তন আহি পৰিল। দেৱদাসী দুজনী অলপ বয়সিয়াল আছিল। গঙ্গাৰ পাৰৰ কোনোবা শিৱ-মন্দিৰত আগতে সেৱাইত আছিল। বৰ্মন সাম্ৰাজ্যৰ অন্তিম শালস্তম্ভ বংশক উচ্ছেদ কৰি প্ৰাচ্য দেশ তথা কামৰূপ ৰাজ্যৰ শাসন যেতিয়া পালবংশলৈ গৈছিল, তেতিয়া পূজাৰী অনন্ত শৰ্মাই পালবংশীয় ৰজাক মন্দিৰটোৰ উন্নয়ন সম্পৰ্কে অনুৰোধ কৰিছিল। ৰজাই নিজে গৈ মন্দিৰ দৰ্শন কৰিব বুলি আশ্বাস দিছিল। আশ্বাস আশ্বাসতেই থাকিল। মন্দিৰৰ দাৰিদ্ৰতা নাতৰিল। ভক্তবৃন্দৰ সহায়ত দুবেলা দুমুঠি খাই পূজাৰীৰ পৰিয়াল আৰু দেৱদাসী দুজনী বৰ্তি আছিল। নাচ-গানৰ বাদকসকল চুবুৰিৰ বাসিন্দা আছিল বাবে পূজাৰীয়ে ভৰণ-পোষণৰ ব্যৱস্থা কৰিব নালাগিছিল।

মন্দিৰৰ সীমাবদ্ধতাৰ মাজত দেৱদাসী দুজনী সন্তুষ্ট হ'ব পৰা নাছিল। পূৰ্বৰ মন্দিৰত পোৱা সা-সুবিধা, জন সমাগম, ব্যস্ততা আদি প্ৰায় নাছিলেই। সেইবাবে এই মন্দিৰ এৰি যাবলৈ দুয়োজনীয়ে পাং পাতিলে। কিন্তু যাওঁ বুলিলেইতো যাব নোৱাৰি!

এদিন পূজাৰীক সিহঁতৰ এজনীয়ে সুধিলে— ' পূজাৰী দেউ, কামৰূপ দেশখন বাৰু কিমান ডাঙৰ? কিমানদূৰলৈকে বিস্তৃত?'

পূজাৰীয়ে দুয়োজনীক মন্দিৰৰ চোতাললৈ মাতি আনিলে। তাৰ পিছত চৌদিশৰ

পৰ্বতবোৰ দেখুৱাই ক'লে—, 'সৌ পৰ্বতবোৰ দেখিছানে, তালৈকে দেশখন জুৰি আছে?'

'আপুনি তালৈকে গৈছেনে?'

'কেনেকৈ যাম। কুৰি পঁচিছ দিন যাব লাগিব। আমাৰ মন্দিৰৰ পৰা উত্তৰে কুৰি যোজনমান দূৰত এখন ডাঙৰ নদী আছে— নাম ব্ৰহ্মপুত্ৰ। সেই নদীৰে বোলে নাৱেৰে উজাই যাবও পাৰি।'

'আমি ইয়ালৈ আহোঁতে দুখনমান ডাঙৰ নদী পাইছিলো। গঙ্গাৰ দৰেই বহল আছিল" এজনীয়ে ক'লে।

'জল্পেশ্বৰৰ পৰা পৰিহৰেশ্বৰলৈ আহোঁতে কেইবাখনো ডাঙৰ নদী আছে। পাহাৰীয়া নৈ। তাত ব্ৰহ্মপুত্ৰ নাই,— ব্ৰহ্মপুত্ৰ বৰ বহল, বৰ বিশাল। ইয়াৰ পৰা সিৰিহট্টলৈ গ'লে— ব্ৰহ্মপুত্ৰইদি নাৱত ভটীয়াই গৈ আকৌ বোলে আন নৈৰে নাৱেৰে উজাব লাগে।' পূজাৰীয়ে ক'লে।

'ইয়াৰ পৰা ব্ৰহ্মপুত্ৰ কিমানদূৰ?'

'এদিনৰ বাট। বেলি ওলাওঁতে গ'লে, বেলি পৰাত পায়গৈ।'

'আপুনি গৈছে?'

'মই এবাৰ গৈছিলো। কিন্তু ব্ৰহ্মপুত্ৰ পাৰ হৈ যোৱা নাই।'

'হাৰুপেশ্বৰ নামৰ বৰ বিখ্যাত বাবা মন্দিৰ এটা আছে বোলে। আমি যাব পাৰিমনে?'

'বাবাৰ মন্দিৰৰ সকলোৰে বাবে দুৱাৰ খোলা। কিন্তু যাবা কেনেকৈ? সেই মন্দিৰৰ কথানো তোমালোকক ক'লে কোনে?'

'এজন সন্ন্যাসীয়ে কৈছিল। তেওঁ কলিঙ্গ দেশৰ পৰা আহি আমাৰ ইয়াত কেইদিনমান আছিল যে, সেই জটাধাৰী বাবাজন। তেওঁ খুব ভাং খায়।'

'মই তেওঁৰ নিচিনা ভঙুৱা বাবা আগতে দেখাই নাছিলো।' —আনজনীয়ে ক'লে।

'তেওঁ বোলে হাৰুপেশ্বৰলৈ যাব। খোজকাঢ়ি গৈ থাকিব। উত্তৰ দিশৰ পৰ্বতবোৰ চাই চাই পূবলৈ গৈ থাকিলেই এদিন হাৰুপেশ্বৰ পাবগৈ পাৰি বুলি তেওঁ আমাক কৈছিল। যাবলৈ লগো ধৰিছিল।'

'নগৈ বৰ ভাল কৰিলা।'— পূজাৰীয়ে মন্তব্য দিলে।

দেৱদাসী দুজনীয়ে অন্য ঠাইৰ শিব মন্দিৰলৈ যোৱাৰ চেষ্টা কিন্তু এৰি নিদিলে। পৰিহৰেশ্বৰত সিহঁত সন্তুষ্ট হোৱা নাছিল। পাল ৰজাই মন্দিৰৰ প্ৰতি বিশেষ মনোযোগ নিদিয়াৰ বাবে জাকজমকতা, ভোগ-উপভোগৰ ক্ষেত্ৰত মন্দিৰ দুৰ্বল হৈ পৰিছিল। ভক্তৰ দ্বাৰা পৰিচালিত মন্দিৰটো লাহে-লাহে জৰাজীৰ্ণ হৈ গৈ আছিল। পৰিহৰেশ্বৰত বহুকাল ম-কাৰ যুক্ত হোৱা নাছিল।

পূজাৰী অনন্ত দেৱ শৰ্মাৰ মানসিক শান্তি প্ৰায় নাছিলেই। নিজৰ বয়স বাঢ়ি আহিছিল, তাতে পত্নী ৰোগিনী আৰু নিঃসন্তান। মন্দিৰ চলোৱাৰ উপৰি পত্নীৰ চোৱা-চিতা তেৱেঁই কৰিব লগা হৈছিল। সহায় কৰিবলৈ কোনো লোকেই ওচৰত নাছিল। দেৱদাসী দুজনী মন্দিৰলৈ অহাত তেওঁ যিমান আশাবাদী হৈছিল, সিমানখিনি সুবিধা আদায় কৰিব নোৱাৰিলে। তথাপি মাজে মাজে ৰন্ধন প্ৰকৰণত দুয়োজনীয়ে কিছু সহায় কৰি দিছিল। পূজাৰীৰ পত্নীৰো দুই-এটা কাম কৰি দিছিল। সিমানেই।

মণ্ডপত মানুহ নহ'লে গা নুঠে। নৃত্য-পটিয়সীয়েও দৰ্শক বিচাৰে। দৰ্শকৰ তাৰিফ বিচাৰে। কিন্তু পৰিহৰেশ্বৰত দৰ্শকৰ ভিৰ নাই। নৃত্য-বাদ্যৰ চমৎকাৰত আলোড়িত হোৱাকৈ কোনোদিন মানুহ গোট খোৱা নাছিল। ৰাজবিষয়াৰ নাম-গোন্ধেই নাছিল। ইয়াৰ এটা কাৰণো আছিল। পৰিহৰেশ্বৰৰ নাতিদূৰত অসংখ্য কৈৱৰ্ত লোকৰ বাসস্থান। সেই মানুহবোৰৰ প্ৰায়বিলাক তেতিয়া তান্ত্ৰিক বৌদ্ধমতাশ্ৰয়ী হৈ পৰিছিল। তান্ত্ৰিক স্থানত কেইজনীমান অৱধুতিকাৰ নৃত্যলহৰ চাবলৈ বহুত লোক ধাৱিত হৈছিল।

সেইবাবে দেৱদাসীহঁত ম্লান পৰি গৈছিল। তদুপৰি সিহঁতৰ কিছু বয়স হৈছিল। আৰতিৰ শঙ্খ-ধ্বনিৰে মন্দিৰ মুখৰ কৰি নাচিলেও সিহঁতৰ আকৰ্ষণ নাছিল। পূজাৰীয়ে দুয়োজনী দেৱদাসীক পূৰ্ণ-যৌৱনা কৰি তুলিবলৈ চেষ্টা কৰিছিল। কিন্তু বিফল হ'ল তেওঁ।

পূজাৰীয়ে যিমান শক্তিৰে উচ্চাৰণ কৰিলে— 'ওম্ নমঃ শিৱায়'; তাতকৈ দহগুণ শক্তিশালী ৰূপত কিছু দূৰত উচ্চাৰণ হ'ল— 'বুদ্ধং শৰণং গচ্ছামি'। যেন প্ৰতিযোগিতা! আস্তিক আৰু নাস্তিকৰ প্ৰতিযোগিতা! ইয়াৰ মাজতে বিভিন্ন স্থানত ধ্বনিত হ'ল 'বিষ্ণুৱৈ নমঃ'।

শিৱ, বিষ্ণু আৰু বুদ্ধ।

আদি দেৱতা শিৱ গণদেৱতাৰ পৰা উত্তৰণ ঘটি অন্যতম বৈদিক দেৱতাত পৰিণত হ'ল। আনহাতে বেদৰ শ্ৰেষ্ঠদেৱতা বিষ্ণু হ'ল পৰম দেৱতা— পৰমেশ্বৰ।

আৰু বুদ্ধ...?

বুদ্ধদেৱ হ'ল ঐতিহাসিক সংসাৰবিৰাগী ৰাজকুমাৰ। বেদপন্থা ছন্ন কৰা এক বিশাল ব্যক্তিত্ব; যি অহিংসাই পৰম ধৰ্ম বুলি জগতত নতুন চিন্তাদৰ্শন প্ৰতিষ্ঠা কৰি গৈছে। একাদশ শতিকাৰ কামৰূপ ৰাজ্যত তথা প্ৰাচ্য দেশত ধৰ্মৰ বিভিন্ন ধাৰাত মানুহবিলাকক ভাগ কৰি পেলালে এইদৰে। তাৰ মাজতে একাদশ শতিকাত নিশকতীয়া হৈ পৰা পৰিহৰেশ্বৰৰ দৰে কেইবাটাও শিৱ মন্দিৰ থিয় দি ৰ'ল। শ-শ বছৰীয়া ঐতিহ্যৰ চিনাকি দাঙি ধৰি স্ব-মহিমাত দীপ্ত হৈ ৰ'ল। ভক্তবৃন্দই তেতিয়াও আকাংক্ষিত সম্পদ মন্দিৰৰ পৰা পাই থাকিল। শিৱ-মাহাত্ম্য উজ্জ্বল হৈয়ে ৰ'ল।

ইয়াৰ মাজতে এদিন পৰিহৰেশ্বৰৰ দেৱদাসী দুজনীয়ে গম পালে যে কামাখ্যা

দেৱীৰ ধামলৈ তাৰ পৰা বেছিদূৰ নহয়। প্ৰায় কুৰি যোজন গৈ ব্ৰহ্মপুত্ৰৰ পাৰত উপস্থিত হোৱাৰ পিছত নাৱেৰে এবেলা গ'লে কামাখ্যা ধাম পোৱা যায়। কামাখ্যা অতি প্ৰাচীন কালৰে পৰা জাগ্ৰত এখন শাক্ত পীঠ। শক্তি স্থান।

প্ৰাগৈতিহাসিক যুগৰ ঘটনা...

হৰ-পাৰ্বতীৰ বিবাহ হৈ যোৱাৰ পৰৱৰ্তী ঘটনা...

পাৰ্বতী-সতী!

এবাৰ ৰজা দক্ষই মহাযজ্ঞৰ আয়োজন কৰি শিৱক নিমন্ত্ৰণ নজনালে। তাতে ক্ষুব্ধ হৈ সতীয়ে যজ্ঞভূমিত প্ৰতিবাদ কৰি আত্মাহুতি দিলে। শিৱই প্ৰিয়তমা পত্নী সতীৰ মৃতদেহ কান্ধত লৈ ঘুৰি ফুৰোঁতে ভাৰত ভূমিত প্ৰলয়ৰ সৃষ্টি হ'ল। তেতিয়া দেৱলোকৰ অনুৰোধত শ্ৰীবিষ্ণুৱে সুদৰ্শন চক্ৰ পঠিয়াই সতীৰ দেহ ধাৱমান শিৱৰ কান্ধতে খণ্ড খণ্ড কৰি পেলালে। পিছত সতীৰ দেহৰ খণ্ড পৰা ঠাইবিলাকত একোখন শক্তিপীঠ হ'ল। কামৰূপ ৰাজ্যৰ নীলাচল পাহাৰত পৰিছিল সতীৰ যোনীখণ্ড। সেয়েহে যোনীপীঠ ৰূপে খ্যাত হ'ল— কামাখ্যা ভগৱতী ক্ষেত্ৰ।

একাদশ শতিকাত কামাখ্যা স্ব-মাহাত্মাৰে দীপ্তিময়ী হৈ আছিল। ভাৰতৰ বিভিন্ন দেশৰ অসংখ্য পৰিব্ৰাজক, সন্ন্যাসী, পাণ্ডাৰ আগমনৰ সোঁত বলিয়েই আছিল। মাহ মাহ ধৰি পদব্ৰজে ভক্ত-সন্ন্যাসীবিলাকে তীৰ্থৰ পিছত তীৰ্থ অতিক্ৰম কৰি কামাখ্যা ধাম পায়হি। তেতিয়া যেন তেওঁলোকৰ জীৱনে সম্পূৰ্ণ প্ৰাপ্তি লাভ কৰে। কেৱল শাক্ত ধৰ্মাশ্ৰয়ীয়েই নহয়, শৈৱ-বিষ্ণু সকলো মতৰ জনগণৰ বাবে এই স্থান অতি পৱিত্ৰ। কামৰূপ ৰাজ্য সকলো ধৰ্মমতৰ মিশ্ৰিত এক বিশাল সাম্ৰাজ্য। হিন্দুৰ লগতে তান্ত্ৰিক বৌদ্ধসকলেও কামাখ্যা গোসাঁনীক এই দেশত মাতৃজ্ঞান কৰে।

কামৰূপ তন্ত্ৰ-মন্ত্ৰৰ দেশ। মায়াবী দেশ শোণিতপুৰত হোৱা হৰি-হৰৰ যুদ্ধৰ পৌৰাণিকতাৰে পূৰ্ণ মায়াৱী চিত্ৰলেখাৰ দেশ। যাদুকৰী চিত্ৰলেখাৰ মহিমামণ্ডিত দেশ। আই-ভৈৰৱীৰ আশিসধন্য দেশ।...

শিৱ-পাৰ্বতীৰ সমানেই আৰাধিত স্থান। শিৱৰ ভিন্ ভিন্ নামৰ দৰেই পাৰ্বতীৰো ভিন্ ভিন্ নাম। কামাখ্যাৰ পৰা কেঁচাইখাতীলৈকে অনেক নাম। তন্ত্ৰ-মন্ত্ৰৰে পৰিপূৰ্ণ এই দেশত সৰ্বক্ষেত্ৰত উচ্চাৰণ হয়—

'সিদ্ধ গুৰুৰ পাও, ৰক্ষা কৰা কামৰূপী কামাখ্যা মাও।'

কামাখ্যা মাৱৰ মহিমা এদিন দেৱদাসী দুজনীয়ে জানিব পাৰিলে।

কামাখ্যাৰ মহিমা শুনাৰ পিছত হাৰুপেশ্বৰৰ চিন্তা সিহঁতে পৰিত্যাগ কৰিলে। এদিন মন্দিৰ প্ৰাঙ্গণতে সিহঁতে এজন মানুহো লগ পালে, যি কামাখ্যাৰ কথা ভালকৈ জানে; বাট-পথ চিনিও পায়।

অতি গোপনে মানুহটোক সিহঁতৰ অভিপ্ৰায় জনালে। মানুহটোৱেও গাত ল'লে। কেইদিনমানৰ ভিতৰতে দেৱদাসী দুজনী ৰাতিৰ আন্ধাৰৰ সুযোগ লৈ পলাই গ'ল। পিছদিনা মন্দিৰত হুৱা-দুৱা লাগিল। পুৱাৰ আৰতিৰ সময়তহে পূজাৰীয়ে গম পালে— ৰাতিয়েই সিহঁত পলাইছে।

কথাটো গম পাই ওচৰ-চুবুৰীয়া বহুত মানুহ গোট খালে। চাৰিওফালে হাবিয়ে-হোচোওে, খালে-পুখুৰীয়ে চালে। নাই-নাই-নাই। মানুহবিলাকৰ আগত পূজাৰীয়ে ক'লে— 'এই কেইদিনচোন বাহিৰৰ পৰা ভক্ত-সন্ন্যাসী অহাই নাই, গ'ল ক'লৈ?'

'সিহঁতে ক'ৰবালৈ যোৱাৰ কথা কেতিয়াবা কৈছিল নেকি বাৰু?' ৰাইজে পূজাৰীৰ পৰা জানিব বিচাৰিলে।

'এবাৰ এজন সন্ন্যাসী বাবাই সিহঁতক হাৰুপেশ্বৰলৈ লৈ যাব খুজিছিল। এদিন মোক হাৰুপেশ্বৰৰ দূৰত্ব সুধিছিল।'

'সেয়া নকৈছা কি, সিহঁত ক'ত যাব আগতেই ঠিক কৰি ৰাখিছে। কোনোবা আহিল, লৈ গ'ল।' এজনে ক'লে।

এতিয়া কি হ'ব?

সকলোৰে প্ৰশ্ন একেটাই।

দেৱদাসী নহ'লে পুৱা-সন্ধ্যাৰ আৰতিত নৃত্য কোনে কৰিব!

মন্দিৰৰ এজন পূজাৰীয়ে সকলোখিনি কেনেকৈ কৰিব!

'উপায়তো নাই, মন্দিৰৰ পূজাভাগ ময়ে কৰি যাম! কিন্তু, আৰতিত নৃত্য-গীত নহ'ব।' —পূজাৰীয়ে ক'লে।

'নৃত্য নহ'লেও সান্ধ্য আৰতিত আমি বাদ্য বজাই যাম।' —দেৱদাসীৰ বাদ্য বজোৱা থলুৱা কেইজনমানৰ ভিতৰৰ এজনে ক'লে।

পূজাৰী আৰু ৰাইজৰ মাজত আলোচনা হ'ল। শেষত ঠিক কৰা হ'ল যে পুৱাৰ পূজাখিনি বিহিত পূজা কৰা হ'ব। সন্ধিয়া আৰতি কৰিব বাদ্য-যন্ত্ৰ বজোৱা দুজন চেঙেলীয়া ডেকাই। দেৱদাসী নোপোৱাপৰ্যন্ত সিহঁত দুটাই লৌকিকভাৱেই নাচ-গান কৰিব।

পৰিহৰেশ্বৰৰ আৰতিত এইবাৰ থলুৱা গীত-মাতৰ প্ৰয়োগ ঘটিল। আকৌ গধূলিৰ পূজা-আৰতিৰে অঞ্চলটো ৰজনজনাই গ'ল।

'আৰে সদাশিৱ, দেৱ দিগম্বৰ
হৰ হৰ নন্দীভৃঙ্গী স্তুতি কৰে ঐ জঁটাজাল
মাথে পৰি শোভা কৰে ঐ জঁটাজাল
কপালত শোভা কৰে অৰ্ধ চন্দ্ৰ ভাল...

## চাৰি

সময় গৈ থাকিল।

পৰিহৰেশ্বৰ মন্দিৰত দেৱদাসী নথকাকৈ কুৰি-ডেৰ কুৰি বছৰ পাৰ হৈ গ'ল। ইয়াৰ মাজতে পূজাৰীৰ স্ত্ৰী-বিয়োগ ঘটিল। বৈদিক মতে ক্ৰিয়া-কৰ্ম কৰাও হৈ গ'ল। পূজাৰী অনন্ত দেৱ শৰ্মাৰ বয়সে তেতিয়া চাৰি কুৰি চুইছিলগৈ। তেৱেঁই লপৰ-থপৰকৈ পূজা-অৰ্চনা কৰি আছিল। এনে অৱস্থাতে ভাটীৰ পৰা এটা ভক্ত-ব্ৰাহ্মণ দল কামৰূপৰ সৰ্ব তীৰ্থ ভ্ৰমণৰ বাবে আহি পৰিহৰেশ্বৰ মন্দিৰত উপস্থিত হ'লহি। দলটোত দুজনমান কম বয়সৰ ব্ৰাহ্মণ আছিল। অনন্ত দেৱশৰ্মাই যেন হাততে স্বৰ্গ লাভ কৰিলে। তাৰে ডেকা দুজনক মন্দিৰত ৰৈ যাবলৈ অনুৰোধ কৰিলে।

'মই আৰু পূজা-অৰ্চনা চলাব নোৱৰা হৈ আহিছোঁ। এই মন্দিৰৰ বাবে দুজনমান লোকৰ আৱশ্যক। এই অঞ্চলত উপযুক্ত পূজাৰী ব্ৰাহ্মণ নাই। তোমালোকে সহায় নকৰিলে, মন্দিৰৰ দুৱাৰবন্ধ হৈ যাব।'

ব্ৰাহ্মণৰ দলটোৱে পূজাৰীৰ অনুৰোধ গুৰুত্বসহকাৰে ল'লে। দুদিনমান তেওঁলোকৰ মাজত আলোচনাও হ'ল। কিন্তু কোন থাকিব! কোনো এজনেই সন্মত নহ'ল। প্ৰত্যেকৰে কথা, তীৰ্থ দৰ্শনৰ বাবে আহিছে যেতিয়া পূৰ্বদেশৰ সকলো তীৰ্থ দৰ্শন কৰিব। পৰশুকুণ্ড, তাম্ৰেশ্বৰী মন্দিৰ আদি আৰ্য-অনাৰ্য সকলো মন্দিৰ দৰ্শন কৰিহে তেওঁলোকে সিদ্ধান্ত ল'ব পাৰিব।

অনন্ত শৰ্মাই তেওঁলোকৰ মতামত জানিব পাৰি ক'লে— 'তেনেহ'লে নহ'ব। সকলো তীৰ্থ ভ্ৰমণ কৰিবলৈ দুবছৰমান সময় লাগিব। সিমানদিন মই এই সংসাৰত নাথাকোঁ। প্ৰভুৰ কৃপাত মুক্তি লভিম। কিন্তু পৰিহৰেশ্বৰ প্ৰভুক চোৱা-চিতা কৰিবলৈ পূজাৰী এজনহে নোলাল।'

দুদিনমানৰ পিছত এদিন ৰাতি এটা ঘটনা ঘটিল। এজনে সপোন দেখি চিএৰ-বাখৰ লগালত সকলো তীৰ্থযাত্ৰীয়ে সাৰ পাই গ'ল। সপোনৰ কথা যেন বাস্তৱহে। সকলোৱে ভয়তে চিৎকাৰ কৰি উঠিল।

সপোন দেখাজন আদহীয়া ব্ৰাহ্মণ। তেওঁ বিবাহিত লোক হ'লেও সতি-সন্ততিৰ মুখ দেখা নাছিল। তেওঁৰ নাম আছিল অক্ষয়ব্ৰত। টোপনিত হাতত ত্ৰিশূল, কান্ধত সৰ্প লৈ জঁটাধাৰী শিৱই আহি তেওঁক মাতিলেহি— 'অক্ষয়ব্ৰত ঃ।'

অক্ষয়ব্ৰতে সেৱা জনাই ক'লে— 'প্ৰণাম প্ৰভু!'

'মোৰ পূজাৰ ভাৰ ল'বৰ কাৰণে মই তোক নিৰ্বাচন কৰিছোঁ। অনন্ত শৰ্মা বেছিদিন নাথাকে। তেওঁ সদায় মুক্তি বিচাৰি আছে। খুব সোনকালে অনন্ত ধামলৈ গতি কৰিব। মোৰ পূজা কিন্তু বন্ধ হ'ব নোৱাৰে। তই পূজাৰী হ'ব লাগিব।'

'প্ৰভু! মোক ক্ষমা কৰক, মই পূজা-মন্ত্ৰ একো নাজানো।' সি ক'লে—

'জানিবি, জানিবি, অনন্ত শৰ্মাই তোক সকলো শিকাই দিব। কাইলৈ তই পুৱা স্নানাদি কৰি পূজাৰীৰ ওচৰত দীক্ষা ল'বি। তোৰ লগৰবোৰক যাবলৈ দিবি। সিহঁত পূজাৰীৰ উপযুক্ত নহয়। আৰু শুন, তোৰ পত্নী গৰ্ভৱতী হৈছে। তই উভতি যাব নালাগে। দুবছৰৰ পিছত তাই তোক ইয়াতে লগ ধৰিবহি।'

এইদৰে কৈ শিৱ অন্তৰ্ধান হ'ল।

অক্ষয়ব্ৰতে ধৰিবই নোৱাৰিলে, সপোন নে বাস্তৱ। সি প্ৰভু! প্ৰভু! বুলি ব্যাকুল হৈ মন্দিৰৰ অতিথি-শয়নত তোলপাৰ লগালে। সকলোৱে সাৰ পাই গ'ল। সকলোৱে সপোন বুলি সন্দেহ কৰিলেও অক্ষয়ব্ৰতে শিৱই দৰ্শন দিয়া বুলিহে গভীৰ বিশ্বাস কৰিলে।

অন্যস্থানত শুই থকা অনন্ত শৰ্মাই সাৰ পাই গ'ল। তেওঁ উঠি আহিল। তীৰ্থযাত্ৰীবোৰে তেওঁক সকলো জনালত তেওঁ ক'লে— 'পৰিহৰেশ্বৰৰ প্ৰভু অতি জাগ্ৰত। ইয়াত সভক্তিৰে যি বিচৰা হয়, তাকেই পোৱা যায়! এতিয়া বাৰু কিমান শক চলিছে?'

এজনে ভাবি-চিন্তি ক'লে— 'এহাজাৰ চাৰি কুৰি দুই হৈছে।'

'হয়নে শুনা। এই মন্দিৰ প্ৰথম স্থাপন হৈছিল ভাস্কৰ বৰ্মা ৰজাৰ দিনত। পাঁচশ বিছ-ত্ৰিছ শকমানত,— ধৰা হওক পাঁচশ বছৰৰ আগতে, এনে এক প্ৰাচীন মন্দিৰৰ মহত্ত্ব বা নাথাকিব কিয়?' —পূজাৰীয়ে ক'লে।

সকলো নিস্তব্ধ। পূজাৰীয়ে আকৌ ক'লে— 'প্ৰভুৰ আদেশ মতেই কাম হ'ব। এতিয়া এপৰ ৰাতি বাকী, তোমালোক শুই পৰা। পোহৰ হ'লে উঠিবা।'

তাৰ পিছত গালে—

'ওঁকাৰ বিন্দু সংযুক্তং নিত্য ধ্যায়ান্তি যোগিনঃ।

কামদং মোক্ষদঞ্চৈৱ ওঁ কাৰায় নমো নমঃ।'

সকলো শুই পৰিল। অক্ষয়ব্ৰতে শুব নোৱাৰিলে। সপোনেইনে বাস্তৱ! সদাশিৱই তেওঁক দেখা দিছে। সকলো ত্যাগ কৰি পূজাৰী হ'বলৈ আদেশ কৰিছে। ইমানবোৰ মানুহ আছিল। পূজা-অৰ্চনা কৰা লোকো কেইবাজনো আছে। তাৰ মাজত তেওঁকহে পালেগৈ।

পিছদিনা ৰাতি পুৱালত শৌচাচাৰ স্নানাদি কৰি অক্ষয়ব্ৰত পূজাৰীৰ নিৰ্দেশলৈ ৰৈ থাকিল। মুখত পানী এটোপাও দিয়া নাই। মহাব্ৰত পালন কৰিব লাগিব। ৰাতিয়েই তেওঁ পৰিহৰেশ্বৰত ৰৈ যাবলৈ মনস্থিৰ কৰি পেলাইছিল। প্ৰভুৰ ইচ্ছা।

পূজাৰী অনন্ত শৰ্মাই প্ৰাৰম্ভিক পূজা সামৰি অক্ষয়ব্ৰতক নিমন্ত্ৰণ কৰিলে। বিগ্ৰহৰ সম্মুখত অক্ষয়ব্ৰতে সাষ্টাঙ্গে প্ৰণিপাত জনালে। পূজাৰীয়ে 'ওঁ নমো শিৱায়' বুলি মন্ত্ৰপাঠ কৰিলে। মন্দিৰৰ শংখ-ঘণ্টাৰ মাজত অক্ষয়ব্ৰতৰ দীক্ষা গ্ৰহণ আৰম্ভ হ'ল।...

সেইদিনটোতে তীৰ্থ যাত্ৰীসকলে পৰিহৰেশ্বৰ এৰি পূৰলৈ যাত্ৰা কৰাৰ কথা আছিল। কিন্তু অক্ষয়ব্ৰতৰ দীক্ষাগ্ৰহণত উপস্থিত থাকি তেওঁলোকে সিদ্ধান্ত সলনি কৰিলে। ৰাতিটো মন্দিৰতে থাকি পিছদিনা অক্ষয়ব্ৰতক এৰি দলটো গ'লগৈ। অক্ষয়ব্ৰতৰ অলপ বেয়া লাগিল। তথাপি শিৱ-মহিমাৰ নাম লৈ তেওঁ দলটোক হাঁহিমুখে বিদায় দিলে।

# পাঁচ

পৰিহৰেশ্বৰ দেৱালয়।

দুৰ্বলগিৰি পৰ্বতত ভাস্কৰ বৰ্মা প্ৰতিষ্ঠিত শিৱ দেৱালয়। পিনাকপাণি শিৱ জাগ্ৰত মন্দিৰত উপবিষ্ট। লিঙ্গ উপাসনাৰ স্থান। বৈদিক কালতে এই গণ-ধৰ্মীয় লিঙ্গ উপাসনা আৰ্যীকৰণ কৰা হৈছে। তেতিয়াৰ পৰাই আৰ্য-অনাৰ্য সকলোৰেই আদি দেৱতা শিৱ।

অৱশ্যে ভাৰত ভূমিত এই শিৱ লিঙ্গৰ উপাসনা দ্ৰাবিড়সকলেই সৰ্বপ্ৰথম কৰিছিল। পূব ভাৰতৰ নিষাদ-কিৰাতসকলেও দক্ষিণৰ দৰেই শিৱক বিভিন্ন নামত অৰ্চনা কৰিছিল। লাহে লাহে মঙ্গোলীয় গোষ্ঠীৰ জনসাধাৰণেও জুই, পানী, গছ, সৰ্পৰ লগতে শিল দেৱতাক বন্দনা কৰিছিল। পৰিহৰেশ্বৰ মন্দিৰতো বিভিন্ন জনগোষ্ঠী সমৱেত হৈ শিৱ পূজা কৰে। 'ওম শিৱায়ে নমঃ' ধ্বনিত ম্লেচ, কুবাচ, বড়ো-ৰাভা, কৈবৰ্ত-কেওট প্ৰভৃতি সকলো জনগোষ্ঠী আলোড়িত হয়। মন্দিৰৰ পৰিৱেশত, পূজাৰীৰ মন্ত্ৰ ধ্বনিত সকলো গোষ্ঠীৰেই হিন্দুত্ব লাভ হ'ল। কামৰূপ প্ৰাগ্‌জ্যোতিষপুৰত শিৱ-অৰ্চনা ব্যাপক হৈ পৰিল আৰু অনেক ঠাইত মন্দিৰ প্ৰতিষ্ঠা হ'ল। সপ্তম শতিকাৰ ভাস্কৰ বৰ্মাৰ পৃষ্ঠপোষকতাতে হিন্দু ধৰ্মই ব্যাপকভাৱে জনজাগৰণ লাভ কৰিলে।

অনন্ত বৰ্মনে এইদৰে অনেক কথা অক্ষয়ব্ৰতক কৈ গ'ল। কামৰূপ, প্ৰাগ্‌জ্যোতিষপুৰ, দুৰ্বলগিৰি পৰ্বতৰ চৌদিশৰ প্ৰকৃতি আৰু মানুহ, সমাজনীতি, অৰ্থনীতি আৰু ৰাজশাসন— সকলোৰে আভাস দাঙি ধৰিলে।

কম সময়ৰ ভিতৰতে এইদৰে অক্ষয়ব্ৰত দীক্ষিত হৈ পৰিল। পূজা-অৰ্চনাৰ ৰীতি-নীতি আৰু মন্ত্ৰাদিও আয়ত্ত কৰি পেলালে। তথাপি মুখ্য পূজাৰী অনন্ত শৰ্মাই ৰ'ল। মুখ্য ভাৰ ল'বলৈ অক্ষয়ৰ জ্ঞান পুৰঠ হ'ব লাগিব; তাৰ বাবে অপেক্ষাৰ প্ৰয়োজন হ'ব।

কিন্তু বেছিদিন অপেক্ষা কৰিব নালাগিল। পূজাৰী অনন্ত শৰ্মাৰ শৰীৰৰ অৱস্থা শোচনীয় হৈ পৰিল। এদিন অক্ষয়ব্ৰতক কাষত বহুৱাই তেওঁ ক'লে— 'অক্ষয়, দেৱতাই

তোমাক এই মন্দিৰৰ বাবে যিদৰে নিৰ্বাচন কৰিলে, সেই একেদৰেই যোৱাৰাতি মোক সপোন দেখুৱালে।'

'সপোন! কওকচোন দেৱ।' —অক্ষয়ে ক'লে।

'তাকেইতো ক'বলৈ ওলাইছোঁ। যোৱাৰাতি মোৰ দেৱ-দৰ্শন হৈ গৈছে। কি মনোহৰ ৰূপ তেওঁৰ! নীল-লোহিতং শশীশেখৰং ভস্মকলৈ বিভূষিতং পৰমদেৱং পিনাকপাণি সনাতনঃ।' অনন্তই নমস্কাৰ জনালে। তাৰ পিছত আকৌ ক'লে— 'তেওঁৰ আদেশ হৈছে।'

'আদেশ?'

'অঁ আদেশ। মোৰ মুক্তি আসন্ন। কৈলাস গমনৰ বাবে মোক সাজু হ'বলৈ আদেশ কৰিছে। মাত্ৰ তিনি দিন, তাৰ পিছত চতুৰ্দশী, সান্ধ্য আৰতিৰ সময়ত মই যামগৈ। দেৱতাই মোক কৈছে। কাইলৈ তোমাক মুখ্য পূজাৰী ৰূপে বৰণ কৰিম। আজি উপস্থিত হোৱা ভক্তসকলক পুৱাৰ পূজা-অৰ্চনালৈ নিমন্ত্ৰণ কৰিবা।'

'ভাল গুৰুদেৱ। মই সকলোকে কম।'

'তদুপৰি বিশেষ প্ৰসাদৰ আয়োজন কৰিবা। কাইলৈ দোক মোকালিতে পূজাৰ বাবে তুমি নিজহাতে ফুল আৰু বিল্ব-পত্ৰ সংগ্ৰহ কৰি আনিবা। মূল পূজাত সেয়া ব্যৱহাৰ হ'ব। ভক্তসকলৰ নৈবেদ্য সুকীয়াকৈ ৰাখিবা''

'আজ্ঞা গুৰুদেৱ।'

'ৰাতিলৈ অন্নগ্ৰহণ ময়ো নকৰোঁ, তুমিও নকৰিবা। উপবাসে থাকিব লাগিব।' অনন্ত শৰ্মাই অক্ষয়ব্ৰতক সকলো দিহা দিলে। কি কৰিব লাগিব, কি পিন্ধিব লাগিব সেইপৰ্যন্ত। পৰিহৰেশ্বৰ মন্দিৰত পিছদিনাৰ পৰা এটা নতুন অধ্যায় আৰম্ভ হ'ব। ভক্তবৃন্দৰ মাজত কথাটো প্ৰচাৰ কৰা হ'ল। ওচৰৰ গাঁওবোৰলৈকো খবৰ গ'ল।

পিছদিনা পুৱাতে বহু ভকতৰ সমাৱেশ ঘটিল। সাধাৰণ শূদ্ৰ। মানুহবিলাকৰ মাজত কেইজনমান ব্ৰাহ্মণো আছিল। তেওঁলোক কোনোবা শাক্ত, কোনোবা তান্ত্ৰিক। হয়তো কোনোবা বৈষ্ণৱ, বিষ্ণু উপাসকো আছিল। তেওঁলোকে অক্ষয়ব্ৰতক চাবলৈ আহিছে। ওচৰৰ কোনো ব্ৰাহ্মণকে পূজাৰী কৰাৰ কথা চিন্তা নকৰাৰ বাবে বৃদ্ধ পূজাৰী অনন্ত শৰ্মাৰ ওপৰত তেওঁলোকৰ ক্ষোভো আছিল। কিন্তু ৰাজহুৱাকৈ প্ৰকাশ কৰাৰ সাহস এজনৰো নাছিল।

যথা সময়ত অনুষ্ঠান আৰম্ভ হ'ল।

অক্ষয়ব্ৰত তিতা ধুতী আৰু চেলেঙেৰে আহি পূজাৰীৰ কাষত বহিল। অনন্ত শৰ্মাই মন্ত্ৰ আৰম্ভ কৰিলে। মন্দিৰ কাঁহ পৰি জীন যোৱাৰ দৰে নীৰৱ হৈ পৰিল। ভক্তবোৰৰো মুখত মাত নাই। মন্দিৰৰ চোতালত বহি সকলোৱেই মন্ত্ৰপাঠ শুনিছে।

পূজাৰীয়ে ক'লে— 'তুমি নিজে অনা বিল্ব-পত্ৰ আৰু পুষ্প গুচ্ছৰে মহাদেৱৰ মহালিঙ্গত অৰ্চনা কৰা।'

অক্ষয়ব্ৰতে সেই মতে কৰিলে।

'এতিয়া লিঙ্গৰ ওপৰত গাখীৰখিনি নিক্ষেপ কৰা। তাৰ পিছত ঘটৰ পৰা পানীখিনি ঢালি দিয়া। এশবাৰ মহাদেৱৰ নাম লৈ প্ৰণাম কৰা।'

অক্ষয়ব্ৰতৰ কামখিনি কৰি হ'লত পূজাৰীলৈ চালে।

'নৈবেদ্যসহ মুল প্ৰসাদখিনি আগবঢ়াই দিয়া।'

অক্ষয়ব্ৰতৰ এইবোৰ মন্ত্ৰ ইতিমধ্যে আয়ত্ত হৈছিল। পূজাৰীয়ে শিকাব লগা নহ'ল। ইয়াৰ ফলত অনুষ্ঠানটো কিছু সংক্ষিপ্ত হ'ল। শেষত পূজাৰীৰ নিৰ্দেশত 'জয় সদাশিৱৰ জয়, জয় মহাদেৱৰ জয়' আদি ধ্বনিৰে মন্দিৰৰ চৌদিশ ৰজনজনাই গ'ল।

ভক্তসকলে প্ৰসাদ গ্ৰহণ কৰিলে।

ফল মূল, দধি-দুগ্ধ, ঘৃত-মধু, চাউল-চিৰা গ্ৰহণৰ লগে লগে মহাদেৱৰ আচল প্ৰসাদৰ ধোঁৱাত পৰিহৰেশ্বৰৰ চৌদিশ মলমলাই উঠিল। অনন্ত শৰ্মাই নিজে এচিলিম তৈয়াৰ কৰি এক টান মাৰি অক্ষয়ব্ৰতক দিলে— 'লোৱা।' অক্ষয়ব্ৰতে খুব জোৰেৰে টান মৰাত চিলিমৰ ভাংখিনি জ্বলি শেষ হৈ গ'ল। তাকে দেখি পূজাৰীয়ে ক'লে— 'এনেকৈ হোঁপা নামাৰিবা। পূজাৰীয়ে নিয়ন্ত্ৰণ হেৰুৱালে আনক নিয়ন্ত্ৰণত ৰাখিব নোৱৰা হ'ব। পূজাৰীৰ বহুত দায়িত্ব।'

'হয় প্ৰভু! আজিৰ পৰা সতৰ্ক হ'ম।'

'বৰ ভাল কথা।'

তাৰ পিছত অনন্ত শৰ্মাই ভক্তবৃন্দলৈ চাই ক'লে— 'হে মহাদেৱ মহাপ্ৰভুৰ ভক্তবৃন্দ। আমি অতি বৃদ্ধ হোৱা হেতুকে আজিৰ পৰা এই মন্দিৰৰ ভাৰ অক্ষয় ব্ৰতৰ হাতত অৰ্পণ কৰিলোঁ। আপোনালোকে মোৰ লগত কৰাৰ দৰেই এওঁকো সহযোগ দান কৰিব বুলি মই নিশ্চিত হ'লোঁ।'

'আমিও প্ৰতিশ্ৰুতি দিলোঁ। কিন্তু আপুনি...?' —দুজনমানে সুধিলে।

'মোৰ সময় উপস্থিত। প্ৰভুৰ আমন্ত্ৰণ গ্ৰহণ কৰিবৰ হ'ল।'

অনন্ত শৰ্মাৰ কথাত সকলো আচৰিত হ'ল। কি কয় পূজাৰীয়ে!

'মই আপোনালোকৰ পৰা আজিয়েই বিদায় মাগিলোঁ। কিবা দায়-দোষ লগাইছিলো যদি ক্ষমা কৰিব, সকলোৰে। মুনিনাঞ্চ মতিভ্ৰমঃ। মইতো এজন সাধাৰণ পূজাৰী।'

'আপুনি যাব নোৱাৰে। আমাক বাট দেখুৱাই থাকিব লাগিব।'

অনন্তই হাঁহিলে। 'দেখুৱাম— খুব সোনকালে। মোৰ যি বাট, সকলো জীৱৰে সেই বাট। কেৱল দুদিনৰ অগা-পিছা। মই বৰ ভাগৰি পৰিছোঁ। বহালৈ যাওঁ, অলপ জিৰণি লওঁগৈ।'

অক্ষয়ব্ৰতৰ কান্ধত ভৰ দি অনন্ত শৰ্মাই ৰাইজৰ পৰা বিদায় লৈ নিজ গৃহত প্ৰৱেশ কৰিলে।

পিছদিনা সঁচাকৈ সান্ধ্য আৰতিৰ সময়ত অনন্ত শৰ্মাৰ নশ্বৰদেহ মন্থৰ হৈ আহিল। খবৰ পাই ওচৰৰ গাঁৱৰ অগণন মানুহে ৰাতিয়েই আহি ভিৰ কৰিলে। সকলো মিলি মন্দিৰৰ কাষৰ বকৰাণিত তেওঁক দাহ কৰিলে।

সঁচাকৈ এটা অধ্যায় শেষ হ'ল।

তেতিয়া খ্ৰীষ্টীয় দ্বাদশ শতিকাৰ আৰম্ভণি। কামৰূপত পাল বংশৰ ৰাজত্ব। বিখ্যাত কামৰূপাধিপতি ৰত্নপালৰ আজোনাতি ধৰ্মপাল সম্ৰাটৰ আসনত। এওঁ পুণ্ড্ৰবৰ্ধন ৰাজ্য আক্ৰমণ কৰি নিজ সাম্ৰাজ্যৰ অধীন কৰি লয়। তেওঁ কামৰূপ নগৰত ৰাজধানী পাতি ধৰ্মৰক্ষক উপাধি গ্ৰহণ কৰে। কিন্তু তান্ত্ৰিক আচাৰৰ প্ৰতি পাল ৰজাসকলৰ দুৰ্বলতা থকাত অন্য ধৰ্মমতৰ প্ৰতি দায়বদ্ধতা হয়তো নাছিল। হয়তো এই কাৰণেই পাল শাসন কালত পৰিহৰেশ্বৰৰ দৰেই মন্দিৰবিলাকে বিশেষ পৃষ্ঠপোষকতা লাভ কৰা নাছিল। তথাপি পালৰজা সকলে ঠায়ে ঠায়ে ব্ৰাহ্মণক ভূমিদান কৰিছিল।

অক্ষয়ব্ৰতে পৰিহৰেশ্বৰৰ উন্নয়নৰ কাৰণে পাল ৰজাৰ কেইবাজনো বিষয়াক লগ ধৰিছিল। আনকি কামৰূপ নগৰত ৰজাক দেখা কৰাৰ পৰিকল্পনাও কৰিছিল।

কিন্তু...।

## ছয়

পৰিহৰেশ্বৰৰ পূজাৰী ৰূপে অক্ষয়ব্ৰতৰ দুবছৰ হৈ গ'ল। এনে সময়তে পশ্চিমৰ পৰা অহা দুজন সাধুৰ মুখত তেওঁ ঘৰ আৰু পত্নীৰ সংবাদ পালে। অক্ষয়ব্ৰতৰ এটি পুত্ৰ সন্তান হোৱা ডেৰ বছৰমানেই হ'ল। তেওঁৰ পত্নীৰ পৰিহৰেশ্বৰলৈ আহিবলৈ মন থাকিলেও সৰু ল'ৰা কোঁচত লৈ ইমানদুৰ অহাটো সম্ভৱ নহ'ল। কথাবোৰ শুনি অক্ষয়ব্ৰতৰ বেয়া লাগিল। ঘৈণীয়েক আৰু ল'ৰাটোক চাবলৈ তেওঁৰ বৰ মন গ'ল।

সাধু দুজনৰ এজনৰ ঘৰ অক্ষয়ব্ৰতৰ গাঁৱতে। তেওঁ ব্ৰাহ্মণ সাধু। আনজন ব্ৰাহ্মণ নহয় যদিও শাস্ত্ৰত পণ্ডিত। শাস্ত্ৰ হ'ল জ্ঞান। জ্ঞানেই ব্ৰহ্ম। গতিকে 'ব্ৰহ্ম জানাতি ব্ৰাহ্মণ'। এতেকে শূদ্ৰ হ'লেও আনজনো প্ৰকৃতাৰ্থত ব্ৰাহ্মণ। অক্ষয়ব্ৰতৰ এই ধাৰণাই হ'ল। দুয়োজনৰ প্ৰতি নমস্কাৰ জনাই তেওঁ ক'লে— 'আপোনালোক পণ্ডিত মানুহ। মোতকৈ অনেক জানে, বুজে। কিন্তু সংসাৰৰ মোহৰ পৰা মই মুঠেই উদ্ধাৰ পোৱা নাই। পত্নী-পুত্ৰৰ দৰ্শনৰ বাবে মই ব্যগ্ৰ হৈ আছোঁ। মই এতিয়া কি কৰো! কিবা এটা উপায় দিয়ক।'

'ল'ৰাটো খোজ কাঢ়িব পৰা নাই। দহ-বাৰ বছৰ নহ'লে নিজে আহিব নোৱাৰে। মই তোমাৰ পত্নীক কৈছিলো, মানুহ এটা লগত ভাৰী হিচাপে লোৱা, কিন্তু তেওঁ ক'লে, সিমান চিকাৰূপ নাই। বাটৰ খোৰাকি বহুত লাগিব। কথাটো সঁচা।' —ব্ৰাহ্মণ সাধুজনে ক'লে।

'মইনো এতিয়া যাওঁ কেনেকৈ! দুই-তিনি মাহ সময় লাগিব। পূজাভাগ চলোৱা মানুহ যে নাই!' অক্ষয়ব্ৰতে ক'লে।

অক্ষয়ব্ৰতৰ কথাত দুয়োজন সাধু মনে মনে ৰ'ল। তেওঁলোকে জোলোঙাৰ পৰা প্ৰসাদ আৰু চিলিম উলিয়ালে। তিনি কুটা, ওঁঠৰ টিপা, তেহে উঠে ভাঙৰ নিচা। দুয়ো কথাযাৰ কৈ হাঁহি হাঁহি চিলিমত অগ্নিসংযোগ কৰিলে। তাৰ পিছত দস্তুৰ মতে টান।

অক্ষয়ব্ৰতেও দুটানমান মাৰিলে। সাধু বাবা, বিলাকৰ সমান নহলেও, পূজাৰীয়ে এই প্ৰসাদ অলপ খাব লাগে। আগদিনা এখন ভাল শৰাই পাবিছিল। তাৰে কেইটামান

মালভোগ কল আছিল। অক্ষয়ব্ৰতে তাৰে দুটা নিজেও খালে আৰু সাধু দুজনকো দুটা দুটা দিলে। পুৰঠ মালভোগ কল। খাই বৰ তৃপ্তি পালে।

সাধু দুজনৰ ভট্ট উপাধিৰ ব্ৰাহ্মণজনে ক'লে— 'তোমাৰ বিশেষ ইচ্ছা হ'লে ঘৰলৈ গৈ ল'ৰা-তিৰোতা চাই আহিবগৈ পাৰা। যদিহে আমাৰ ৰোজগাৰৰ সু-ব্যৱস্থা কৰি যাব পাৰা। ইমানবোৰ ধন হ'ব জানো? তোমাকো কেইকুৰিমান লাগিব নহয়।'

'সিমান ধন ক'ত পাম! অৱশ্যে কোনোবা এজন ৰাজবিষয়াৰ পৰা ঋণ ল'ব পাৰিম যেন লাগে। পিছে, আপুনি তিনি-চাৰি মাহ মন্দিৰ চলাই দিব পাৰিব জানো?'— অক্ষয়ব্ৰতে সুধিলে।

'কথাটো টান হ'লেও তোমাৰ খাতিৰত কিবা এটা কৰিব পাৰিম। মই এইমুৱা হওঁতেই ঘৰ-দুৱাৰ, আত্মীয়-স্বজন ত্যাজি আহিছোঁ। আমাৰ ঠাইৰ মানুহে কামৰূপ বৰ জয়াল ঠাই বুলি ভাবে। ইয়াত বোলে তন্ত্ৰ-মন্ত্ৰৰ বলত মানুহক ভেড়া ছাগলী বনাব পাৰে।' —ভট্টই ক'লে।

'কিন্তু এতিয়া?'

'এতিয়া আৰু সেই ভয় নাই। কামৰূপ সঁচাকৈয়ে এজন বিচিত্ৰ দেশ। এই দেশ সকলো দিশতে শ্ৰেষ্ঠ। তন্ত্ৰ-মন্ত্ৰ থাকিলেও অনাচাৰতো মই ক'তো দেখা নাই।' ভট্টই অক্ষয়ব্ৰতক ক'লে।

অৱশেষত সিদ্ধান্ত হ'ল— অক্ষয়ব্ৰত নিজৰ দেশলৈ গৈ কম সময়ৰ ভিতৰতে ঘূৰি আহিব। এদিন গধূলি মন্দিৰৰ সৈতে জড়িত বছা-বছা কেইজনমান লোকক মাতি আনি কথাষাৰ জনালে। প্ৰথমতে দুজনমানে আপত্তি কৰিছিল। পিছত উপযুক্ত যুক্তি দেখুৱালত আৰু ভট্ট নামৰ সাধুজনৰ যোগ্যতাত সন্দেহ আঁতৰাত তেওঁলোক মান্তি হ'ল।

পিছদিনাই অক্ষয়ব্ৰত পশ্চিমমুৱা হ'ল। গাঁৱৰ এজন ডেকা ল'ৰাক খা-খৰচ দি দেশ চোৱাবলৈ বুলি লগত ল'লে। খোজ কাঢ়িয়েই যাব লাগিব। মাজে-মাজে নদী, ডোবা, বিল আদিত নাও ব্যৱহাৰ কৰিব লাগিব। বাট-পথ বৰ সুগম নহয়। পথাৰ একোখনৰ কাষত পিটনিও একোখন। মাজে-মাজে ডাঠ হাবি। হাবিবোৰ বাঘ-ভালুক আদি হিংস্ৰ জন্তুৰে ভৰা। তাৰ মাজেদি যোৱা লুংলুঙীয়া বাট-পথত পদে পদে জীৱনৰ ভয়। তথাপি যাবই লাগিব। এইদৰেই মানুহৰ আহ-যাহ চলি আছে।

অক্ষয়ব্ৰতৰ লগৰীয়া পথযাত্ৰী ডেকাটোৰ নাম ৰাতিয়া মেচ। সি নিজকে শিৱৰ সন্তান বুলি ভাবে। বাটত যাওঁতে সি মেচ, কোচ, ৰাভা, বড়ো মানুহবিলাকক নানাভাৱে সম্বোধন কৰি যায়। ৰাতিয়া যোৱাৰ বাবে ৰাতি-বিয়লি অক্ষয়ব্ৰত বিপদত পৰা নাই। পইচাৰ খৰচো বেছি হোৱা নাই। তিনি কড়া দামৰ বস্তুটো দুই কড়াত সিহঁতে লাভ কৰে। কোচ-মেচ ভাষাটোৱে সহায় কৰিছে। ধৰ্মৰ লগতে মানুহৰ ভাষাৰ মোহ কিমান

অক্ষয়ব্ৰতে এইবাৰ বুজি পাইছে। অৱশ্যে উমৈহতীয়া ভাষা এটাও গঢ় লৈছে। নামনিৰ ফালে আগবাঢ়ি যোৱাৰ লগে লগে এই ভাষাটোও ধৰিব নোৱৰাকৈ সলনি হৈ গৈ আছে। অক্ষয়ব্ৰতে কেইবছৰমানৰ আগতে এৰি অহা ৰূপটোৰ ওচৰ চাপি গৈ আছে। ৰাতিয়া কিন্তু লাহে লাহে আচহুৱা ভাষাৰ মাজত সোমাই পৰিছে। মানুহবোৰৰ চাল-চলনতো কিছু পাৰ্থক্য সি ধৰা পেলাইছে। অক্ষয়ব্ৰতক সি সুধিলে— 'পূজাৰীদেউ, এইখন কি ৰাজ্য?'

'পুণ্ড্ৰবৰ্ধন ৰাজ্য। এদিনমান গ'লেই গৌড় ৰাজ্যত আমি ভৰি দিম। তেতিয়া আৰু ঘৰলৈ বেছি দূৰ নাথাকে।'

'মোৰ কিন্তু বৰ আমনি লাগিছে। কিমান খোজ কাঢ়িম! আপুনি নিজ ঘৰলৈ গৈ আনন্দ লাভ কৰিব। মোৰতো একো নাই।' —ৰাতিয়াই ক'লে।

'বুইছ ৰাতিয়া। গঙ্গাস্নান মানুহৰ পুণ্যৰ ফলতেহে সম্ভৱ। তোৰ সেইটোৱেই লাভ হ'ব। আমি গঙ্গানদী পাৰ হৈ যাম।'

'কেনেকৈ? সাঁতুৰি পাৰ হ'ব?'

'ধেৎ মূৰ্খ! গঙ্গাৰ দৰে এখন বিশাল নদী সাঁতুৰি পাৰ হ'বলৈ যাম কিয়? নাও আছে। নাৱেঁৰে পাৰ হ'ম।' —অক্ষয়ব্ৰতে ক'লে।

গঙ্গাৰ পাৰত এদিন ৰাতিয়াহঁত উপস্থিত হ'লগৈ। ৰাতিয়াৰ খুব ফূৰ্তি। গঙ্গা দৰ্শন কম সৌভাগ্যৰ কথা নহয়। কিন্তু, সেইদিনা সন্ধিয়া হ'ল। তাতে বতাহ বেছি বলিছিল। অক্ষয়ব্ৰতে ক'লে— 'আজি আৰু পাৰ নহওঁ। বতাহ থাকিলে গঙ্গাৰ ৰূপ বৰ অশান্ত হয়। এইখিনিত সোঁতো বেছি। কোৱা শুনিছোঁ পাটলিপুত্ৰৰ ফালে গঙ্গাৰ সোঁত কম।'

'সেইফালেনো সোঁত কিয় কম?'

'কেনেকৈ বুজিবি, গঙ্গা মাইৰ মহিমাৰ অন্ত নাই। কাশীৰ নাম তই শুনিছনে?'

'শুনিছোঁ। আমাৰ দেশৰ মানুহে কয়— জীৱন্তে খাসি, মৰন্তে কাশী।'

'তই কম মানুহ নহ'ব অ' ৰাতিয়া। মই তোক ভোদা জ্ঞান কৰিহে লগত আনিছিলো। এতিয়া দেখিছোঁ তই এলাপেচা মানুহ নহয়।'

'তেনেকৈ কিয় কয় পূজাৰী দেউ! নাজানো কাৰণেহে কৈছোঁ।'

'সিপাৰলৈ পুৱা যাত্ৰা কৰিম। গতিকে আমাৰ টৌ-ঘটি ঠিক-ঠাক কৰ। এতিয়া ভাতকে এমুঠি ৰন্ধা হওক। দুপৰীয়াতো চিৰা-কলহে খালোঁ।'

'হ'ব দেউ। মই খৰি-খেৰ যোগাৰ কৰি দিম। গছৰ তলতনো কেনেকৈ ৰান্ধিব, মানুহ এঘৰৰ আশ্ৰয় ল'লেই সুবিধা হ'ব। সৌ মানুহঘৰৰ চোতাললৈকে যাওঁ ব'লক।'

দুয়ো মানুহঘৰৰ চোতালত উপস্থিত হ'লগৈ।

মানুহঘৰ নমঃশূদ্ৰ। অক্ষয়ব্ৰতে 'বিদেশে নিয়মং নাস্তি' বুলি ৰাতিয়াক পতিয়ন

নিয়াই জুই একুৰা জ্বলালে। মানুহঘৰত জুই ধৰাই আছিল। কষ্ট কৰি টিঙিৰি তুলা জ্বলাবলগীয়া নহ'ল। মানুহঘৰে এজন ব্ৰাহ্মণক ভোজন কৰাবলৈ পাই আনন্দিত হ'ল। খৰি- খেৰ-চাউলৰ যোগান ধৰিলে। মৎস্য চলিব বুলি জানি বৌমাছ কেইচকলমানো আগবঢ়ালে। মানুহঘৰে সিধা সৰহকৈয়ে দিছিল। উদ্দেশ্য ব্ৰাহ্মণৰ হাতে তেওঁলোকেও খাব। তেওঁলোকৰ মানুহ চাৰিজন মাত্ৰ। গতিকে ছজন মানুহৰ বাবে ৰন্ধাত একো অসুবিধা নহ'ল।

পিছদিনা পুৱা স্নানাদি কৰি অক্ষয়ব্ৰতহঁতৰ যাত্ৰা আৰম্ভ হ'ল। নাতিদূৰৰ গঙ্গাত তেওঁলোক নাৱত উঠিলে। চৈ থকা নাও। ৰাতিয়াৰ খুব আনন্দ। গঙ্গামাতৃক সেৱা কৰি, পানী মুখত দি হাতেৰে পানী খেলি খেলি ৰাতিয়াই গঙ্গা নদীৰ সৌন্দৰ্য আৰু নৌকাযাত্ৰাৰ আনন্দ উপভোগ কৰি আপোনমগন হৈ পৰিল। নাৱৰীয়া দুটাই ভাটীয়ালী ৰাগত গঙ্গাৰ মাজ পাই গীত আৰম্ভ কৰিলে। বৰ সুন্দৰ লাগিল ৰাতিয়াৰ। কথাবোৰ নুবুজিলেও সুৰটোৱে তাকো চুই গ'ল। সিহঁতৰ গাঁৱৰ মানুহেও এনেকুৱা সুৰত গীত গায়। সি ভাবিলে। বাটত কেইবাখনো নৈ নাৱেৰে পাৰ হৈছে, কিন্তু গঙ্গাৰ দৰে ভাল লগা নাছিল। গঙ্গা বিশাল আৰু পবিত্ৰ। ৰাতিয়াই বাৰম্বাৰ গঙ্গাক নমস্কাৰ জনালে।

সেইদিনা গধূলি পৰত অক্ষয়ব্ৰতৰ ঘৰত সিহঁত উপস্থিত হ'লগৈ। এখন সুন্দৰ গাঁও। মানুহবোৰ ভদ্ৰ, শিক্ষিত। অক্ষয়ব্ৰতৰ ঘৰত মানুহ বহুত। সিহঁতৰ ককাই-ভাই ছজন। অক্ষয় দুই নম্বৰ। মাক-পিতাক ইতিমধ্যে ঢুকাইছে। অক্ষয়ব্ৰতক দেখি ঘৰৰ মানুহবোৰৰ লগতে চুবুৰীয়া বহুত মানুহ গোট খাই গ'ল।

এজনে কলে— 'তোমাক আমি হেৰুৱালোঁ বুলিয়েই ভাবিছিলো। মায়াৰ দেশত বন্দী হৈ কি বা হ'ল তোমাৰ। এতিয়া আহি ওলালত বৰ ভাল পাইছোঁ।'

'দেশখন বৰ ভাল। তন্ত্ৰ-মন্ত্ৰ থাকিলেও ভেড়া হোৱাৰ ভয় নাই। শিৱৰ আদেশ মানি মই সেই মন্দিৰত পূজাৰী হ'ব লগাত পৰিলোঁ। মোৰ পুত্ৰ লাভ হ'ব বুলি সপোনত প্ৰভুৱে কৈছিল। সঁচাকৈয়ে পুত্ৰমুখ দেখিলোঁ। এতিয়া ইহঁতক লৈ যাওঁ বুলি আহিলোঁ।' অক্ষয়ব্ৰতে ক'লে।

অক্ষয়ব্ৰতে নিজৰ ঘৰত দহদিন জিৰণি ল'লে। তাৰ পিছত আহিবলৈ ওলাল। ইমান দূৰলৈ নগ'লে নহয় নে বুলি বহুতে বহু কথা কৈছিল। সি কিন্তু সকলোৰে কথা খণ্ডন কৰি ভোলানাথৰ আদেশ অমান্য কৰা নাযায় বুলি আহিবলৈ প্ৰস্তুতি চলালে।

প্ৰথমতে অক্ষয়ব্ৰতৰ পত্নী ইমান দূৰলৈ অহাৰ পক্ষপাতী নাছিল। অৱশেষত মান্তি হ'ল। ল'ৰাটো দাঙি-পাৰি নিবলৈ মানুহ এজনো যেতিয়া লগত আহিছে, বাটৰ চিন্তা নাই। কিন্তু পৰিয়ালৰ মানুহবোৰে ধুনীয়া ল'ৰাকণক এৰি দিবলৈ টান পাইছিল। অৱশেষত সকলো তল পৰিল।

এদিন সকলোৱে একেলগে এসাঁজ খাই অক্ষয়ব্ৰতহঁতে বিদায় ল'লে। হাতৰ টোপোলাত কেইখনমান শাৰী, মুড়ি-লাৰু আদি বান্ধি অক্ষয়ৰ পত্নী বিশালাক্ষী ওলাই আহিল। ল'ৰাটো প্ৰথমতে অক্ষয়ব্ৰতেই দাঙি ধৰিলে। এক কান্দোনৰ ৰোলৰ মাজত গাঁও এৰি উজনিলৈ যাত্ৰা আৰম্ভ হ'ল। মাইকী মানুহ আৰু শিশু লগত থাকিলে বেছি বাট অতিক্ৰম কৰিব নোৱাৰি। তদুপৰি য'তে-ত'তে থাকিবও নোৱাৰি। অহাৰ বাটত শিৱ-মন্দিৰ, বিষ্ণু মন্দিৰ, দুৰ্গা মন্দিৰ আদিতহে আশ্ৰয় ল'ব লগা হ'ল। অক্ষয়ব্ৰতৰ পত্নী বিশালাক্ষী দেখাত ধুনীয়া আৰু কম বয়সীয়াও। এনেকুৱা তিৰোতা বাটৰ বৈৰী। হৰিণাৰ গাৰ মাংসই বৈৰী। সেইবাবে প্ৰাচীন কালৰে পৰা কৈ আহিছে— পথে নাৰী বিবৰ্জিতা। সেইবাবে ৰাতিয়াক অক্ষয়ব্ৰতে কাণে কাণে সকলো বুজাই ক'লে— 'ৰাতি সাৱধানে থাকিবি। ক'ত কেতিয়া বেয়া মানুহ ওলাব, ঠিক নাই।'

অৱশ্যে বাটত ক'তো অঘটন নঘটিল। সুকলমে সিহঁত আহি পৰিহৰেশ্বৰ পালেহি। এইবাৰ চাৰি দিনমান বেছি সময় ল'লে।

'পৰিহৰেশ্বৰ মহাপ্ৰভুৰ কৃপাত ভালে-কুশলে পালোঁহি।' বুলি অক্ষয়ব্ৰতে স্বস্তিৰ নিশ্বাস পেলালে।

# সাত

অক্ষয়ব্ৰত উভতি অহাত বৃদ্ধ পূজাৰী ভট্টই বৰ ভাল পালে। তেওঁ ক'লে— 'বৃদ্ধ কালত ঘৰ এৰি তীৰ্থ দৰ্শনৰ বাবে আহিছোঁ। পৰশুকুণ্ডপৰ্যন্ত যোৱাৰ মন। ইয়াত প্ৰভুৱে কিছুদিন বন্দী কৰিলে। এতিয়া তুমি অহাত মুকলি হলোঁ। দুদিনমানৰ পিছতে যাত্ৰা আৰম্ভ কৰিম। তুমি কিন্তু এইবাৰ বাধা নিদিবা।'

'ময়ো আপোনাৰ দৰেই তীৰ্থযাত্ৰী আছিলো। মহাপ্ৰভুৱে ৰাখি দিলে। মহাপ্ৰভুৰ অনেক মহিমা। সপোনত দেখাৰ দৰেই মই ল'ৰা-তিৰোতা পাইছোঁ।'

'পত্নী-পুত্ৰক লৈ আহি বৰ ভাল কাম কৰিলা। এতিয়া মন দি প্ৰভুৰ সেৱা কৰিব পাৰিবা।'

এনেতে দুজনী ছোৱালী আহি অক্ষয়ব্ৰতক সেৱা জনালেহি। নিয়মমাফিক আশীৰ্বাদ দি তেওঁ সুধিলে— 'কোন এওঁলোক?'

'মোৰ নাম মদনিকা।' এজনীয়ে ক'লে।

'মই ৰম্ভা।' —আনজনীয়ে ক'লে।

'এওঁলোক দুয়ো মন্দিৰৰ নৰ্তকী হ'বলৈ আহিছে। অহাৰ এসপ্তাহ পাৰ হ'ল। তোমাৰ বাবেই আমি বৈ আছোঁ। কি সমিধান দিয়া, তুমি জানা।' ভট্টই ক'লে।

'আগতে ক'ত আছিলা?'

'আমি কৰতোৱা নৈৰ পাৰৰ এটি মন্দিৰৰ এগৰাকী নৰ্তকীৰ তলত নৃত্য শিক্ষা লৈছিলো। তাৰ পৰাই ইয়ালৈ পঠাইছে। এজন লোকে আহি আমাক ইয়াত থৈ গৈছে।' মদনিকাই ক'লে।

'সেই মন্দিৰত তোমালোকৰ অভিষেক কৰিছিল নেকি?'

'নাই কৰা। আমি শিক্ষা লোৱা মন্দিৰভাগ কাত্যায়নী মন্দিৰ। তাত দেৱদাসী ন'হলেও হয়।'

'তোমালোক কুমাৰীনে? কুমাৰী নহ'লে অভিষেক নহয়।'

'হয় আমি কুমাৰী! কাৰো সৈতে বৈবাহিক সম্বন্ধ হোৱা নাই।' —এজনীয়ে ক'লে।

'আমাক তেনেই সৰুতে মন্দিৰত বোলে উছৰ্গা কৰি গৈছে। আমাৰ পিতা-মাতা কোন, ঘৰ ক'ত আমি নাজানো। মন্দিৰৰ পূজাৰী আৰু নৃত্যগুৰু কোনোজনেই আমাৰ বোলে ঠিকনা নাজানে।' —আনজনীয়ে ক'লে।

'কাত্যায়নী মন্দিৰত বহু পুৰণি পৰিচাৰিকা আছে। পূজাৰীয়ে আমাক ৰাখিব নুখুজিলে। ভৰণ-পোষণৰ কথা আছেতো! এনেতে কোনো সাধু লোকে এই মন্দিৰত পৰিচাৰিকা বা দেৱদাসী নাই বুলি জনোৱাত পূজাৰীয়ে মানুহ এজন লগত দি ইয়ালৈ পঠাই দিছে।'

'ভালেই হ'ল। আমাৰো পৰিচাৰিকা আৰু দেৱদাসীৰ প্ৰয়োজন। সদ্যহতে তোমালোকে সেই ঘৰটোত থাকা। মন্দিৰৰ প্ৰসাদ, চাউল-পাত নি নিজে ৰন্ধন কৰি খাবা। ৰাতিয়া নামৰ মানুহ এটা আছে। অসুবিধাবোৰ তাক ক'লেই হ'ব। মইতো কালিহে আহি পাইছোঁ। ল'ৰা-তিৰোতাও আহিছে; থিতাপি লৈ লওঁ।' অক্ষয়ব্ৰতে ক'লে। 'তাৰ পাছত দহ দিনমানৰ ভিতৰত তোমালোকৰ এজনী এজনীকৈ অভিষেক হ'ব। অভিষেক মানে তোমালোকৰ বিগ্ৰহৰ লগত বিবাহ।'

'মন্দিৰৰ দেৱতা বা বিগ্ৰহ পাথৰৰ নহয় জানো? পাথৰৰ লগত বিবাহ সম্ভৱনে?'

'এইটোৱেই ৰীতি। দেৱদাসীৰ বিবাহ বিগ্ৰহৰ বাদে আনৰ লগত হ'ব নোৱাৰে। কোনো পুৰুষৰ লগত বিবাহ-বন্ধনত সোমাব নোৱাৰিবা। শুনা, মন্দিৰৰ সকলো দেৱ-দেৱীয়েই শিলেৰে তৈয়াৰী। মূৰ্তি ৰূপ নোলোৱালৈকে সেয়া পাথৰ। মূৰ্তি ৰূপ ল'লেই— দেৱতাৰ প্ৰাণ প্ৰতিষ্ঠা হয়।' —তেওঁ ক'লে।

'মন্দিৰৰ দেৱতাই মাতিবনে?' এজনীয়ে সুধিলে।

'নামাতে। দেৱতা অন্তৰ্যামী। শিৱই হওক, বিষ্ণুৱেই হওক নাইবা দুৰ্গা-কালী-কাত্যায়নী যিয়েই নহওক; সকলো অন্তৰ্যামী।' অক্ষয়ব্ৰতে ক'লে—

'দেৱদাসীৰ কাম কি হব প্ৰভু?'

'দেৱদাসীৰ মূল কাম নৃত্য কৰা। আৰতিৰ সময়ত বিশেষ নৃত্য কৰিব লগা হয়। তাৰ উপৰিও বিশেষ অনুষ্ঠানত নৃত্যাঞ্জলি দিব লাগে। এইবিলাকৰ লগতে মন্দিৰ পৰিষ্কাৰ কৰি ৰখা, দেৱ-দ্বিজৰ আগমন হ'লে পৰিচৰ্যা কৰা ইত্যাদিয়েই তোমালোকৰ কাম।'

'মন্দিৰৰ দেৱদাসীৰ বাবে কুমাৰী উছৰ্গা কৰিলে পৰিয়ালৰ কল্যান হয় বোলে। সঁচানে প্ৰভু!' —মদনিকাই সুধিলে।

'দেৱতা সন্তুষ্ট হ'লে, পৰিয়ালৰ কল্যান হয়। যুগে যুগে এইদৰেই মানি অহা, ভাবি অহা হৈছে। সেইবাবে দেৱদাসী সেৱা এটা পুণ্যৰ কাম। বাৰু, এতিয়া তোমালোক যোৱা। মই অন্য কামত লাগোঁ।'

মদনিকা আৰু ৰম্ভা! নৃত্যশালাত দিয়া নাম। তাহাঁতৰ আচল নাম তল পৰিছে।

পৰিচয়বিহীনা দুয়োজনীৰ আজি পৰিহৰেশ্বৰেই ঘৰ, ঠিকনা। দুয়োজনীয়েই থকা ঘৰটো পাই নানা আকাংক্ষাত ভুগিলে। ইজনীয়ে সিজনীক ক'লে— 'পাথৰক স্বামীবৰণ কৰা মানেই চিৰ কুমাৰী হৈ ৰোৱা! এইবোৰ ধৰ্মৰ কি প্ৰথা! ধৰ্মৰ নামত আমি শেষ হৈ যাম নেকি?'

'মোৰো সেয়ে ধাৰণা বাইদেউ। ধৰ্মৰ নামত আমাক শেষ হৈ যাবলৈ দিছে। আমাৰ পিতা-মাতা নৰকত পৰক।' —ৰন্তাই ক'লে।

'পৰক, পৰক। ধৰ্মৰ নামত আমাক বিক্ৰী কৰিছে বুইছ। কৰতোৱাৰ মন্দিৰত এজন সন্ন্যাসীয়ে পৰিচাৰিকা দেৱদাসীবোৰ মন্দিৰৰ বেশ্যা বুলি কৈছিল। মই নিজ কাণেৰে শুনিছিলো।' মদনিকাই ক'লে।

'তেনেহ'লে আমিও ৰক্ষা নপৰোঁ?' —ৰন্তাই সুধিলে।

'নাজানো আমাৰ ভাগ্যই ক'লৈ লৈ যায়।' মদনিকাই হুমুনিয়াহ কাঢ়ি এইদৰে ক'লে। অনাগত দিনবোৰৰ অশুভ পৰিস্থিতিৰ আশংকাত তাই কঁপি উঠিল।

আগতে যিটো কোঠাত পূজাৰীয়ে বাস কৰিছিল, তাৰ কাষতে সাধু-সন্ন্যাসীৰ ৰাত্ৰি যাপনৰ স্থান আছিল। এতিয়া পৰিয়াল অহাত অলপ দূৰত পূজাৰীৰ নিবাস তৈয়াৰ কৰিব লগা হ'ল। ৰাতিয়াই শিৱ ভক্ত গাঁৱৰ মানুহ মাতি আনি এটা ঘৰ নিৰ্মাণত লাগিল। কেইদিনমানৰ ভিতৰতে দুটা কোঠালিৰ বাঁহ-খেৰৰ ঘৰটো নিৰ্মাণ হৈ গ'ল। ইয়াৰ পিছত গোবৰ-মাটিৰে বেৰবোৰ লিপি পেলোৱা হ'ল। ঘৰটো দেখিবলৈ সুন্দৰ হৈ পৰিল। আগফালে এখন মুকলি চালিও সজা হ'ল। আজৰি সময়ত তাতে কঁঠ-মুঢ়া পাৰি বহিব পাৰিব। ঘৰৰ চাৰিবেৰৰ মাজত মানুহ দিনে-ৰাতিয়ে সোমাই থাকিব নোৱাৰে। এই যুক্তি দাঙি ধৰিলে ৰাতিয়াই। অক্ষয়ব্ৰতে তাক শলাগিলে।

ৰাতিয়া এতিয়া অক্ষয়ব্ৰতৰ পৰিয়ালৰ এজন হৈ পৰিছে। সৰু ল'ৰাটোৱে তাক এৰিবই নোখোজে। মাকজনীয়েও ৰাতিয়াক যথেষ্ট গুৰুত্ব দিয়ে। ৰাতিয়া মেচ বুকু বহল পাহোৱাল ডেকা। দেহৰ গঢ় থাওকাল যদিও পীত বৰণীয়া। নাক কিছু অনুন্নত। তথাপি সি দেখনিয়াৰ। অক্ষয়ব্ৰতৰ পত্নী বিশালাক্ষীয়ে তাক পছন্দ কৰে যথেষ্ট। সিও আৰম্ভণিৰ পৰাই বৌ সম্বন্ধ ধৰি মানুহজনীৰ ওচৰ চাপি গৈছে।

ৰাতিয়া আজিকালি ৰাতিও ঘৰলৈ নাযায়। মন্দিৰৰ চৌহদৰ এটা মুকলি ঘৰতে ৰাতি কটায়। খোৱা-বোৱা অক্ষয়ব্ৰতৰ ঘৰতে কৰে। পূজাৰীৰ ঘৰুৱা কাম-বনবোৰো সি কৰি দিয়ে। সি আজিকালি সম্পূৰ্ণ শিৱভক্ত। চিলিমে চিলিমে ভাং খালেও তাৰ নিচা নহয়। তাক সকলোৱে পূজাৰীৰ সোঁহাতৰ মানুহ ৰূপে মান্য কৰে। মদনিকা আৰু ৰন্তায়ো তাক যথেষ্ট সমীহ কৰি চলে। ৰাতিয়াই পূজাৰী অক্ষয়ব্ৰতৰ নাৰী-নক্ষত্ৰৰ গম পায়। সেইবাবে পূজাৰী পত্নীয়ে এদিন তাক সুধিলে— 'ৰাতিয়া! তোমাৰ পূজাৰী

দাদাই মন্দিৰত গোটেই দিনটো কিয় থাকে? তেওঁৰ ইমান আজৰি নাইনে?'

'সাধু-সন্তবিলাক থাকে। তেওঁলোকৰ লগত কথা-বতৰা হয়। প্ৰসাদ গ্ৰহণ কৰে। মন্দিৰলৈ ভক্ত আহিয়েই থাকে; গতিকে পূজা-অৰ্চনাত পূজাৰী দেউ লাগি থাকিব লগাত পৰে।'

'ভাতকেইটা খাবলৈও যেন তেওঁৰ সময় নাই।'

ৰাতিয়াই নামাতিলে।

'ল'ৰাটোৰ প্ৰতিও ৰাপ নাই! মই মাইকীজনীও যেন হাড়মাল হৈ পৰিছোঁ। মোক ঘৰৰ পৰা জোৰকৈ আনিবই নালাগিছিল।'

'কথাটো মই পূজাৰী দেউক ক'ম। তেওঁ কিবা এটা কৰিব নিশ্চয়।'

'মন্দিৰত দুজনী দেৱদাসী আছে নহয়, সিহঁতৰ লগত পূজাৰীৰ কিবা লেটি-পেটি নাইতো?'

'শিৱ-শিৱ। কি কথা কৈছে বৌ। পূজাৰী মন্দিৰৰ গণ্য-মান্য ব্যক্তি। তেওঁৰ কথা তেনেকৈ ভবাও পাপ।'

'তুমি একো নাজানা ৰাতিয়া! কামিনীয়ে শিৱকো বলিয়া কৰি তুলিছিল। তোমাৰ পূজাৰী মানুহহে।'

'আপুনি পূজাৰীক সন্দেহ কৰে?'

'কৰোঁতো। মন্দিৰত দুজনী গাভৰু দেৱদাসী আছে। সিহঁতৰ লগত পূজাৰীৰ সম্পৰ্ক কেনে? কথা-বতৰা পাতিলে লুকাই-চুৰকৈ নজৰ ৰাখিবাচোন।'

ৰাতিয়া মেচ আচৰিত হৈ মনে মনে ৰ'ল।

# আঠ

পৰিহৰেশ্বৰৰ দেৱালয়। সু-প্ৰাচীন শিৱ মন্দিৰ। থলুৱা লোকৰ বাবে বুঢ়াগোসাঁইৰ থান। জাগ্ৰত শিৱধাম। লিঙ্গ উপাসনাৰ স্থান। প্ৰাচীন কালৰে পৰা পূজাৰীয়ে এই উপাসনা কৰি আহিছে।

লিঙ্গ উপাসনা প্ৰাক্-বৈদিক যুগৰে পৰা প্ৰচলিত এক গণ ধৰ্মধাৰা। শিৱ অনাৰ্যৰ আদি দেৱতা। ভাৰত ভূমিত দ্ৰাবিড়সকলেই শিৱৰ উপাসনা কৌটিকালৰে পৰা কৰি আহিছিল। ইতিহাসে ইয়াক ঢুকি নাপায়। সেই তেতিয়াৰে পৰা ভাৰতবৰ্ষৰ দ্ৰাবিড়-নিষাদ-কিৰাত আদি জনগোষ্ঠীৰ মাজত শিৱ-পাৰ্বতীৰ অৰ্চনা-বন্দনা চলি আহিছিল। পঞ্চনদীৰ পাৰত গঢ়ি উঠা আৰ্য-সভ্যতা সিন্ধু সভ্যতা— হিন্দু সভ্যতাৰ সৰ্বপ্ৰথম ঋক্-উচ্চাৰণৰ সময়তে দেৱ-দেৱতাৰ তালিকালৈ আদি দেৱতা শিৱৰ আগমন হ'ল। কোটি কোটি জনসাধাৰণক আৰ্যসকলে চেৰাই যাব নোৱাৰিলে। সেয়েহে শিৱক আৰ্য-দেৱতাৰ শাৰীত বহুৱাই আদি দেৱতাৰ আসন দিলে। আৰ্য-অনাৰ্যৰ বিৰোধ নাইকিয়া হ'ল। বেদৰ দ্বাৰা সৃষ্টি হ'ল বৈদিক সভ্যতাৰ। উত্তৰ-দক্ষিণ-পূব-পশ্চিম মিলি গঢ়ি তুলিলে এক বিশাল সভ্যতা। উচ্চাৰণ হ'ল নানা স্তোত্ৰৰ লগতে ষড়ক্ষৰ শিৱ-স্তোত্ৰম্—

'ওঁকাৰ বিন্দু সংযুক্ত নিত্য ধ্যায়ন্তি যোগিনঃ।

কামদং মোক্ষদঞ্চৈৱ ওঁ কাৰায় নমো নমঃ।।'

সপ্তম শতিকাৰ পৰা এই স্তোত্ৰ শত কোটিবাৰ উচ্চাৰিত হ'ল এই পৰিহৰেশ্বৰ মন্দিৰত। পূজাৰীয়ে তেতিয়াৰে পৰা জনগণৰ মাজত ব্যাখ্যা কৰি আহিছে ভাস্কৰ বৰ্মাৰ তাম্ৰলিপিসমূহ। 'প্ৰণম্য দেৱং শশিশেখৰং প্ৰিয়...।'

এনে এটা পৰম্পৰাৰ মাজতে প্ৰচলিত হ'ল দেৱদাসী প্ৰথা। নটীৰ পূজা-নৃত্য কৰি কৰি সুন্দৰী নাৰীয়ে ভগৱানৰ আৰতি কৰে। মন্দিৰে মন্দিৰে এনে প্ৰথাৰ প্ৰচলন ঘটিল। শিৱ মন্দিৰ, বিষ্ণু মন্দিৰ সকলো মন্দিৰৰ মজিয়াত নৃত্য পটিয়সী-নটীৰ আগমন ঘটিল। কাশী, বৃন্দাবন, জগন্নাথ প্ৰমুখ্যে মন্দিৰত নানা ৰূপত নানা কাৰ্যত নটীৰ প্ৰচলন ঘটিল। ঘাইকৈ শিৱ মন্দিৰত দেৱদাসী নামৰ নৃত্য পটিয়সী নটীৰ আগমন

ঘটিল। কিন্তু কেতিয়াৰ পৰা? ইতিহাস নিমাত। তথাপি, আৰ্যীকৰণৰ পিছত মন্দিৰত গীত-মাত-নৃত্যৰ প্ৰচলন ঘটিল বুলি ভবা হয়।

পৰিহৰেশ্বৰ মন্দিৰত দেৱদাসী মাজে মাজে আছিল। সকলো সময়তে এই মন্দিৰত দেৱদাসী নাছিল। থলুৱা মানুহৰ দেৱদাসী উছৰ্গা কৰাৰ দৰে ধৰ্মানুৰাগ নাছিল।

বহুদিনৰ পিছত পৰিহৰেশ্বৰলৈ দুজনী দেৱদাসী আহিল। পূজাৰী অক্ষয়ব্ৰতে প্ৰথমগৰাকী দেৱদাসীৰ অভিষেক পাতিলে। এদিন ব্ৰতাদি সম্পন্ন কৰি মদনিকাই পূজাৰীৰ মন্ত্ৰপাঠৰ সৈতে মন্ত্ৰাবৃত্তি কৰিলে। তাই বিগ্ৰহক পতি ৰূপে বৰণ কৰি, শিৱলিঙ্গত মাল্যদান আৰু অৰ্ঘ্য প্ৰদান কৰি পাষাণ মূৰ্তিৰ প্ৰতি শিৰ অৱনত কৰি পতিদেৱ বুলি অশ্ৰু অঞ্জলি যাচিলে।

মদনিকাৰ অশ্ৰু অঞ্জলিৰ অৰ্থ বুজিবলৈ কোনো নাই। থলুৱা বাদ্য নাগাৰাৰ ছেৱে ছেঁৱে তাই নাচিলে। নাচি নাচি তাই এটা সময়ত মূৰ্ছা গ'ল। লগে লগে জয় শিৱ-শম্ভু শব্দত মন্দিৰ ৰজনজনাই গ'ল।

পূজাৰীয়ে ক'লে— 'শিৱসনাতনে মদনিকাক গ্ৰহণ কৰিলে।'

মদনিকাৰ মুখমণ্ডলত পূজাৰীয়ে কমণ্ডলুৰ পৰা পানী ছটিয়াই দিয়াত তাইৰ মূৰ্ছা ভাগিল। আচৰিত হৈ ইফালে-সিফালে চাই তাই পূজাৰীক দেখি ক'লে— 'মোৰ কি হৈছিল?'

'নাচি নাচি তুমি মূৰ্ছিতা হৈছিলা। কিন্তু নাচ শেষ হৈছে। তোমাৰ অভিষেক সম্পূৰ্ণ। এতিয়া যোৱা, ঘৰত বিশ্ৰাম লোৱাগৈ। সান্ধ্য আৰতিত পুনৰ নাচিব লাগিব। তাৰ পিছত দেৱতাৰ নিৰ্দেশত আত্মসমৰ্পণ।'

মদনিকা নিজৰ বাসস্থানলৈ আগবাঢ়িল। তাইৰ কাণত বাজি ৰ'ল এটা শব্দ— আত্মসমৰ্পণ। কিন্তু, কেনেকৈ? তাই বৰ ক্লান্ত হৈ পৰিছিল। ৰম্ভাই তাইক নানা কথা সুধিলে। মদনিকাই পিছত ক'ম বুলি শেঁতেলীত দীঘল দি পৰিল। অভিষেক অনুষ্ঠানলৈ ৰম্ভাক যাবলৈ দিয়া নাছিল। ঘৰৰ পৰাই মন্ত্ৰধ্বনি নাগাৰা-তালৰ শব্দ শুনি আছিল। মাজে মাজে তাই 'জয় শিৱ জয় শম্ভু' আদি সমৱেত কণ্ঠত উচ্চাৰণ কৰা শুনিছিল। কিবা যেন ৰহস্য আছে! কেইদিনমানৰ পিছত তাইৰো অভিষেক হ'ব। তায়ো বিগ্ৰহক পতিৰূপে বৰণ কৰিব লাগিব। তাইৰো এনে অৱস্থাই হ'ব।

সন্ধিয়ালৈ আকৌ মন্দিৰত আৰতি হ'ল।

মদনিকাই আকৌ নাচিলে। নাচৰ শেষত ভোজনপৰ্ব চলিল। উপস্থিত সকলোকে ভোজন কৰাই বিদায় দিলে। মন্দিৰৰ চৌহদত পূজাৰী অক্ষয়ব্ৰত আৰু ৰাতিয়াৰ বাদে ...। কোনো নাথাকিল। সেইদিনাই বৃদ্ধ পূজাৰী ভট্ট আৰু তেওঁৰ লগৰীয়াজনে

পৰিহৰেশ্বৰৰ পৰা বিদায় লৈ পূৰ্ব দেশৰ ফালে গমন কৰিছিল। অক্ষয়ব্ৰতে অভিষেক অনুষ্ঠানলৈ তেওঁলোকক জোৰ কৰি নাৰাখিলে।

মদনিকাক অলপ ক্ষীৰ খাবলৈ দিলে। ৰন্ধালৈ প্ৰসাদ ৰাতিয়াৰ হাতত পঠিয়াই দিয়া হ'ল। তাৰ পিছত পূজাৰীয়ে মদনিকাক এটা গোপন কোঠালৈ মাতি নিলে। তাৰ পিছত মাটিত পাৰি ৰখা এখন পাটীত শুবলৈ দি ক'লে— 'তুমি ইয়াতে বিশ্ৰাম লৈ থাকা। বিগ্ৰহৰ আদেশত কোনো প্ৰতিনিধি আহিব পাৰে। তেওঁলৈ অপেক্ষা কৰা।'

পূজাৰী অক্ষয়ব্ৰতে মদনিকাক সেই স্থানত ৰাখি ওলাই গ'ল। দিনটো নিজৰ ঘৰ আৰু পৰিয়ালৰ খা-খবৰ তেওঁ ৰখাই নাছিল। ঘৈণীয়েক বিশালাক্ষী চতুৰ তিৰোতা। ক'ত কি কৰে, ঠিক নাই। সেই কাৰণে সি হাতত কিছু প্ৰসাদ, কল, দৈ আদি লৈ ঘৰ পালেগৈ।

বিশালাক্ষীয়ে মুখ ওফোন্দাই ঘৰতে বহি আছিল। গিৰীয়েকৰ আগমনত তাই মনে মনে আনন্দিত হ'ল যদিও বাহিৰত একো প্ৰকাশ নকৰিলে। অক্ষয়ব্ৰতক কটাক্ষ কৰিহে ক'লে— 'এইবাৰ শেষ হ'লনে মন্দিৰৰ নটীৰ নৃত্য উপভোগ! দেৱতাসকল আহিছিলনে?'

'তেনেকৈ ক'ব নাপায়। বিগ্ৰহে ৰূপ ধাৰণ নকৰে। প্ৰভু শিৱ স্বয়ং কৈলাস পৰ্বততহে বিৰাজমান।'

'তেনেহলে ইয়াত নৈবেদ্য প্ৰদান কৰি, নৃত্যাঞ্জলি দি, দেৱদাসী উৰ্ছগা কৰি কিবা লাভ আছে?'

'তুমি কিবা নাস্তিকৰ দৰে কথা কৈছা। এই দেশৰ তন্ত্ৰ-মন্ত্ৰই তোমাক স্পৰ্শ কৰিছে নেকি! আদি দেৱতা শিৱ, তেওঁ সৰ্বভূতৰ গৰাকী, ভূতনাথ, তেওঁৰ ওপৰত কোনো নাই।'

'নাথাকিব পাৰে! তন্ত্ৰ-মন্ত্ৰই মোক উন্মাদ কৰা নাই। উন্মাদ কৰিছা তুমি। পূজাৰী হ'ল বুলিয়েই ঘৰলৈ পিঠি দিব লাগে! সৰু ল'ৰাটোৱে বিচাৰি বিচাৰি টোপনিত পৰিল। আৰু মই দিনটো অনাহাৰে থাকিলোঁ। সময় মতে মন্দিৰৰ ভোগ অকণ দি যাবলৈকো মনে নক'লে।' —বিশালাক্ষীয়ে ক'লে।

'সময় উলিয়াব নোৱাৰিলোঁ। দোষ নধৰিবা। এতিয়া আহাৰ গ্ৰহণ কৰা। ভাত-পানী ৰান্ধিছিলা যদি দিয়া। অন্নমুঠিৰ সমান একো হ'ব নোৱাৰে।'

অক্ষয়ব্ৰতৰ কথাত বিশালাক্ষীৰ অলপ বেয়াও লাগিল। সদায় খাই থাকিলে ভোগো আমনিদায়ক, অতৃপ্তিকৰ হয়। তাই লৰালৰিকৈ ভাত বাঢ়ি আনি মজিয়াত ৰাখি ক'লে— 'ভাত দিলোঁ, আহা।'

'তোমাৰ?' —পাতত বহি অক্ষয়ব্ৰতে সুধিলে।

'মই পিছত খাম। পিছত খোৱাটো নাৰীৰ ধৰ্মই।'

ভাত-পানী খাই, ঘৈণীয়েকক খুৱাই সাদৰেৰে মাত লগাই অক্ষয়ব্ৰত আকৌ মন্দিৰলৈ গ'ল। মন্দিৰত তেতিয়া ৰাতিয়াৰ বাদে কোনো নাই। বিগ্ৰহৰ ওচৰৰ বন্তিত সৰিয়হ তেল অলপমান দি অক্ষয় গোপন কোঠাৰ ফালে আগবাঢ়িল।

কোঠাৰ পাটীত মদনিকা তেতিয়া শুই আছিল। তাই গভীৰ টোপনিত। অক্ষয়ব্ৰতে কিছুপৰ চাই ৰ'ল। ৰূপ-যৌৱনেৰে পৰিপূৰ্ণা এজনী গাভৰু!

অক্ষয়ব্ৰতে তাইক তুলি দিলে।

'প্ৰভু! আপুনি পূজাৰী?'

'এৰা, মদনিকা বিগ্ৰহৰ দ্বাৰা মই প্ৰেৰিত হৈছোঁ।'

'কিন্তু, প্ৰভু, আপুনিতো মোৰ গুৰুজন।'

'এয়ে মন্দিৰৰ নিয়ম।'

মদনিকাৰ মুখৰ মাত হেৰাল। ইমানদিনে তাই শুনি অহা কথাবোৰ তেন্তে সঁচা। আজিৰ পৰা তাই মন্দিৰৰ সম্পত্তি। তাই বুজি পালে ফুলশয্যালৈ দেৱতা নাহে। আহে ধৰ্মৰ নামত পূজাৰীৰ দৰে নৰপশু একোটা।

মদনিকাই চিঞৰিব খুজিছিল, নোৱাৰিলে। অষ্ঠ-কণ্ঠ তাইৰ শুকাই যোৱাত মাত নোলাল। তাইৰ সকলো বাধা নেওচি পূজাৰী অক্ষয়ব্ৰতে এটা অজগৰৰ দৰে তাইক যেন গিলি পেলালে।

## ন

পিছদিনা পুবাৰ পূজা-আৰতিৰ পিছত অক্ষয়ব্ৰতে মদনিকাক মন্দিৰৰ মুকলি কক্ষত বহুৱাই লৈ নানা কথা শিকালে-বুজালে। তাই বিমৰ্ষ হৈ আছিল। মুখত তাইৰ মাত নাই।

অক্ষয়ব্ৰতে বহু কথাই জানে। পূজাৰী হোৱাটোও ভাগ্যৰ ফল। সকলো পূজাৰীয়ে দেৱদাসীৰ গোপনে স্বামী হ'বলৈ নাপায়। মন্দিৰৰ নিয়ম ৰূপে এই ব্যভিচাৰ বহু শতিকাৰ। ইয়াক ব্যভিচাৰ বুলি নাভাবি সদাচাৰ বা পুণ্যৰ কাম বুলি দেখুওৱা হৈছে। পূজাৰীয়ে ক'লে—

'মন্দিৰৰ দেৱদাসী হোৱাটো বহুজন্মৰ পুণ্যৰ ফল। মদনিকা, তুমি দেৱতাক আত্ম-সমৰ্পন কৰিছা। তুমি একো নাভাবিবা। দেৱতালৈ আগবঢ়োৱা ভোগ ভক্তৰহে ভোগ্য। তোমাৰো সেয়ে হৈছে। তুমি দেৱদাসী হৈছা; তুমি কোনো মানুহক বিয়া কৰাব নোৱাৰা। মন্দিৰৰ বিগ্ৰহ তোমাৰ পতি। কিন্তু শিলৰ প্ৰতিমাই একো নিদিয়ে। সেইবাবে দেৱদাসীসকলক পূজাৰী আৰু ভক্ত-সন্ন্যাসীলৈ আগবঢ়োৱা হয়।'

'দেৱদাসী তেনেহলে বেশ্যা?' —মদনিকাই কৈ পেলালে।

'হয়। দেৱদাসীসকল মন্দিৰৰ বেশ্যা। সাধাৰণ বেশ্যা নহয়। মহিমাময়ী শক্তিৰ গৰাকী হৈও, সৰ্বজন সন্মানিত হৈও একপ্ৰকাৰৰ বেশ্যা। মন্দিৰত উপচাৰিকা প্ৰয়োগৰ দিন ধৰি এই প্ৰথা চলি আহিছে।' অক্ষয়ব্ৰত কিছুপৰ ৰ'ল। তাৰ পিছত আকৌ ক'লে—

'এই মন্দিৰৰ পূজাৰী দায়িত্ব ল'বলগীয়া হোৱাৰ পিছত মই বহু কথা জানিছোঁ। মন্দিৰৰ দাসীসকল একপ্ৰকাৰ গণিকা বুলি আগতে মই জনা নাছিলো। বিভিন্ন অধ্যয়ন আৰু ব্যক্তিৰ সংশ্ৰৱত মই জানিছোঁ যে কেৱল ভাৰতবৰ্ষতে নহয়, পৃথিৱীজুৰি মন্দিৰৰ দাসীবোৰক গণিকা ৰূপে গ্ৰহণ কৰা হয়।'

'ঋক্‌বেদৰ দিনৰে পৰা ভাৰতভূমিত গণিকাৰ বহুত উল্লেখ পোৱা গৈছে। এজন বৈদিক পণ্ডিতৰ পৰা জানিছোঁ, এই বৃত্তি হেনো কেউখন বেদ, ব্ৰাহ্মণ-সংহিতা আদি সংস্কৃত শাস্ত্ৰবিলাকত বৰ্ণিত হৈছে। হিন্দু-শাস্ত্ৰৰ বাহিৰেও বৌদ্ধ, জৈন আদি ধৰ্মগ্ৰন্থতো গণিকাৰ কথা আছে।

'সংস্কৃত যেনেকৈ হিন্দু শাস্ত্ৰৰ ভাষা, সেইদৰে বৌদ্ধ শাস্ত্ৰৰ ভাষা হ'ল পালি। পালি ভাষাত ৰচিত 'বিনয় পিটক'ত মুহুত্তিয়া বুলি এটা শব্দ আছে। এই শব্দৰ অৰ্থ হ'ল মুহূৰ্তৰ সঙ্গিনী— অৰ্থাৎ বেশ্যা। সেইদৰে বৌদ্ধ-জাতকবিলাকতো বিভিন্ন প্ৰকাৰৰ, বিভিন্ন নামৰ বেশ্যাৰ কথা পোৱা যায়। ইয়াত পোৱা নামবোৰ হ'ল— ৰূপদাসী, বন্নদাসী, গামিনী, বেশি, নাৰিয়েৰ, নগৰশোভিনী, ইথ্থি, জনপদ কল্যাণী আদি। মহাকাব্য আৰু পুৰাণবিলাকত পোৱা কিছুমান বেশ্যা হ'ল— স্বৈৰিণী, কুলটা, বাৰঙ্গনা, বাৰবণিতা, বাৰস্ত্ৰী ইত্যাদি। এইবিলাকে সাধাৰণ বেশ্যাৰ পৰা গণিকালৈকে বুজাইছিল।'

'দেৱদাসীও এইবোৰৰ মাজতে পৰে নেকি?' মদনিকাই সুধিলে।

'পৰে। দেৱদাসীও পৰে। দেৱদাসী মন্দিৰৰ গণিকা বা বেশ্যা। এইবিধ গণিকাৰ আন নাম ত্ৰিদশালয় বনিতা।'

'ময়ো তেনে মন্দিৰ গণিকা হৈ পৰিছো?'

'হয়। এতিয়াও গণিকা হোৱা নাই। বহুগামিনী হোৱাৰ লগে লগে সেই শ্ৰেণীত সোমাবা। কিন্তু, দেৱদাসী সম্ভ্ৰান্ত গণিকা। প্ৰাচীন কালৰে পৰা পৃথিৱীৰ বিভিন্ন মন্দিৰত এইবিধ গণিকাৰ প্ৰচলন। মন্দিৰৰ বিগ্ৰহ এওঁলোকৰ স্বামী। বিভিন্ন দেৱতাৰ মন্দিৰবিলাক সৃষ্টি হোৱাৰ পিছতে পৰিচাৰিকাবোৰক দেৱদাসী বোলা হৈছে। পূজা-আৰাধনাৰ সময়ত গীত-নৃত্য নিৱেদন কৰি বিগ্ৰহক তুষ্ট কৰিব লাগে। তাৰ পিছত মন্দিৰৰ ভক্ত-পূজাৰীৰ ওচৰত আত্ম-নিৱেদন কৰিব লাগে।'

মদনিকাৰ মুখমণ্ডল কৰুণ হৈ উঠিল। কান্দো কান্দো অৱস্থাৰে তাই পূজাৰী অক্ষয়ব্ৰতলৈ চাই ৰ'ল। এইপৰ্যন্ত অক্ষয়ব্ৰতেই তাইৰ একমাত্ৰ পুৰুষ— স্বামী। কিন্তু তাই স্বামী বুলি দাবী কৰিব নোৱাৰে।

'প্ৰাচীন কালৰে পৰা গণিকাবিলাকক সম্ভ্ৰান্ত ৰূপে গণ্য কৰা হৈছিল। মন্দিৰৰ দেৱদাসী নামৰ গণিকা সেইবিলাকতকৈও সম্ভ্ৰান্ত আছিল। মন্দিৰৰ গণিকাক ৰজা ঘৰৰ পৰা ভাত্তা দিয়া হৈছিল, মন্দিৰলৈ সা-সম্পত্তি অনুদান দিছিল। এতিয়াও এই প্ৰথা চলি আছে। কিন্তু, বৰ্তমান আমাৰ মন্দিৰত ৰজাৰ পৃষ্ঠপোষকতা নাই। ৰজা এতিয়া বৰ দুৰ্বল। আমি ৰাইজৰ সহযোগতহে চলি আছোঁ। তথাপি, নতুন প্ৰাগ্‌জ্যোতিষপুৰলৈ মই যোৱাৰ কথা ভাবিছোঁ।

'এতিয়া তুমি যোৱা। নিজ গৃহত বিশ্ৰাম লোৱাগৈ। ভিতৰুৱা কথাবোৰ ইজনী ছোৱালীক...কি নাম তাইৰ?'

'ৰম্ভা।'

'অঁ ৰম্ভাক নক'বাগৈ। তাই ভয় খাই পলাই গলে তুমি দায়ী হ'বা।'

মদনিকাই শলাগ লৈ নিজৰ বহা'লৈ গ'ল। ৰম্ভাই তাইৰ বাবে বাট চাই আছিল। ভাত-পানী তায়েই ৰান্ধি থৈছিল।

'ইমান দেৰি কিয় হ'ল বাইদেউ?'

'সেইটো,— সেই পূজাৰীটোৰ বাবেই দেৰি হ'ল।' —বিতৃষ্ণাৰে তাই ক'লে।

'তেনেকৈ কাৰ কথা কৈছা? আৰু কোনোবা পূজাৰী আহিছে নেকি?'

'নতুন পূজাৰী কোনো অহা নাই ৰম্ভা। মোক পানী এবাটি দে, অষ্ঠ-কণ্ঠ মোৰ শুকাই গৈছে।' —মদনিকাৰ বিতৃষ্ণা আৰু খং তেতিয়াও কমা নাছিল।

'মই কিন্তু একো বুজা নাই, বাইদেউ।'

'বুজিবি ৰম্ভা, বুজিবি। তোৰ যিদিনা অভিষেক হৈ যাব, তেতিয়াহে মোৰ কথা বুজিব পাৰিবি। বিগ্ৰহক যিদৰে বুজিব নোৱাৰি, মন্দিৰৰ কথা-বতৰাও তেনেকৈ বুজিব নোৱাৰি। পূজাৰীহঁতৰ বাবেই বুজিব নোৱাৰি। বুজিছ ৰম্ভা, মন্দিৰত আমাৰ মুঠেই মূল্য নাই। আমিবোৰ খেলাৰ পুতলা।'

মদনিকাৰ কথাত আচৰিত হ'ল তাই। কিয় এনেকৈ কৈছে, ৰম্ভাই প্ৰথমতে ধৰিব নোৱাৰিলে। তথাপি, তাই যেন কিছু বুজি উঠিল। মদনিকাৰ হাতত পানী এবাটি তুলি দি ক'লে— 'পৰিয়ালৰ মঙ্গলৰ বাবেই মোক মন্দিৰত উছৰ্গা কৰি দিলে। সেইদিন ধৰি পিতৃ-মাতৃৰ লগত সম্পৰ্ক নাই। ঘৰত মতা নামটোও পাহৰিলোঁ।'

'আমাৰ ভাগ্য অ' আমাৰ ভাগ্য। পূজাৰীৰ কথাবোৰ পিছত কম। ভাত কেইটামান দুয়োজনীলৈকে বাঢ়। খাই-বৈ দুই দণ্ডমান শুই লওঁ, বৰ ভাগৰ লাগিছে। তাতে যোৱা ৰাতি টোপনিও অলপ খতি হ'ল।

'কালিনো মন্দিৰত ৰাতি কি কৰিব লগা হৈছিল?'

'সেইবোৰ বহুত কথা। মুঠতে কালি ৰাতি মোৰ জীৱন-যৌৱন সমৰ্পিত হৈ গ'ল। যোৱা ৰাতি ফুল শয্যা পাতিলোঁ।'

'কাৰ লগত?'

'তই নুবুজিবি এতিয়া।' মনোভাব সলনি কৰি তাই ক'লে, "বিগ্ৰহৰ লগত ফুলশয্যা হৈ গ'ল। আজিৰ পৰা মই বিবাহিতা দেৱদাসী।"

ৰম্ভাই আৰু একো নুসুধিলে। তাই ভাত বাঢ়িবলৈ গ'ল। দুপৰীয়া হোৱাত ভোকো লাগিছিল।

ভাত-পানী খাই চুৱা-নিকা ধুই দুয়োজনী পাটীত পৰিছিল। এনেতে কোনোবাই দুৱাৰত হেঁচুকিলে। ৰম্ভাই দুৱাৰ মেলি দেখা পালে— মন্দিৰৰ পূজাৰীৰ আলধৰা ৰাতিয়া মেচ বৈ আছে।

'কি হ'ল ৰাতিয়া ককাই? অসময়ত আহিলা যে।' —মদনিকাই সুধিলে।

'আজিৰ সান্ধ্য আৰতিত কোনোবা ৰাজ বিষয়া উপস্থিত থাকিব। সেইবাবে

মন্দিৰত বিশেষ নাচ-গান হ'ব। পূজাৰীদেৱে দুইজনীকে নাচত উপস্থিত থাকিবলৈ নির্দেশ কৰিছে।'

'পূজাৰী এতিয়া ক'ত?'

'পূজাৰী এতিয়া নিজ গৃহত। গৃহিণীৰ লগত দুৰ্বাদল কাজিয়া হৈছে।'

'কিয় ৰাতিয়া কাই?'

'যোৱাৰাতি মন্দিৰত গোটেই ৰাতি কিয় থাকিব লগা হৈছিল বুলি বিশালাক্ষী বৌৱে সুধিছিল মাত্ৰ; তাতে টিঙিৰি-তুলা হ'ল পূজাৰীদেউ। ভাতৰ পাতত যুদ্ধ। কাঁহী-বাটি দলিয়াদলি, ভঙা-ভঙি।' —ৰাতিয়াই মুখত আঙুলি দি নিজকে সম্বৰণ কৰিলে। ইফালে মদনিকা হাঁহি হাঁহি বাগৰি পৰিল। তাৰ পিছত ক'লে— 'দেৱতাৰো কাজিয়া লাগে?'

ৰাতিয়া যেন আচৰিত হ'ল, পূজাৰী আকৌ কেনেকৈ দেৱতা হ'ব!

'হৈছিল— হৈছিল ৰাতিয়া কাই। যোৱাৰাতি অক্ষয়ব্ৰত পূজাৰীৰ গাত বিগ্ৰহ লম্ভিছিল। গোপন কোঠাত তেওঁ মন্ত্ৰ-পাঠ কৰিছিল। সেই আদিম মন্ত্ৰ।'

ৰাতিয়াই শিৱ শিৱ বুলি ওপৰলৈ হাত তুলি প্ৰণাম কৰিলে। তাৰ পাছত ক'লে, 'অক্ষয়ব্ৰতৰ গাত এজনা আছে কিন্তু। নৱদ্বীপলৈ যাওঁতেই মই গম পাইছোঁ।'

মদনিকাই আৰু একো নক'লে। ৰন্তাই সকলোবোৰ মুখ মেলি শুনি থাকিল।

## দহ

ইতিমধ্যে ৰম্ভাৰ অভিষেক হৈ গ'ল। মন্দিৰৰ গোপন কক্ষত অক্ষয়ব্ৰতে তাইৰো কুমাৰীত্ব বিগ্ৰহৰ নামত হৰণ কৰিলে। ইতিমধ্যে মদনিকাৰ বাবে এজন ৰক্ষক নিযুক্ত হ'ল। ধনী ৰাজবিষয়াজনৰ লগত তাই কেইৰাৰাতিয়ো কটাই আহিছে। ৰম্ভাই মন্দিৰলৈ অহা এজন সন্ন্যাসীকো সঙ্গ দিব লগাত পৰিছে। দুয়োজনী এতিয়া বহুগামিনী।

'আমি তেনেহ'লে এতিয়া মন্দিৰৰ সম্পত্তি। যাৰ যি ইচ্ছা...।'

'আঁ আমাৰ এতিয়া ইচ্ছা-অনিচ্ছা নাই। বিগ্ৰহক প্ৰতিদিনে পুৱা ফুল দি মালা দি পূজা কৰি পত্নীধৰ্ম পালন কৰিলেই হৈ যাব। বিগ্ৰহ সন্তুষ্ট হ'ব।'

'বিগ্ৰহৰ চোন মাত-বোল নাই। দেৱতা শিৱ কি অক্ষয়ব্ৰতৰ গাত লম্ভিছে? পূজাৰীক বিগ্ৰহে কথা কয় নেকি বাইদেউ?'

'এইবোৰ আটাইবোৰ ফাঁকি। বিগ্ৰহ বিগ্ৰহেই; মানুহ মানুহেই।'

'তেনেকৈ নক'বা বাইদেউ। বিগ্ৰহত থকা দেৱতাই কেতিয়াবা দেখা দিয়ে বোলে। আমাৰ পূজাৰীদেৱে বোলে বহুবাৰ শিৱক দেখা পাইছে। তেওঁৰ গাত মাজে মাজে লম্ভেও।' —ৰম্ভাই গভীৰ বিশ্বাসেৰে ক'লে।

'সকলোৰে কল্যাণৰ বাবেই আমি দেৱদাসী হৈছোঁ। পুৱা-সন্ধ্যা আৰতিত নাচি-বাগি দেৱতা আৰু উপস্থিত ভক্তসকলৰ মনোৰঞ্জন কৰিছোঁ। কিন্তু দেৱতা সদায়েই পাষাণ হৈ আছে। কাকো মতা দেখা নাই।'

'ময়ো দেখা-শুনা নাই। কিন্তু মোৰ বিশ্বাস, মহাপুণ্যবান মানুহক দেৱতাই মাতে, দেখা দিয়ে।' —ৰম্ভাই ক'লে।

'সেই বিশ্বাস মোৰো আছিল। কিন্তু...।'

'এতিয়া হেৰাই গৈছে নেকি?'

'যিদিনা বিগ্ৰহৰ লগত মোৰ বিয়া হ'ল আৰু ফুলশয্যাত মই বিগ্ৰহক বাট চালো...কিন্তু আচৰিত কৰি বিগ্ৰহৰ নামত অক্ষয়ব্ৰত আহি মোৰ কুমাৰীত্ব হৰণ কৰি গ'ল। এয়ে ধৰ্ম, এয়ে স্বৰ্গ, ৰম্ভা।'

মদনিকাই উচুপি কান্দিলে।

'নাকান্দিবা বাইদেউ। আমি মন্দিৰৰ দেৱদাসী। দেৱদাসীৰ বোলে নিজ ইচ্ছা, নিজ আশা-আকাংক্ষা নাই। আমি বোলে ৰূপ-যৌৱন লৈ দেৱমন্দিৰৰ প্ৰসাদ হৈছোঁ। ভক্তই আমাক বোলে ভোগ কৰিব।'

'এৰা ৰম্ভা, আমি এতিয়া বেশ্যা। ধৰ্মৰ নামত আমাক বেশ্যা সজাইছে। আত্মীয়-স্বজনৰ দ্বাৰা আমি বঞ্চিত হৈছোঁ, পেটৰ দায়ত বেশ্যামি গ্ৰহণ কৰিছোঁ। আমাৰ উদ্ধাৰ নাই। আমাৰ ৰক্ষকবোৰো একোটা ৰাক্ষস। সিহঁতৰ নাম শুনিলে গা শিয়ৰি যায়। মন্দিৰ পৰিচালনাৰ বাবে দুটামান মুদ্ৰা ছটিয়াই দিব আৰু কৰ্তৃপক্ষই আমাক কেইদিনমানলৈ লগত পঠিয়াই দিব।'

'আমি তেনে বলিৰ পঠা?'

'পঠা ভালেই; এককোবে ডিঙি ছিগে। আমাৰ মৰণ কিন্তু তিল্ তিল্কৈ।'

মদনিকাক পূজাৰীয়ে মন্দিৰৰ মুকলি বহালৈ মাতি পঠিয়ালে। দুপৰীয়া খন কিয় মাতিলে, তাই বুজিব নোৱাৰিলে। তথাপি, তাই যাবলৈ বাধ্য হ'ল।

মদনিকাক দেখি অক্ষয়ব্ৰতে ক'লে— 'মই গম পাইছোঁ, তুমি বৰ বিচলিত হৈ আছা। এইবোৰ মন্দিৰৰ ৰীতি। ইয়াৰ মাজতে পুণ্য সঞ্চয় হয়। দেৱদাসী হোৱাটো পুণ্যৰ কাম। সৌভাগ্যৱতীসকলেহে এই সুবিধা পায়।'

'ঘৰ-দুৱাৰ, সংসাৰ এৰি...।'

'বুজিছোঁ, বুজিছোঁ। তুমি কি ক'ব বিচাৰিছা মই আগতেই বুজিছোঁ। ঘৰ-সংসাৰ, পতি-পুত্ৰ, ধন-সম্পদ এই আটাইবোৰ মায়া। মায়াৰ পিছত ধাবিত হ'লে; পাপাচাৰ গঢ়ি উঠে। মুক্তি সম্ভৱ নহয়।'

'মই ধৰ্ম তত্ত্ব নাজানো। মই সাধাৰণ তিৰোতা।' —মদনিকাই ক'লে।

'সেইবাবে তোমাক মাতি আনিলোঁ। মন মুক্ত হ'ব লাগে। তোমালোকেইতো পৃথিৱীৰ প্ৰথম দেৱদাসী নহয় আৰু বহুত আছিল। তাৰে কিছু কম, তুমি শুনি যোৱা, মন মুক্ত হ'ব।'

অক্ষয়ব্ৰতে আৰম্ভ কৰিলে। প্ৰথমতে আৰম্ভ কৰিলে— বুদ্ধদেৱৰ দিনৰ নগৰ শোভিতা, সম্ভ্ৰান্ত গণিকা আম্ৰপালীৰ কথা। তাই অতি অপৰূপা আছিল। এদিন পালিত পিতা প্ৰাতঃভ্ৰমণত গৈ থাকোঁতে কুঞ্জবন এখনৰ আমগছ এজোপাৰ তলত, গছজোপাৰ শিপাত এই দিপ্‌লিপ কেঁচুৱা কন্যাটি কোনোবাই শুৱাই থৈ যোৱা পাইছিল। পালিত পিতাই তাইক আশ্ৰিতা হিচাপে ডাঙৰ-দীঘল কৰিলে আৰু আমগছৰ মূলত পোৱাৰ বাবে আম্ৰপালী নাম ৰাখিলে। তাই যেতিয়া গাভৰু হ'ল, তেতিয়া নৃত্য-গীত সকলোতে সুনিপুণ হৈ উঠিল। বৈশালী নগৰীত তাই হ'ল সকলো পুৰুষৰ আকৰ্ষণৰ সম্পদ।

পুৰণি কালত অতি ধুনীয়া তিৰোতা এজন স্বামীৰ হৈ নাথাকে; বহুভূক্তা হৈ পৰে। আম্ৰপালীও বৈশালীৰ ৰজাঘৰৰ পৰা সম্ভ্ৰান্ত বিষয়া-পণ্ডিতলৈকে আকৰ্ষণৰ বিন্দু হৈ পৰে। বৈশালীৰ এই সম্ভ্ৰান্ত গণিকাৰ বাবে প্ৰতি ৰাতি সহস্ৰ কাৰ্য্যাপন অৰ্থাৎ সহস্ৰ মুদ্ৰা দিব লগা হৈছিল। বৈশালীৰ ৰাজপুত্ৰ আম্ৰপালীৰ বাবে পাগল হৈ পৰিছিল। ৰাজকোষৰ মুদ্ৰা হিচাপ নোহোৱাকৈ এই গণিকাক পণ হিচাপে দিছিল। শেষত ৰাজগৃহ আৰু বৈশালীৰ ক্ষমতাশালীসকলৰ মাজত আম্ৰপালীৰ পণ লৈ তুমুল কন্দল হৈছিল। আম্ৰপালীৰ প্ৰেমিক পুৰুষক ধৰি আনি শাস্তি প্ৰদান কৰা হৈছিল। সেইবোৰ বৰ দীঘলীয়া কাহিনী। কিন্তু বহুভূক্তা আম্ৰপালী ৰাজ-ঐশ্বৰ্যৰ মাজতো তৃপ্ত হ'ব নোৱাৰিলে। অৱশেষত তাই ভিক্ষুণী হৈ এটা বৌদ্ধ মঠত আশ্ৰয় লৈ বুদ্ধৰ শৰণাগত হ'ল। তাই তেতিয়াহে তৃপ্ত হ'ল আৰু কামাতুৰ পুৰুষ দলৰ পৰা মুক্ত হ'ল।

অক্ষয়ব্ৰত ৰ'ল। মদনিকাৰ মানসিক প্ৰতিক্ৰিয়া তেওঁ লক্ষ্য কৰিলে। তথাপি, একো বুজিব নোৱাৰিলে। এনে এটা জীৱনৰ কথা তাই হয়তো ভবা নাছিল। এইবাৰ তেওঁ বাসৱদত্তাৰ কথা ক'লে। 'এই সম্ভ্ৰান্ত গণিকাৰ ওচৰত ৰাজপুৰুষো হেয় হৈ পৰিছিল। বিখ্যাত পণ্ডিত লোকো এইজনী বেশ্যাৰ বাবে লালায়িত হৈছিল। প্ৰেমত হাবাথুৰি খাইছিল।'

'বেশ্যাৰো প্ৰেম থাকে নেকি?' —মদনিকাই ক'লে।

'থাকে, বেশ্যাও প্ৰেমত পৰে। প্ৰেমত পৰি ঘৰ-সংসাৰ কৰি সুখেৰে বাস কৰা অনেক বেশ্যা আছিল। জৈনসকলেও হিন্দু, বৌদ্ধসকলৰ দৰেই গণিকাৰ প্ৰতি উচ্চ ধাৰণা পোষণ কৰিছিল। জৈন ধৰ্মকথা মতে জনা যায় যে এজনী সৰ্বাঙ্গসুন্দৰী, শিক্ষিতা গণিকাৰ এৰাতিৰ আয় সহস্ৰ কাৰ্য্যাপন। এনে বেশ্যাক ৰম্যপুৰীলৈ নিবলৈ হ'লে গাড়ীৰ ব্যৱস্থা কৰিব লাগিছিল। 'মৃচ্ছকটিকম'ত বসন্তসেনালৈ এইদৰে মাটিৰ গাড়ী পঠাইছিল। আনকি মন্দিৰৰ দেৱদাসীও এনেকুৱাই আছিল। শাস্ত্ৰই বেশ্যাকো প্ৰেম কৰাৰ অধিকাৰ দিছে। আম্ৰপালী, বসন্তসেনা আদিৰ প্ৰেম কাহিনীৰ দৰে বহুত দেৱদাসীৰো প্ৰেম হৈছিল। তেওঁলোকৰ বহুতেই ঘৰ-সংসাৰ পাতি সুখী হৈছিল। কিন্তু...।'

'কিন্তু কি?'

'এতিয়া সেই ৰীতি উঠি গৈছে। দেৱদাসীৰ বিগ্ৰহৰ লগত বিবাহ হয় বাবে কোনো পুৰুষৰ সৈতে তেওঁলোকে গৃহবাস কৰিব নোৱাৰে। অথচ যৌন নিৱেদন তেওঁলোকেও কৰিব পাৰে। প্ৰাচীন কালৰে পৰা চলি অহা এই প্ৰথাৰ পৃষ্ঠপোষক হ'ল ৰজা, ৰাজপুত্ৰ, বিষয়া, ব্ৰাহ্মণ আদি সৰ্বোচ্চ আসনত থকাসকল। মন্দিৰৰ পূজাৰীজন বিগ্ৰহ-দেৱতাৰ প্ৰতিনিধি। বাস্তৱত তেৱেঁই দেৱদাসীৰ মানৱ-পতি। বাকী ইমানবোৰ

কথা ক'লোঁ, তোমাৰ চাগে জ্ঞান হ'ল। মনত কলুষতা, সন্দেহ নাৰাখিবা; এই জনমতে তোমালোকে মুক্তি লাভ কৰি স্বৰ্গত আৰোহণ কৰিব পাৰিবা।'

মদনিকা শেষৰ বাক্যষাৰিত মুগ্ধ হৈ পৰিল। এগৰাকী বৃদ্ধাই কৈছিল— নাৰীদেহেই পাপৰ সাগৰ। এই দেহ ত্যাগ কৰিব পাৰিলেই শান্তি। আত্মহত্যা কৰিলেও মহাপাপ। তেনেহ'লে আত্মদানেৰে মুক্তি লভিব পাৰিলেওতো ক্ষতি নাই। মৃত শৰীৰ শগুন, কুকুৰে খালেও বোলে মুক্তি লাভ হয়। সেইবাবে মানুহবোৰ বোলে একেবাৰে বৃদ্ধ হ'লে হাবিলৈ গুচি যায়। তাতেই মৃত্যু হয়। সেই দেহ শিয়াল, শগুনৰ নিচিনা প্ৰাণীয়ে ভক্ষণ কৰে। সেয়ে নেকি মুক্তি!

মদনিকাই বেছি আৰু নাভাবিলে। ৰম্ভাই এই আটাইবোৰ কথা নাজানে। তাইকো শিকাব লাগিব; বুজাব লাগিব। নমৰালৈকে মাংস চিকাৰী মানুহবোৰে শগুন-শিয়ালৰ দৰে খাব।

মদনিকাই জানে যে ৰম্ভাই তলে তলে ৰাতিয়াক ভাল পায়। দেৱদাসীৰ ভালপোৱা নিৰৰ্থক হ'লেও, তাৰ নিশ্চয় মূল্য আছে। তাই ৰাতিয়াকে ৰক্ষক পাতিবলৈ ৰম্ভাক ক'ব। বাহিৰৰ বিষয়াৰ হাতত তাই যেন নপৰে। কিন্তু মদনিকাৰ সন্দেহ হয়— ৰাতিয়াই ৰম্ভাক ৰক্ষিতা ৰূপে ল'বনে নাই। তাক পূজাৰিণীৰ সৈতে সন্দেহ কৰে।

বিশালাক্ষী বৰ সাংঘাতিক তিৰোতা। ৰাতিয়াক আলধৰা পাতিলে বুলিয়েই তাক অকণো এৰিব নালাগেনে! মন্দিৰৰ চৌহদত দুজনীকৈ সুন্দৰী গাভৰু আছে, তালৈ তাৰ চকু নাই। পূজাৰিণী বৌ বুলি সি পাগলৰ দৰে ঘূৰে। কাৰণ কি হ'ব পাৰে? নাৰীয়েহে নাৰীৰ মন বুজে। যদি এই সন্দেহ সত্যত পৰিণত হয়, তেনেহ'লে ৰাতিয়াক ৰম্ভাই ৰক্ষক নকৰাই ভাল। কাৰণ, বাঘতকৈ ভতুৱা কুকুৰ বেছি আমনিদায়ক।

## এঘাৰ

অক্ষয়ব্ৰতে ঘৈণীয়েক বিশালাক্ষী আৰু ৰাতিয়া আলধৰাৰ ভিতৰুৱা সম্পৰ্ক এদিন ধৰা পেলালে।. ঘৈণীয়েকক এই কথাৰ সোধা-পোচা কৰাত তাই প্ৰথমতে স্বীকাৰ কৰা নাছিল। অক্ষয়ব্ৰতে ৰাতিয়াক মাতি আনি সন্মুখতে সুধিলে— 'দুয়োটাকে সুধিছোঁ, ক'হঁত। মই শুনা কথাবোৰ কিমান সঁচা?'

ৰাতিয়া মনে মনে ৰ'ল। সি এবাৰ বিশালাক্ষী আৰু এবাৰ অক্ষয়ব্ৰতলৈ চাই তলমূৰ কৰিলে।

'যদি কওঁ সচাঁ?' বিশালাক্ষী যেন গৰ্জি উঠিল।

'সচাঁ? কিয় এই কাম কৰিছা, কিয়?'

'নিজে যদি মন্দিৰৰ প্ৰতিজনী দেৱদাসীৰ লগত সম্পৰ্ক সৃষ্টি কৰিব পাৰে, মইনো ডেকা মানুহ এটাৰ লগত কিয় নোৱাৰিম?'

'মই মন্দিৰৰ প্ৰধান পূজাৰী। মই দেৱতাৰ প্ৰতিনিধি।'

'মই নাৰী। মই আদ্যশক্তিৰ অংশ। মোৰো কামনা-বাসনা আছে। তদুপৰি উপ-পতি গ্ৰহণ কৰাৰ অধিকাৰ মোৰ আছে।' —তাই ক'লে।

'সেই অধিকাৰ তুমি ক'ত পালা?'

'বৈদিক শাস্ত্ৰই মোক এই অধিকাৰ দিছে।'

'তুমি ব্যভিচাৰিণী।'

'মুঠেই নহয়। মই মোৰ প্ৰয়োজন পূৰাইছোঁ।'

'কিন্তু তুমি শূদ্ৰৰ লগত সম্পৰ্ক সৃষ্টি কৰাটো প্ৰতিলোম নহয়নে?'

'নিজেওতো দুজনী শূদ্ৰ দেৱদাসীৰ লগত সম্পৰ্ক কৰিছা, ই কেনে ধৰণৰ বিচাৰ?' —বিশালাক্ষীয়ে ক'লে।

'ব্ৰাহ্মণে শূদ্ৰ গমন কৰাত বাধা নাই। ই অনুলোম পদ্ধতি। এজনী নাৰী বা বেশ্যাৰ যদি দহজন স্বামী থাকে, তেনেহ'লে তাৰ ভিতৰত যিজন ব্ৰাহ্মণ তেৱেঁই তাইৰ বৈধ স্বামী।' —অক্ষয়ব্ৰতে ক'লে।

'এই মত স্বাৰ্থপৰ হিন্দু শাস্ত্ৰজ্ঞৰ। মই ইয়াক নামানো। ব্ৰাহ্মণৰ অধিকাৰ থাকিলে, ব্ৰাহ্মণীৰো থাকিব।'

এইদৰে দুয়োজনৰ মাজত তৰ্কাতৰ্কি হ'ল। তৰ্কৰ মাজতে ৰাতিয়াই স্থান ত্যাগ কৰিলে। অৱশেষত অক্ষয়ব্ৰতৰ ন বছৰীয়া পুত্ৰৰ আগমনত দুয়ো মনে মনে ৰ'ল। কিন্তু আৰম্ভ হ'ল শীতল যুদ্ধৰ।

এই শীতল যুদ্ধৰ কথা মদনিকা আৰু ৰম্ভায়ো গম পালে। ৰম্ভাই অনুমান কৰা কথা সঁচা প্ৰমাণিত হোৱাত দুখ পালে যথেষ্ট। কাৰণ, তাই ক'ৰবাৰ নিষ্ঠুৰ মানুহ একোটাক ৰক্ষক কৰাতকৈ সৰল মানুহ ৰাতিয়াকে ৰক্ষক পতাৰ কথা ভাবিছিল। তাই সোনকালেই গ্ৰহণ কৰাৰ কথা ভাবিছিল। কাৰণ তাই মন্দিৰৰ পুৰোহিত অক্ষয়ব্ৰতৰ সন্তান গৰ্ভত ধাৰণ কৰিছে। মদনিকাকো কথাটো কোৱা নাই। ক'লে হয়তো...।

ৰাতিয়াৰ দুদিন তিনিদিন দেখা-দেখি নাই। সি ক'লৈ গ'ল, কোনেও নাজানে। ৰাতিয়া নথকাত মন্দিৰৰ দ্ৰব্য যা-যোগাৰত যথেষ্ট অসুবিধা হৈছে। কিছুমান কাম অক্ষয়ব্ৰতে নিজেই কৰিব লাগত পৰিল। মন্দিৰত তেওঁৰ বাদে আন পূজাৰী নাছিল। ৰাতিয়াই প্ৰায়বোৰ কামেই কৰি দিছিল। দেৱদাসী দুজনীয়ে ফুলতোলা, মালা গথা, বেলপাত যোগান ধৰা এইবোৰ কৰি দিয়াটো মন্দিৰৰ নিয়ম। মন্দিৰত মাজে-সময়ে সাধু-সন্ন্যাসী আহি সপ্তাহ-দহদিন থাকি যায়হি যদিও এইকেইদিনত এজনো নাই।

অক্ষয়ব্ৰতৰ কামৰ এতিয়া সীমা নাই। বিভিন্ন সমস্যাই মানুহটোক জুমুৰি দি ধৰিছে। তাতে আকৌ ৰম্ভা। মন্দিৰ পৰিষ্কাৰ কৰিবলৈ আহি ৰম্ভাই নিজৰ গা নোধোৱাৰ কথা জানিবলৈ দিলে। অক্ষয়ব্ৰতৰ এতিয়া উশাহ ল'বলৈকো বাট নাইকিয়া হ'ল।

ঘৰত ঘৈণীয়েকৰ বিদ্ৰোহ।

মন্দিৰ এৰি ৰাতিয়াৰ পলায়ন।

মন্দিৰৰ অনেক কাম।

ন-বছৰীয়া পুত্ৰৰ নানা আমনি।

আকৌ এতিয়া ৰম্ভাৰ গাত লেঠা।

কি কৰিব-নকৰিব একো সিদ্ধান্ত ল'ব নোৱাৰি মদনিকাক মাতি পঠিয়ালে। তাইক ৰম্ভাৰ গাৰ লেঠাটো চম্ভালিবৰ বাবে অনুৰোধ জনালে। এবাৰ মদনিকাৰো তেনে হৈছিল। কিছুদূৰৰ এজন তান্ত্ৰিকৰ ওচৰলৈ গৈ তাই কোনোমতে ৰক্ষা পৰিল। এতিয়া পূজাৰী-ৰম্ভা দুয়োৰে বিপদ। সন্তান ভূমিষ্ঠ হ'লে ৰম্ভা দেৱদাসীৰ পৰা বাদ পৰিব। তাইৰ এইপৰ্যন্ত কোনো ৰক্ষক নাই, যাক পিতৃত্বৰ অপবাদ জাপি দিব পাৰিব।

মদনিকা বৰ চিন্তিত হ'ল। তাই মন্দিৰৰ পৰা অলপ দূৰৰ মানুহ এঘৰলৈ গ'ল। মানুহঘৰৰ ডেকা এটাক ৰাতিয়াক বিচাৰি সিখন গাঁৱলৈ পঠিয়ালে। যিকোনো প্ৰকাৰে

তাক মদনিকাই মতাৰ কথা ক'বলৈ ভাৰ দিলে। মানুহঘৰৰ পৰা উভতি আহোঁতে বিশালাক্ষীলৈ মনত পৰিল। পূজাৰীয়ে গম ধৰিব নোৱৰাকৈ তাই বাহিৰে বাহিৰে বিশালাক্ষীক লগ ধৰিলে। অলপতে ঘটি যোৱা ঘটনাটোৰ বাবে ৰাতিয়া কিয় পলাল— তাই জানিব বিচাৰিলে। পূজাৰিণীয়ে প্ৰথমতে একো ক'বলৈ ইচ্ছা কৰা নাছিল। কিন্তু শেষত পূজাৰী অক্ষয়ব্ৰতৰ পোতক তুলিবলৈ ঘটনাটো কৰা বুলি স্বীকাৰ কৰিলে—

'পূজাৰীয়ে মন্দিৰৰ দুয়োজনী দেৱদাসী ৰক্ষিতা কৰিছে, উপপত্নী কৰিছে। মইনো এজন ৰখাত কি অপৰাধটো হ'ল, কোৱা?'

মদনিকাই কি ক'ব! বিশালাক্ষীৰ এষাৰ কথাই তাই মাত হৰণ কৰিলে। বহুপৰ মনে মনে থাকি ৰম্ভাৰ বিপদটোৰ কথা খোলা-খুলিকৈ ক'লে। বিশালাক্ষী যেন আনন্দিত হ'ল।

'খুব ভাল হৈছে। মন্দিৰৰ পূজাৰীৰ স্বৰূপ ওলাব। তেওঁলোক একোজন দেৱতা। নিষ্পাপ ছোৱালীবোৰক দেৱতাৰ নামত, ধৰ্মৰ নামত উছৰ্গা কৰাই ভোগ কৰিব আৰু ঘৰত বহি একোজনী ব্ৰাহ্মণীয়ে সতী-সাধ্বী হৈ তেওঁলোকৰ স্বৰ্গযাত্ৰা নিৰাপদ কৰি তুলিব। ধৰ্মৰ এই কুৎসিৎ ৰূপটোকে তোমালোকে গ্ৰহণ কৰি নিৰ্বিবাদে আত্মজাহ দিছা। ব্ৰাহ্মণৰ ঔৰসত শূদ্ৰিৰ আদি চতুৰ্বৰ্ণ তিৰোতাই দেৱতাৰ জন্ম দিয়ে। ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ পুৰুষৰ বীৰ্য ধাৰণ কৰিলে ব্ৰাহ্মণীয়ে পঞ্চমবৰ্ণৰ জন্ম দিয়ে। কিয়?... ভালেই হৈছে ইজনী দেৱদাসীৰ গৰ্ভত দেৱপুত্ৰই জন্ম লাভ কৰিব!' বিশালাক্ষীয়ে হো-হোৱাই হাঁহিলে। অলপ পৰ বৈ আকৌ ক'লে— 'মই শাস্ত্ৰ-পাঠ কৰিব পাৰোঁ। মোৰ পিতৃ পৰিয়ালৰ প্ৰতিজনেই সৰ্বশাস্ত্ৰী; কিন্তু ভণ্ড নহয়। মই কিন্তু ধৰ্মান্ধসকলৰ ওপৰত প্ৰতিশোধ লৈছোঁ। মই পৰীক্ষা কৰিব খুজিছোঁ, — ব্ৰাহ্মণীৰ গৰ্ভত শূদ্ৰৰ ঔৰসত কুষ্মাণ্ডৰ জন্ম হয় নে নহয়!'

'কিন্তু, আপোনাৰ পৰিয়ালত...।' মদনিকাই শেষ কৰিবলৈ নাপালে। ব্ৰাহ্মণীয়ে আকৌ ক'লে— 'মোৰ গৰ্ভ মই নষ্ট কৰি পেলাব পাৰোঁ। তেতিয়া ব্ৰাহ্মণ সন্তুষ্ট হ'ব, মোক সাধ্বী-সতী বুলি সমাজত ক'ব আৰু তোমাৰ পূজাৰী দেৱলোকৰ প্ৰতিনিধি হৈ ৰ'ব!'

'নিজৰ ক্ষেত্ৰত যি কৰে কৰিব! আমাৰ ৰম্ভা দেৱদাসীক ৰক্ষা কৰক। তাইৰ কোনো দোষ নাই। পূজাৰীয়ে ধৰ্মৰ দোহাই দি তাইক তিনি মাহ ভোগ কৰিছে।' তাৰ পিছত মদনিকাই কৌশল ৰচনা কৰিলে—'পূজাৰীয়ে এতিয়া সেই দোষ ৰাতিয়াৰ ওপৰত জাপি দিব খুজিছে। ৰাতিয়া মুঠেই দোষী নহয়। কিন্তু, সন্তান জন্ম হ'লে ৰাতিয়াৰ বুলি প্ৰচাৰ হৈ যাব।'

বিশালাক্ষীয়ে কথাটো দকৈ ভাবি চাবলৈ ধৰিলে। ৰাতিয়াৰ সন্তান প্ৰকৃততে

তাইহে ধাৰণ কৰিছে। এইটো গিৰীয়েকৰ প্ৰতি ডাঙৰ প্ৰতিশোধ হ'ব। ৰম্ভাৰ গৰ্ভত থকা তাইৰ গিৰীয়েকৰ সন্তানটোৱে প্ৰকৃত পিতৃ পৰিচয় নাপাব। ৰক্ষক হ'ব সেই সন্তানৰ পিতৃ। অক্ষয়ব্ৰতে সকলো গম পাইছে যেতিয়া মানুহ লগাই ৰাতিয়াক ধৰাই আনি ৰম্ভাৰ ৰক্ষক পাতি দিব। ৰাতিয়াক আনৰ হ'বলৈ দিব নোৱাৰি। অক্ষয়ব্ৰতে তাইক শান্তি বিয়া কৰাই আনিছে বাবেই তাইৰ তেওঁ স্বামী দেৱতা। গিৰীয়েকৰ লগত তাইৰ কোনো হৃদয়-সম্পৰ্ক নাই। কিন্তু ৰাতিয়া তাই হৃদয়ৰ অধিকাৰী। ৰাতিয়া কেৱল হৃষ্ট-পুষ্টই নহয়; সি এখন বহল হৃদয়ৰো অধিকাৰী। তাক তাই হেৰুৱাব নোৱাৰে।

'মদনিকা! প্ৰথমতে ৰাতিয়াৰ সন্ধান উলিয়াব লাগে। তাক বিচাৰি আনিব লাগে— তেতিয়াহে কিবা এটা কৰিব পৰা যাব। ৰম্ভাৰ লগত তাৰ কি সম্পৰ্ক মই জানিব লাগিব।'

'ৰম্ভাৰ লগত ৰাতিয়াৰ কোনো সম্পৰ্ক নাই। মন্দিৰৰ খা-খবৰ দিবলৈ গ'লেও সি মোকহে লগ ধৰি সকলো কয়। ৰম্ভাক সি নামাতেই বুলিব পাৰি। আপুনি সোনকালে কিবা এটা কৰক।'

'ঠিক আছে, মই বেজিনী অনাই দিম, ৰাতিৰ ভিতৰতে কামটো কৰিব লাগিব। কিছু কষ্ট হ'ব। সহিব লাগিব। ৰম্ভাৰ স্বাস্থ্য-পাতি ঠিকেই আছেনে?'

'আছে। তাই সবল দেহৰ অধিকাৰিণী।' —মদনিকাই ক'লে। ইয়াৰ পিছত দুয়োজনীয়ে নানা আলোচনা কৰি ঠিক কৰিলে যে ৰম্ভাৰ গৰ্ভত একলা-একলাকৈ বাঢ়ি অহা সন্তানটোক পৃথিৱীৰ পোহৰ দেখিবলৈ দিয়া নহ'ব।

কেইদিনমানৰ পিছত দূৰৰ গাঁৱৰ বেজিনী এজনী আহি ৰম্ভাৰ গৰ্ভ নষ্ট কৰিলে। পদ্ধতিটো বৰ আসুৰিক আছিল। ৰম্ভাৰ বহুত ৰক্তক্ষৰণ হ'ল। তাইৰ সবল দেহটো সম্পূৰ্ণ দুৰ্বল হৈ পৰিল। দেহত তেজৰ পৰিমাণ কমি যোৱাত তাই জীৱন-মৰণৰ সন্ধিক্ষণত উপস্থিত হৈছিল। কিন্তু বেজিনীয়ে দিয়া দৰব আৰু পথ্যই তাইক এই যাত্ৰাৰ পৰা ৰক্ষা কৰিলে।

ৰম্ভা কেইবাদিনো মন্দিৰত উপস্থিত নথকাত অক্ষয়ব্ৰতৰো চিন্তা হৈছিল। তাই কিবা অপকৰ্মই কৰি পেলালে নেকি! খা-খবৰ আনিবলৈ মন্দিৰত বিশ্বাসযোগ্য মানুহো নাই। এইক্ষেত্ৰত ৰাতিয়াই যোগ্য লোক আছিল। সিও এতিয়া পলাতক। নপলাব কিয়— সি পূজাৰিণীৰ গাত হাত দিছে। অৱশ্যে পূজাৰিণীয়ে তাক আঁসে দিছে। নহ'লে...। এনেতে মন্দিৰৰ পুষ্পসম্ভাৰ দিবলৈ অহা মদনিকাক দেখা পাই সুধি পেলালে।

'ৰম্ভাচোন কেইবাদিনো মন্দিৰলৈ অহা নাই? কি হৈছে তাইৰ?'

'তাইৰ অসুখ।'

'অসুখ? কি অসুখ?'

'জ্বৰ আৰু মূৰৰ বিষ। তদুপৰি তাই খোৱা-বোৱা কৰিব নোৱাৰে। শুকাই-খীণাই

গৈছে। —মদনিকাই ক'লে।

'কবিৰাজ এজন মতাব লাগিছিল, মন্দিৰত এতিয়া মানুহেই নাই।'

'কবিৰাজ নামাতিলেও হ'ব। ময়েই পথ্য খুৱাই কিছু ভাল কৰিছোঁ। তিতা-বাহক পাতত দি খুৱালত জ্বৰো কমিছে! চিন্তা কৰিব নালাগে দেৱ। ৰত্না ভাল হৈ উঠিব।' —মদনিকাই জনালে।

অক্ষয়ব্ৰত কিছু পৰিমাণে আশ্বস্ত হ'ল। হয়তো এতিয়া আৰু ভয়ৰ কাৰণ নাই। 'সান্ধ্য-আৰতিত তাই তেনে কেইদিনমান ভাগ ল'ব নোৱাৰিব?'

'নোৱাৰে। সিমানখিনি তাই সুস্থ হোৱা নাই। তাই ভাল নোহোৱালৈকে ময়েই সকলো চলাই যাম। এইমাত্ৰ ফুল, বেলপাত আদি দিলোঁহি। তাৰ আগতে মন্দিৰ সৰা-মোচা কৰা হৈ গৈছে। আপুনি এতিয়া পূজা আৰম্ভ কৰিব পাৰিব।'

'এটা কথা নহয় মদনিকা! তোমাৰ ৰক্ষকজন বহুদিন অহা নাই, তেওঁ অহা হ'লে মন্দিৰৰ কাম-বন কৰিবলৈ এজন মানুহ যোগাৰ কৰি দিব পাৰিলেহেঁতেন! তদুপৰি মোৰ অলপ চিন্তা হয়, ৰত্নাৰ বাবে ৰক্ষক এজন নিযুক্ত কৰিব লাগিছিল।'

'নহয় দেৱ! ৰক্ষকৰ প্ৰয়োজন নাই। মোলৈকে চাওকচোন— মন্দিৰৰ বাবে প্ৰচুৰ ধন দিলে বুলিয়েই আহিলে দুই-তিনিদিনলৈ লৈ যাব খোজে। তেওঁতো মোক ঘৰলৈ নিনিয়ে। ক'ৰবাত আলহীঘৰ নেকি, তাত সুমুৱাই থৈ নিজে ফটিকা খাই টং হৈ থাকিব। লগৰ দুই-চাৰিজনে অশ্লীল ইঙ্গিত দিলেও তেওঁ নিমাত হৈ থাকে।' — মদনিকাই ক্ষোভেৰে ক'লে।

অক্ষয়ব্ৰতে একো নামাতি মন্দিৰত প্ৰৱেশ কৰিলে।

# বাৰ

সুদীৰ্ঘ সময় ইতিমধ্যে পাৰ হৈ গ'ল। এইছোৱা সময়ত বহু ঘটনাই ঘটি গ'ল। ৰাতিয়া মেচৰ লগত পূজাৰিণী বিশালাক্ষীয়ে এৰি অহা পুণ্ড্ৰবৰ্ধন ৰাজ্যলৈ উভতি যাওঁ বুলি ক'ৰবালৈ গুচি গ'ল। ন বছৰ হৈ যোৱা একমাত্ৰ  ল'ৰাটোও তাই লৈ গ'ল। আচলতে বিশালাক্ষী ক'ত গ'ল,— অক্ষয়ব্ৰতে সঠিককৈ ক'ব নোৱাৰে। এইদৰে একুৰি বছৰমান পাৰ হৈ গ'ল।

অক্ষয়ব্ৰতৰ এতিয়া দাড়ি-চুলিত আধা পক ধৰিছে। বয়সে তিনি কুৰি চুলেগৈ। ৰম্ভাৰ ৰক্ষক হ'বলৈ কেইবাজনো ওলাইছিল,— ৰম্ভা কিন্তু মান্তি নহ'ল। মদনিকাৰ ৰক্ষকেও অহা-যোৱা সেৰেঙা কৰিলে। তথাপি, মাজে-সময়ে দুই-এজন বিষয়াৰ লগত এৰাতি-দুৰাতি যাব লগাত পৰে। এনে এটা অসুস্থ বাতাবৰণৰ মাজত মন্দিৰত দুজন আলধৰা নিযুক্ত হৈছে। কেইক্ৰোশমান দূৰৰ বামুণৰ ডেকা এটাক অক্ষয়ব্ৰতে নিয়ম-নীতি শিকাইছে। হয়তো প্ৰকৃত-পূজাৰীৰ অভাৱত সিয়েই পূজাৰী হৈ পৰিব। তাৰ চকু দুটা বৰ লুটুৰা। ৰম্ভা-মদনিকাহঁতৰ ফালে তাৰ চকু অনেক সময়তে লোলুপ। অথচ সিহঁত দুজনীতকৈ সি বয়সত বহুত সৰু। আলধৰা দুটা অৱশ্যে ভাল।

ৰম্ভা-মদনিকা নৃত্য-নিপুণ। তাহাঁতক নচুৱাবৰ বাবে থলুৱাভাৱে এটা বাদকৰ দলো গঢ় লৈ উঠিছে। মৃদঙ্গ, নাগাৰা আৰু তাল। প্ৰয়োজন হ'লে সিহঁতেই গীত গায়।

এইদৰেই চলি আছিল পৰিহৰেশ্বৰ। আগতকৈ নাচ-বাগৰ আকৰ্ষণ কমি আহিছিল। কাৰণ ৰম্ভা-মদনিকাৰ সৌন্দৰ্য বয়সৰ ওচৰত ক্ৰমে ম্লান পৰি আহিছিল। সিহঁত দুজনীৰ বয়স দুকুৰিৰ ওচৰা-উচৰি হৈছিল। সেইবাবে ভাটীলৈ যোৱা ধৰ্মযাত্ৰী, তীৰ্থযাত্ৰীসকলক পৰিহৰেশ্বৰত দেৱদাসীৰ প্ৰয়োজন থকাৰ কথা কৈ পাৰিলে আনিবলৈ পূজাৰীয়ে অনুৰোধ জনাইছিল। ভাটীৰ নৃত্যাঙ্গনাবিলাক বেছ পটু। পশ্চিমত শিৱ মন্দিৰৰ উপৰি অন্যান্য মন্দিৰতো দেৱদাসীৰ দ্বাৰা নৃত্য পৰিবেশন কৰা হৈছিল। উড়িষ্যা, কন্নড়, তেলুগু-তামিলৰ মন্দিৰবিলাকত এই নৃত্যই প্ৰধান ভূমিকা লৈছিল। মন্দিৰত নৃত্য পৰিৱেশন কৰা ৰীতি ভৰতমুনিৰ নাট্যশাস্ত্ৰৰ বহু পূৰ্বৰে পৰা প্ৰচলিত আছিল। প্ৰকৃততে

ধৰ্মানুষ্ঠানত নৃত্য-গীতৰ প্ৰচলন পৃথিৱীজুৰি হৈছিল। প্ৰাচীন আৰ্য সভ্যতাৰ দৰেই গ্ৰীক সভ্যতা, চীনীয় সভ্যতা আদিতোএনে প্ৰথা আছিল। আৰ্য ঋষি-মুনিসকলে এই সন্তেদ লাভ কৰিছিল। ভাৰতভূমিৰ সৰ্বত্ৰত নৃত্য-গীতৰ প্ৰাধান্য আছিল। শৈৱ, শাক্ত, বৈষ্ণৱ, জৈন, বৌদ্ধ সকলো মন্দিৰতে ই প্ৰচলিত হৈছিল। অঙ্গ, বঙ্গ, কুশল, কলিঙ্গ, মগধ, অৱন্তী, পুণ্ড্ৰবৰ্ধন, পাটলিপুত্ৰ, কাশী, বৃন্দাবন আদি কোনোদেশেই বাদ পৰা নাছিল।

বাদ পৰা নাছিল পুৰীৰ জগন্নাথ মন্দিৰো।

দেৱদাসী প্ৰথাই এই মন্দিৰতো খোপনি পুতিছিল। সৃষ্টি হৈছিল এক নিজস্ব নতুন নৃত্যশৈলী। কিন্তু সকলো মন্দিৰৰে পৰিচালক-পৰিচাৰিকাসকল আছিল মানুহ। মানুহৰ দুৰ্বলতা, কামনা-বাসনাকলৈ এইসকলৰ ভিতৰতে সৃষ্টি হ'ল ভোগ-বিলাসৰ লীলা-খেলা। বিগ্ৰহৰ সন্তুষ্টিৰ বাবে নৃত্য কৰা নৰ্তকী হ'লগৈ দেৱদাসী। দেৱদাসী প্ৰথাৰ সৰগীয় সুষমাত কলঙ্ক পৰিল। দেৱদাসী মন্দিৰৰ পৰিচালক, পূজাৰী, শক্তিশালী মন্ত্ৰী-বিষয়াৰ অবৈধ শয্যাসঙ্গিনী হ'ল। বিগ্ৰহৰ নামত চলিল গোপন অভিসাৰ। সৰল নাৰী আৰু জনসাধাৰণক ধৰ্মৰ দোহাই দি সহস্ৰাধিক বছৰ এইদৰে চলি থাকিল। মন্দিৰত ছোৱালী একোজনী দেৱদাসী ৰূপে উছৰ্গা কৰিলে পৰিয়ালৰ সৰ্বমঙ্গল হয়। সেইবাবে সাধাৰণ মানুহে শিশুকালতে একোজনী ছোৱালী উছৰ্গা কৰি থয়। পুষ্পিতা হোৱাৰ আগে-পিছে মন্দিৰত অৰ্পণ কৰে। বহুতেই তেতিয়া নাজানে যে দেৱদাসীৰ নামত নিজ কন্যাক বেশ্যা বৃত্তিলৈ আগবঢ়াই দিছে।... তেনেদৰে আগবঢ়াই দিয়া এজনী ছোৱালী হ'ল মধুমালিকা। মধুমালিকা জগন্নাথ পুৰীৰ পৰা কেইযোজনমান দূৰৰ এখন গাঁৱৰ এটা দৰিদ্ৰ পৰিয়ালৰ ছোৱালী আছিল। পৰিয়ালটোৰো নানা অকল্যাণ হোৱাত আৰু পুত্ৰ সন্তানৰ মুখ নেদেখাত ধৰ্মান্ধ গএাৰ পৰামৰ্শত ছয়-সাত বছৰীয়া এই ছোৱালীজনীক জগন্নাথ মন্দিৰত দেৱদাসী উছৰ্গা কৰিলে। মন্দিৰে তাইক গ্ৰহণ কৰিলেও কম বয়সীয়া হোৱাৰ বাবে এজন নৃত্যাচাৰ্যৰ ওচৰলৈ তাইক নৃত্য শিকিবলৈ পঠিয়াই দিলে। মন্দিৰৰ পৰা অলপ দূৰত অৱস্থিত গুৰুৰ গৃহত প্ৰৱেশ কৰি তাই এটা নতুন নাম পালে। এদিন এই নামটোৰ প্ৰভাৱত পুৰণি নামটো তাই পাহৰি গ'ল।

গুৰুৰ গৃহত তাইৰ নাম হ'ল মধুমালিকা। নৃত্যগুৰু মণিশংকৰে এই নাম দিছিল। মণিশংকৰ দাক্ষিণাত্যৰ তামিল ব্ৰাহ্মণ। মাদুৰাইৰ মীনাক্ষী মন্দিৰৰ নৃত্য-সঙ্গীতৰ এজন আচাৰ্যৰ পুত্ৰ আছিল তেওঁ। চেঙেলীয়া ডেকা কালতে তেওঁ নৃত্যনিপুণ হৈ উঠাত এজন পূজাৰীৰ লগত জগন্নাথ মন্দিৰত ওলালহি। মন্দিৰ কৰ্তৃপক্ষই ভাৰত নাট্যমৰ গুৰু এজন বিচাৰিয়েই আছিল। মন্দিৰৰ চৌহদত তেওঁক নাৰাখি কিছুদূৰত সংস্থাপিত

কৰি ভৰণ-পোষণৰ ব্যৱস্থা কৰি দিলে। মণিশংকৰ অতি সন্তোষেৰে নৃত্যশিক্ষা দিয়াত লাগিল। কম বয়সতে তেওঁ এজন সফল নৃত্য গুৰু হৈ উঠাত পুৰীৰ ৰজাই প্ৰতিমাহে ৰাজভঁৰালৰ পৰা ভাত্তা দিয়াৰ ব্যৱস্থা কৰিলে।

ইয়াৰ পিছত মণিশংকৰে ৰাজগৃহ আৰু মন্দিৰৰ দ্বাৰা প্ৰেৰিত অনেকগৰাকী নৃত্য-পটিয়সীক শিক্ষা দি গ'ল। এইদৰে কিছুকাল যোৱাৰ পিছত এদিন এজনী ধুনীয়া উড়িয়া গাভৰুৰ পাণি গ্ৰহণ কৰিলে। ছোৱালীজনী বৰ ৰূপৱতী আছিল। তদুপৰি তাই আছিল দেহ ভঙ্গিমাতো অতুলনীয়। ৰূপেই যেন তাইৰ কাল হ'ল। এদিন এজন বন্ধুৱে তেওঁক পত্নীৰ ৰূপটোৱে ক্ষতি কৰাৰ ইংগিত দিলে।

'তুমি পৰম সুন্দৰী এই ছোৱালীজনীক বিয়া কৰাই বৰ ভাল নকৰিলা।'

'কিয়?' মণিশংকৰ আয়াৰে সুধিলে।'

'তুমিতো জানাই হৰিণাৰ গাৰ মাংসই বৈৰী। তোমাৰ পত্নীৰো সেয়ে, ৰূপেই কাল হ'ব। তুমি তাইক লুকুৱাই ৰাখিবা।' —বন্ধুজনে ক'লে।

'কিয়?'

'কোনো সম্ভ্ৰান্ত বিষয়া বা ৰাজঘৰীয়া মানুহে দেখিলে বেয়া হ'ব। ৰূপৱতী নাৰীক ৰাজহুৱা সম্পত্তি বুলি গণ্য কৰি ৰজা বিষয়াই ধৰাই নিব পাৰে।'

'কি আচৰিত! এনে প্ৰথাও আছেনে?'

'আছে। শুনা মই এটা পুৰণি উদাহৰণ দিওঁ।' —বন্ধুজনে বৈশালীৰ অতি সুন্দৰী আম্ৰপালীৰ দুৰ্ভাগ্য বৰ্ণনা কৰিলে।

'বুদ্ধদেৱৰ দিনত বৈশালী নগৰীত লিচ্ছৱী বংশত মহানাম নামৰ এজন সম্ভ্ৰান্ত নাগৰিক আছিল। তেওঁ প্ৰায়ে প্ৰাতঃভ্ৰমণত যায়। এদিন আম এজোপাৰ তলত সদ্যোজাত দিপ্‌লিপ কন্যা এটি পাই ঘৰলৈ লৈ আহিলে। মহানাম আছিল নিঃসন্তান ব্যক্তি। তেওঁ আম্ৰপালী নাম দি কন্যাটি ডাঙৰ-দীঘল কৰি উপযুক্ত শিক্ষা-দীক্ষাৰে সঙ্গীত সুনিপুণ কৰি তুলিলে। আম্ৰপালী ইমানেই ধুনীয়া আছিল যে তাইক যেয়ে দেখে সেয়ে বিবাহৰ প্ৰস্তাৱ দিয়ে। তেতিয়া মহানামে এখন সয়ম্বৰ সভা পাতিলে। সভালৈ কেইবাজনো ৰাজকুমাৰকে ধৰি বহুত যুৱকৰ সমাৱেশ ঘটিল। আম্ৰপালীৰ সৌন্দৰ্যত হেতা-ওপৰা লাগিল। অৱশেষত ঠিক হ'ল যে আম্ৰপালীৰ দৰে সুন্দৰী গাভৰু কোনো ব্যক্তিবিশেষৰ একমাত্ৰ উপভোগ্য হ'ব নোৱাৰে। তাই গণভোগ্যা হোৱা উচিত। গতিকে তাইক কোনেও বিবাহ কৰাব নোৱাৰে। সেই সমাজত পূৰ্বৰে পৰা তেনে ৰীতি চলি আহিছিল। আম্ৰপালীক সেই নিয়মৰ অধীন কৰি গণভোক্তা গণিকালৈ পৰিণত কৰিলে। তথাপি বৈশালীৰ ৰাজগৃহত তাই তোলপাৰ লগাই থাকিলে।'

'এই দেশতো সেই নিয়ম আছে নেকি?' —মণিশংকৰে সুধিলে।

'তেনেদৰে কঠোৰ নহয়। কিন্তু ৰজা, ৰাজপুত্ৰ, ৰাজবিষয়া আদিয়ে ধুনীয়া তিৰোতা দেখিলে পাগল হৈ পৰে। এইবোৰৰ পৰা সাৱধানে থাকিবা।' —বন্ধুৱে ক'লে।

বন্ধুজনৰ কথাবোৰ মিছা নহয়। ঘৈণীয়েকক লৈ মণিশংকৰ মহাচিন্তিত হ'ল। ইতিমধ্যে বহুলোকৰ ইংগিত তেওঁ বুজিও পাইছে। ঘৈণীয়েকো যিমান সুন্দৰী, সিমানেই পাতল স্বভাৱৰ। সাজি-কাচি আবেলি ফুৰিবলৈ নাপালে তাই শান্তি নাপায়। এই স্বভাৱৰ বাবেই তাইৰ পিছত এটা এটাকৈ মানুহ লাগি গৈ থাকিল। মণিশংকৰৰ ব্যস্ততাৰ সুযোগ লৈ তাই বহু বল্লভাই হৈ পৰিল। অৱশেষত এজন সামন্ত ৰজাৰ দৃষ্টি পৰাত তাইক ধৰাই নিলে। মণিশংকৰৰ প্ৰতিবাদ মুঠেই কামত নাহিল। বহুতে তেওঁক বুজালে, ৰজা ঈশ্বৰ স্বৰূপ। তেওঁলোকে যি কৰে, সেয়ে শুদ্ধ। অৱশেষত ৰজাই তাইক ৰক্ষিতা ৰূপে গ্ৰহণ কৰিলে। সেইদিন ধৰি মণিশংকৰ অকলশৰীয়া।

এনে এটা সময়তে এই কণমাণি ছোৱালীজনীক তাৰ তত্ত্বাৱধানত মন্দিৰ কৰ্তৃপক্ষই প্ৰেৰণ কৰিলে। তাই তাৰ লগত সহচৰী হিচাপেও থাকিব। এপাহ নিষ্পাপ ফুলৰ দৰে পবিত্ৰ অকণমানিজনীক মণিশংকৰে আনন্দ মনেৰেই গ্ৰহণ কৰিলে। ছোৱালীজনীৰ উড়িয়া নামটো তেওঁ ভাল নাপালে। দুদিনমানৰ ভিতৰতে তাইৰ নামটো সলনি কৰি পেলালে।

ছোৱালীজনীৰ নতুন নাম হ'ল মধুমালিকা।

মণিশংকৰৰ তত্ত্বাৱধানত বহু ছোৱালীয়ে নৃত্যশিক্ষা গ্ৰহণ কৰে। ছোৱালীবোৰক সাধাৰণতে কোনো মন্দিৰে প্ৰেৰণ কৰে। নৃত্য-গীতত পাৰ্গত হৈ এদিন পূৰ্ণ-যৌৱনা ছোৱালীবোৰ মন্দিৰৰ নৃত্য-পটিয়সী হয়। এওঁলোক সাধাৰণতে পৰিচাৰিকা ৰূপে জনাজাত। তেওঁলোক সকলো দেৱদাসী। তেওঁ জানে যে দেৱদাসী মানেই মন্দিৰৰ গণিকা। সাধাৰণ অৰ্থত বেশ্যা। ছোৱালীবোৰৰ ভৱিষ্যৎ ভাবি মাজে মাজে মণিশংকৰে দুখ অনুভৱ কৰে। তাহাঁতে প্ৰতিদিন ঘৰ-সংসাৰৰ কথা পাতিব নোৱাৰে। ৰক্ষিতাৰো নিজা সংসাৰ নাই। তেওঁৰ পত্নীজনী ৰক্ষিতা হোৱাৰ লগে লগেই ঘৰ-সংসাৰৰ মোহত্যাগ কৰিব লগা গৈছে। ৰক্ষিতাই বৈবাহিক মৰ্যাদা নাপায়। দেৱদাসীৰ দৰেই গণিকা হৈ থাকিব লাগিব।

মধু মালিকাৰো ভৱিষ্যৎ সেয়ে— কোনো মন্দিৰত দেৱদাসী ৰূপে তাই সকলো হেৰুৱাব লাগিব। শিকাই-বুজাই তাইক এই বৃত্তিলৈ পঠিয়াব লাগিব। এই কথাটোৱে মণিশংকৰক মাজে-সময়ে দুখ দি থাকে। অথচ প্ৰতিবছৰেই অনেক নৃত্যাঙ্গনা পাৰ্গত হৈ মন্দিৰলৈ দেৱদাসী হৈ গৈয়েই আছে।

মণিশংকৰৰ নৃত্যশালাৰ কাষৰে এটা ডাঙৰ ঘৰত দহ-বাৰজনী নৃত্য-শিক্ষাৰ্থী

থাকে। সিহঁতে তাতে ৰন্ধা-বঢ়া কৰি খায়। মণিশংকৰৰ কণমানি ছোৱালীজনীয়ে সেই ঘৰত থাকি কষ্ট পাব বুলি নিজৰ লগতে ৰাখিলে। মণিশংকৰ ব্ৰাহ্মণ। পত্নী যোৱাৰ পিছত নিজেই ৰন্ধা-বঢ়া কৰি খায়। শিক্ষাৰ্থীবিলাক শূদ্ৰ। শূদ্ৰৰ হাতে ব্ৰাহ্মণে নাখায়। জাত-পাতৰ বিচাৰ ইতিমধ্যে যথেষ্ট ব্যাপক হৈ পৰিছে। তাতে তেওঁ মাদুৰাইৰ তামিল ব্ৰাহ্মণ। অতি কঠোৰপন্থী। এদিন মধুমালিকাই ক'লে— 'পিতা! ৰন্ধা-বঢ়াত আপোনাৰ অনেক কষ্ট হয়। অলপ দেখুৱাই দিলে ময়েইতো ৰান্ধিব পাৰো।'

মধুমালিকাৰ বয়স তেতিয়াও আঠ হোৱাই নাই। তাই জাত-পাত, ব্ৰাহ্মণ-শূদিৰ একো নাজানে। ইমানদিনে মণিশংকৰেই তাইক ৰান্ধি-বাঢ়ি খুৱাই আহিছে। মনত তাইক নিজ কন্যাৰ স্থানত বহুৱালেও বৰ্ণ-বিভেদ পাহৰি যোৱা নাছিল। কিন্তু, মধুমালিকাৰ দৰে শূদিৰ আদি অব্ৰাহ্মণ নাৰী গ্ৰহণ কৰি পত্নীৰ মৰ্যাদা দি আহিছে। তেওঁলোকে কৰা ৰন্ধন-প্ৰকৰণৰ জুতি স্বামীসকলে ল'ব পাৰে। লৈছেও। তেনেস্থলত এই শূদিৰ ছোৱালীটিয়ে ৰান্ধিলে মণিশংকৰে খাব নোৱৰাৰ কাৰণ নাই।

'ঠিক আছে, কেতিয়াবা তই ৰন্ধা-বঢ়া কৰিবি বাৰু।' —তেওঁ ক'লে। তেতিয়াৰ পৰা প্ৰায়ে মধুমালিকাই ৰন্ধন কৰে, দুয়ো আনন্দ মনেৰে খায়। এনেদৰে কেইবাটাও বছৰ পাৰ হৈ গ'ল। একাদশ বৰ্ষত তাই পুষ্পিতা হ'ল। দ্বাদশ বছৰত এদিন মণিশংকৰে তাইক ক'লে— 'মধু! তই এতিয়া ডাঙৰ হ'লি। নৃত্য-গীতো প্ৰায় শিকা হ'ল। কথক, ভৰতনাট্যম আজি সকলোৰে জ্ঞান হ'ল। এতিয়া তই মন্দিৰলৈ উভতি যাব লাগিব নহয়?'

'আপোনাক এৰি থৈ কেনেকৈ যাম পিতা!'

'এইটো নিয়মেই মধু!'

'মন্দিৰলৈ গৈ মই কি কৰিম?'

'মন্দিৰত নৃত্য-গীত কৰিব লাগিব। দেৱতাই তোক গ্ৰহণ কৰিব। তই এজনী দেৱদাসী হৈ পৰিবি।' মণিশংকৰে সকলো কথা ভাঙি ক'ব নোৱাৰিলে। মনে মনে ভাবিলে— তাইক দেৱদাসী নকৰাকৈ ৰাখিব পৰা হ'লে।

# তেৰ

নৃত্য-গীত শিক্ষাত মধুমালিকা পিছ পৰি থকা বুলি মণিশংকৰে মন্দিৰ কৰ্তৃপক্ষক জাননী দিলে। মন্দিৰত দেৱদাসীৰ অভাব হোৱা নাছিল কাৰণে কিছুদিন নৃত্য শিক্ষা দিয়াত অনুমতি দিলে। মধুমালিকাক মন্দিৰলৈ নপঠোৱাৰ বাবে কিছুমান খলুৱা লোকে মণিশংকৰক ঠাট্টা-মস্কৰাও কৰিলে। মণিশংকৰ কিন্তু সাধাৰণ মানুহৰ দৰে দুৰ্বল নহয়। তাৰ তলত প্ৰতি-বছৰেই দহ-বাৰজনীয়ে নৃত্য শিক্ষা লাভ কৰে। পৈণত গাভৰু সিহঁত। তেওঁ ইচ্ছা কৰা হ'লে তাৰে একোজনীক নিজৰ অংকশায়িনী কৰিব পাৰিলেহেঁতেন। আনহাতে, মণিশংকৰ ধুনীয়া সুঠাম পুৰুষ। কোনো কোনো নাৰীৰ আকৰ্ষণ তেওঁৰ প্ৰতি কমো নাছিল। পিছে, একোৱে তেওঁক লৰাব নোৱাৰিলে। পত্নীবিচ্ছেদৰ দুখ তেওঁ পাহৰিব পৰা নাই। মনৰ মাজত নাৰী বিদ্বেষী ভাব এটাহে জন্ম হৈছিল।

এদিন মণিশংকৰে মন্দিৰ কৰ্তৃপক্ষক মধুমালিকা পৈণত হৈ উঠাৰ সম্ভেদ দিলে। তাই তেতিয়া পঞ্চদশী গাভৰু। সেই সময়তে মন্দিৰ জগন্নাথত কামৰূপৰ ধৰ্ম পৰিব্ৰাজকৰ দল এটা উপস্থিত হৈ নৃত্যাঙ্গনৰ সন্ধান কৰিছিল। মণিশংকৰৰ লগত আলোচনা কৰি মধুমালিকাক কামৰূপলৈ পঠিওৱাৰ সিদ্ধান্ত হ'ল।

'পিতা! মই আপোনাক এৰি কেনেকৈ যাওঁ!'

'যা মধু! ইয়াতকৈ সেই মন্দিৰত তই যথেষ্ট সন্মান পাবি। তাত বোলে নৃত্য শিকাব পৰা কোনো নাই। তই বোধকৰোঁ মোৰ দৰে নৃত্য শিকাব লাগিব। মইতো তোৰ নৃত্য গুৰু— পিতা। তোৰ লগে লগে মই বিদ্যাত সাঙোৰ খাই থাকিম।'

দুদিনমান কন্দা-কটা কৰাৰ পিছত মধুমালিকাই এই ধৰ্মযাত্ৰী দলৰ সৈতে উৎকল এৰি কামৰূপলৈ যাত্ৰা কৰিলে। কিছুদিনৰ পিছত পৰিহৰেশ্বৰ দেৱালয়ত তাই উপস্থিত হ'লহি। পৰিহৰেশ্বৰৰ দেৱালয় এক প্ৰাকৃতিক পৰিৱেশত প্ৰতিষ্ঠিত। জগন্নাথ মন্দিৰৰ দৰে জনবহুল নহয়।

ধৰ্মযাত্ৰী দলটো পৰিহৰেশ্বৰ দেৱালয়ত দুদিন ৰ'ল। মন্দিৰ পৰিচালনা অক্ষয়ব্ৰতৰ হাতত হ'লেও দুজন খলুৱা ব্ৰাহ্মণ ডেকাক তেওঁ শিকাই-বুজাই লৈছে। তদুপৰি আজিকালি

এজন ৰাজবিষয়া মন্দিৰলৈ সঘনাই আহে। মন্দিৰৰ অৰ্থে তেওঁ প্ৰচুৰ অৰ্থ ব্যয়ো কৰে। মাজে-সময়ে ৰম্ভা বা মদনিকাক লগত লৈও যায়। মন্দিৰৰ নতুন দেৱদাসী আমদানিৰ বাবে তেওঁ ধনৰ যোগান ধৰিবলৈ সাজু। অক্ষয়ব্ৰতক বিষয়াই সকলো ভাঙি-পাতি কৈছেও। পূজাৰীয়ে অনেক যাত্ৰীক কৈ কৈ বহুদিনৰ পিছত এগৰাকী দেৱদাসী হ'ব পৰা নৃত্য-পটিয়সী গাভৰু লাভ কৰিছে।

অক্ষয়ব্ৰতে মধুমালিকাৰ পৰা সকলো বৃত্তান্ত জানি ল'লে। তাইৰ মন স্থিৰ হ'বৰ বাবে কেইদিনমান জিৰণি দিলে। সুদূৰ কলিঙ্গৰ পৰা আহোঁতে কম কষ্ট হোৱা নাই। বাটৰ ভাগৰ মাৰোঁতে সময় লাগিব। ভাগৰুৱা দেহে নৃত্য প্ৰদান কৰোঁতে উজুটি-বিজুতি খাব পাৰে।

'মধুমালিকা নামটো তোমাক কোনে দিয়া?'

'পিতা মণিশংকৰ আয়াৰে।'

'মণিশংকৰ তোমাৰ পিতা?'

'মই সৰুতেই তেওঁৰ আশ্ৰয় লাভ কৰিছোঁ। তেৱেঁই মোৰ পিতা-মাতা।'

'বুজিছোঁ। তোমাৰ ঘৰৰ নাম কি আছিল?'

'মনত নাই। মোৰ জন্মদাতাসকলৰ পৰিচয়ো মই নাজানো। পিতা মণিশংকৰেও মোক আঁতৰাই পঠাইছে। এতিয়া আপুনিয়েই মোৰ পিতা-মাতা। মই আপোনাক দেৱ বা প্ৰভু নোবোলোঁ। মই আপোনাক পিতা বুলিব পাৰিমনে?'

অক্ষয়ব্ৰত নিমাত হৈ পৰিল। কিছু চিন্তা কৰি ক'লে— 'সকলোৰে পিতা দেৱতা হৈ মন্দিৰত বিৰাজ কৰি আছে। আন পিতাৰ প্ৰয়োজন ক'ত?'

'মোক পিতা মণিশংকৰে আহিবৰ সময়ত কৈ পঠাইছে, মই বোলে মন্দিৰত দেৱদাসী হৈ বিগ্ৰহক স্বামী ৰূপে বিবাহ কৰিব লাগিব। গতিকে, মন্দিৰৰ দেৱতা মোৰ পিতা হ'ব কেনেকৈ?'

'অৱশ্যে। জগতৰ পিতা সকলোৰেই পিতা। পিতা পৰমেশ্বৰ। সদাশিৱ আদি দেৱতা দেৱ দেৱ মহাদেৱ, সংসাৰাৰ্ণৱ তাৰক। সেই মহাদেৱৰ লগত তোমাৰ বিবাহ হ'ব, তেওঁ তোমাৰ স্বামী হ'ব।'

'কিন্তু জগন্নাথ শ্ৰীহৰি-কৃষ্ণ ইয়াত অনুপস্থিত নেকি?' —তাই সুধিলে।

'বিগ্ৰহ হিচাপে নাই। কাৰণ, এয়া শিৱধামহে। তথাপি হৰিহৰ অভিন্ন। সৃষ্টিৰ উৎপত্তিৰ পৰাই শিৱ-মাহাত্ম্য প্ৰকাশ পাইছে। শুনা, চমুকৈ তোমাক কৈছোঁ।'

সৃষ্টিৰ পৰা শিৱৰ অনেক নাম। শিৱ ৰুদ্ৰ, শিৱ তাণ্ডৱ, শিৱ উলঙ্গ, শিৱ ভস্ম-ধূলাৰে শোভিত। শিৱই সংহাৰকৰ্তা। তেওঁ উদাসীন অথচ চিৰযৌৱনৰ অধিকাৰী, চিৰন্তন প্ৰেমৰ কল্পতৰু। শিৱ কালাতীত, শিৱ ভূতনাথ, ত্ৰিকালজ্ঞাত। দ্যুলোক-ভূলোক,

পৰ্বত-কন্দৰ, অৰণ্য-মুক্তভূমি, শ্মশান সকলোতে শিৱ বিদ্যমান। শিৱ গণদেৱতা। বেদত শিৱ ৰুদ্ৰদেৱতা, ৰহস্যময় শক্তিৰ আধাৰ।

শিৱৰ উৎপত্তি— সৃষ্টিৰ উৎপত্তি।

শুনা মধুমালিকা। সৃষ্টিৰ আদিতে আছিল এক মহাশূন্য। চন্দ্ৰ-সূৰ্য আদি গ্ৰহ-নক্ষত্ৰ, দিন ৰাতি, জল-স্থল, মেৰু-মন্দৰ, আকাশ-পাতাল-পৃথিৱী একোৱেই নাছিল। এনে মহাশূন্যত ভৰ দি পৰম প্ৰভুৱে সৃষ্টিৰ চিন্তা কৰি প্ৰথমে স্ৰজন কৰিলে অনিলদ্বয়।'

'অনিল দ্বয়নো কোন?' —মধুমালিকাই সুধিলে।

'কৈছোঁ— সকলো কৈছো। অনিলদ্বয় হ'ল বায়ু-বতাহ। তাৰ পিছত প্ৰভুৱে সৃষ্টি কৰিলে নিজ কায়া। সেই কায়াৰ নাম হ'ল ধৰ্ম-নিৰঞ্জন। তেৱেঁই পৰমেশ্বৰ। চৈধ্য যুগ কটোৱাৰ পিছত তেওঁৰ হাঁহিৰ পৰা সৃষ্টি হ'ল এটা উলুক অৰ্থাৎ ফেঁচাৰ। আকৌ ধৰ্মই চৈধ্য যুগ উলুকৰ পিঠিত কটোৱাত এটা সময়ত উলুকে ভাৰ সহিব নোৱৰা হ'ল। তেতিয়া ধৰ্ম-নিৰঞ্জনে উলুকক অমৃত খাবলৈ দিলে। সেই অমৃতৰ কিছু শূন্যত পৰি গ'ল। তাৰ পৰা পানী সৃষ্টি হ'ল। ইয়াৰ অনেক যুগ, অনেক ৰূপ পাৰ হৈ যোৱাৰ পিছত ধৰ্মই সহস্ৰ ফণাযুক্ত বাসুকীৰ সৃষ্টি কৰিলে। বাসুকীৰ মূৰত স্থিতি লাভ কৰিলে বসুমতী বা পৃথিৱীয়ে। এইদৰে নানা সৃষ্টি কাৰ্য সম্পন্ন কৰি ধৰ্ম-নিৰঞ্জনে গাৰ ঘাম মচি পেলোৱাত, সেই ঘামৰ পৰা সৃষ্টি হ'ল আদ্যা শক্তিৰ। আদ্যা যৌৱনপ্ৰাপ্ত হ'ল আৰু যৌৱনভাৰ সহ্য কৰিব নোৱাৰি আত্মহনন কৰিবলৈ বিচাৰিলে। ধৰ্ম-নিৰঞ্জনে বিষভাণ্ড এটা দিলে। আদ্যাই খালে যদিও নমৰি গৰ্ভৱতীহে হ'ল। ইয়াৰ পৰিণতিত সৃষ্টি হ'ল তিনিজন দেৱতাৰ। ব্ৰহ্মা, বিষ্ণু আৰু শিৱ। ধৰ্ম-নিৰঞ্জনে ব্ৰহ্মাক সৃষ্টি, বিষ্ণুক স্থিতি বা পালন আৰু শিৱক প্ৰলয় প্ৰদান কৰিলে। তাৰ পিছত ধৰ্ম-নিৰঞ্জনে আদ্যা শক্তিক শিৱৰ পত্নী ৰূপে প্ৰদান কৰিলে। আদ্যা শক্তিয়েই হ'ল পাৰ্বতী-সতী-মহামায়া গৌৰী। লৌকিক মতে শিৱ আৰু পাৰ্বতীৰ বিয়া হ'ল। এইখনেই সৃষ্টিৰ প্ৰথম বিয়া। শিৱ-পাৰ্বতীৰ বা হৰ-গৌৰীৰ মিলন চিৰশাশ্বত, চিৰ মহীয়ান।'

'সেইবাবেই বিবাহ-অনুষ্ঠানত হৰ-গৌৰী বসতি হওক বুলি আশীৰ্বাদ দিয়ে নেকি পিতা?' —মধুমালিকাৰ কথাত অক্ষয়ব্ৰত চকিত হ'লেও শলাগিলে। তাইৰ পিতা সম্বোধন গ্ৰহণ কৰিবলৈ যেন তেওঁ নাৰাজ। শূন্য পুৰাণৰ এই আখ্যানটি কৈ অক্ষয়ব্ৰতে শিৱ-মাহাত্ম্য দাঙি ধৰি ক'ব খুজিছিল যে মন্দিৰত এই মাহাত্ম্য পূজাৰীৰ গাত প্ৰকাশ পায়, [illegible] কিন্তু কোৱা নহ'ল।

এদিন মধুমালিকাক দেৱদাসী ৰূপে বৰণ কৰা হ'ল: তাইৰ ৰীতিবৎ বিগ্ৰহৰ লগত বিবাহ হ'ল। এতিয়াৰ পৰা তাইৰ স্বামী পৰম বিগ্ৰহ— সদাশিৱ ভোলানাথ। পাথৰেৰে নিৰ্মিত পাষাণ দেৱতা— এক শিৱ লিঙ্গ। তাই এতিয়া দেৱদাসী— মন্দিৰৰ

সম্পত্তি। শিলামূর্তি— শিৱলিঙ্গই এতিয়া তাইৰ অৰ্চনা-বন্দনাৰ লক্ষ্য। সেয়ে তাইৰ কৰ্তব্য! পুৱা শুই উঠি মন্দিৰৰ চৌহদ পৰিষ্কাৰ, ফুল তোলা, মালা-গথা আৰু সূৰ্য উঠাৰ লগে লগে স্নানাদি কৰি মন্দিৰৰ অন্তৰ্ভাগত পূজাত ভাগ ল'ব লাগে। পুৱাৰ আৰতিত নৃত্যৰ বিশেষ প্ৰাধান্য নাই। গীত-মাত, স্তোত্ৰ পাঠৰ লগতে ধূপ-দীপৰ বন্দনা কৰা হয়।

দেৱদাসীৰ কণ্ঠত ভাহি আহে—

'দেৱ দেৱ মহাদেৱ সংসাৰাৰ্ণৱ তাৰক।
শিৱলিঙ্গাৰ্চ্চনং সৰ্ব্বংশ্ৰুত তব মুখাৎপ্ৰভো।।
ইদানীং শ্ৰোতুমিচ্ছামি শিৱস্য শতনামকম্।
যস্য-শ্ৰবণামাত্ৰেণ মুচ্যতে ভাব বন্ধনম।।'

ইয়াৰ লগে লগে পূজাৰীৰ কণ্ঠত ধ্বনিত হয়—

'শুদ্ধ দেৱী প্ৰবক্ষামি মস্মাংত্বং পৰিপৃচ্ছাসি।
যস্য-শ্ৰৱণামাত্ৰেন যংসাৰা মুচ্যতে নৰঃ।।
অতিগুহং মহাপুণ্যং তৱ স্নেহাৎ প্ৰকাশিতম।
পোননীয়ং প্ৰয়ত্নেন ন প্ৰকাশ্যং যথা তথা।।'

এইদৰেই যেন পূজাৰীয়ে শিৱত্ব লাভ কৰে। দেৱদাসী যেন হৰপ্ৰিয়া-পাৰ্বতী। পূজাৰী আৰু দেৱদাসীয়ে হৰ-পাৰ্বতী হৈ যেন এক বিনন্দীয়া জগতত প্ৰৱেশ কৰিছে। মধুমালিকা ষোড়শী গাভৰু। আদবয়সীয়া পূজাৰীয়ে তাইৰ অনিন্দ্যসুন্দৰ ৰূপ যেন আৱিষ্কাৰ কৰিলে। তাই যেন সৰগৰ পৰা নামি অহা এজনী ষোড়শী অপ্সৰাহে।

'মধুমালিকা! তুমি বৰ সুন্দৰী। তুমি অনন্যা।' —পূজাৰীয়ে ক'লে।

'মই অতি সামান্য নাৰী গুৰুদেৱ।' —তাই ক'লে।

'নহয়, তুমি অসামান্য। তুমি আজিৰ পৰা বিগ্ৰহৰ পত্নী। তুমি দেৱদাসী। নিয়ম মতে ময়েই তোমাৰ দেৱপ্ৰদত্ত স্বামী।'

পূজাৰী অক্ষয়ব্ৰতৰ শেষ কথাষাৰত তাই গভীৰ দুখ পালে। তাৰ পিছত তাই মন্দিৰতে মূৰ্ছিত হৈ পৰিল।

## চৈধ্য

মন্দিৰৰ চৌহদত এটা দীঘল খেৰীঘৰ। ঘৰটোৰ দুটা কোঠা বাঁহৰ গাধৈৰে বেৰা। এটা দুফালে মুকলি। মুকলি কোঠাৰ মাজত একুৰা জুই জ্বলাই ৰাখে। ভক্তসকলে মাজে মাজে আহি তাত প্ৰসাদ খায়। মন্দিৰত ভক্তই নিবেদন কৰা মাহ-কলৰ লগতে চলে চিলিমে চিলিমে ভাং। ভক্তসকল আহিলে মন্দিৰৰ চৌহদ অৱধি ডাঙৰ গন্ধ। ধূপ-ধুনাৰ গোন্ধও তল পৰে। বম্ বম্ ভোলা... বুলি দুটা-এটা চিঞৰৰ মাজত ধোঁৱা আৰু ধোঁৱা। মাজে-মাজে নতুন ভক্তই প্ৰসাদত মুখ দি হাঁহিত মতলীয়া হৈ পৰে।

একোজন ভক্তই একো চিলিম একেটা টানতে শেষ কৰি দিয়ে। তেনে ভক্তৰ যেন নাকে-কাণে ধোঁৱা যায়। ভক্তৰ ভিতৰত দুই-এজন সন্ন্যাসী, পূজাৰীৰ বন্ধু-বান্ধৱ আৰু চুবুৰীয়া গাঁৱৰ ডেকা-আদহীয়া কিছুমান। খোলাখন মাজতে লৈ চাৰিওফালে ঘূৰি মানুহবোৰ বহে। কাঠৰ টুকুৰা এটাত ভাংবোৰ কটাৰীৰে মিহি মিহিকৈ কুটি লয়। টুকুৰাটোৰ নাম ভাং কুটা মাৰি বাগৰ। তাৰ পিছত চিলিমত ভৰাই ওপৰত জুইৰ অঙঠা তুলি দি হোঁপা মৰাৰ লগে লগেই আৰম্ভ হৈ যায়। হোঁপা যিমানেই নামাৰক, টান কিন্তু এজন ভঙুৱাই এবাৰহে মাৰিব পাৰে। এজনৰ পিছত আনজনলৈ চিলিম দিয়াটো নিয়ম। চিলিমত ডাঙৰ-সৰু নাই, সকলো সমান। শিৱ সকলোৰে দেৱতা। তেওঁৰ ওচৰত সকলো সমান।

ভঙুৱাসকলৰ মন্দিৰৰ বিগ্ৰহ পূজাৰ প্ৰতি বিশেষ ধাউতি নাই। পূজাৰীয়ে যদি আহ্বান কৰে, তেতিয়া মন্ত্ৰপাঠৰ সময়ত থিয় দিবলৈ দুই-চাৰিজন যায়। তেওঁলোকে কেৱল ভাঙতহে চকু ৰাখে। মন্দিৰৰ চৌহদত দুবিধ ভাঙৰ গছ গজি উঠিছিল। এবিধৰ নাম মোহিনী ভাং— এইবিধ উৎকৃষ্ট ভাং। আনবিধ জংঘলী, য'তে-ত'তে গজে। মোহিনী ভাঙৰ নিচা মিঠা আৰু গহীন। জংঘলীৰ নিচা উৎকট আৰু উদাত্ত।

মন্দিৰত ভাঙৰ অভাৱ নাই। ভক্তসকলে য'ৰ-ত'ৰ পৰা সংগ্ৰহ কৰি শিৱৰ ওচৰত অৰ্পণ কৰে। পূজাৰীয়ে সেইবিলাক ভঙুৱাসকললৈ দান কৰে। মাজে মাজে ভাঙৰ ঘোটা তৈয়াৰ কৰা হয়। শিৱৰাত্ৰিত ঘোটা খাবলৈ অনেক মানুহ গোট খায়।

টৌৰে টৌৰে তৈয়াৰ কৰিলেহে ভগাবলৈ জোৰে। ভাঙৰ লাডু, শিষ্যবৃন্দৰ কোনো কোনোৱে সৰহকৈ তৈয়াৰ কৰি উপস্থিতসকলৰ মাজত বিলায়। মন্দিৰৰ আশে-পাশে থকা গঞাসকলেও শিৱৰাত্ৰিৰ দিনা ভাঙৰ লাডু মুখত দিয়ে। তিৰোতাবিলাকেও এটা-দুটা লাডু, অকণমান ঘোটা খাবলৈ ইচ্ছা কৰে।

বাবা ভোলানাথে যেন সকলোৰে ইচ্ছা পূৰণ কৰে।

মধুমালিকা মন্দিৰলৈ অহাৰ অলপ দিনৰ পিছতে শিৱৰাত্ৰি আহি পৰিল। মন্দিৰত ধুম-ধামেৰে পালিত হ'ব। দিন-ৰাতি জুৰি পূজা চলিব। সন্ধিয়াৰ আৰতি দীঘলীয়া হ'ব। দেৱদাসীবিলাকে প্ৰতিদিনৰ নৃত্যৰ বাহিৰেও চুবুৰীয়া প্ৰজাৰ মনোৰঞ্জনৰ বাবে নানা ধৰণৰ নাচ-বাগ কৰিব লাগিব। ৰাতিলৈ গাঁৱৰ মানুহ সকলোকে জনাই দিলে। কিন্তু, মধুমালিকাক মনে মনে মাতি নি অকলশৰে পূজাৰীয়ে ক'লে—

'তুমি সেইদিনা বিগ্ৰহৰ ওচৰত নৃত্য কৰিবা। ৰাজহুৱাকৈ নৃত্য কৰিবলৈ ৰভাৰ মাজলৈ নোলাবা। সেই সময়ত ঘৰৰ ভিতৰত লুকাই থাকিবা। তুমি কম বয়সীয়া নটী। দুই-এজন সামন্ত আহিব নহয়, সিহঁতে দেখিলে তোমাক মন্দিৰৰ পৰা উঠাই লৈ যাব।'

'তেনেহ'লে ৰভাৰ মাজত কোনে নৃত্য কৰিব?' —তাই সুধিলে।

'ৰম্ভা আৰু মদনিকাই তাত নাচিব। সিহঁতৰ বয়স হৈছে। সিহঁত বহুবল্লভা গণিকা। সামন্তবোৰে সিহঁতক নিবিচাৰে। সিহঁতক বহুবাৰ মন্দিৰৰ পৰা লৈ গৈছে।'

'সেইদৰে নিবলৈ দিয়া হয় কিয় গুৰুদেৱ?'

'উপায় নাই। মন্দিৰত লগা অৰ্থ-সম্পদ সামন্ত বিষয়াবোৰৰ পৰাই পোৱা যায়। এইবাৰ দুজনমান সামন্ত বিষয়া আহিব পাৰে, যি নৰখাদক বাঘতকৈও ভয়ঙ্কৰ। সেইবাবে তুমি সিহঁতৰ চকুত নপৰাকৈ থাকিবা।'

'ভাল গুৰুদেৱ।'

মন্দিৰত দুজনী দেৱদাসী আগৰে পৰাই আছিল। দুয়োজনীৰ বয়স দুকুৰি মান হৈ গৈছে। শৰীৰত মেদ সৃষ্টি হৈ দেখাতো কুৎসিৎ হৈ পৰিছে। তথাপি সাজ-পাৰৰ মাজত সিমান ধৰিব নোৱাৰি। সিহঁতে মধুমালিকাৰ দৰে ভাৰত নাট্যম আৰু কথাকলি নাচিব নাজানে। কেৱল দেৱদাসী ৰূপে বিগ্ৰহৰ ওচৰত নৃত্য কৰে। দুজনমান বয়সস্থ মানুহে মৃদঙ্গ বজায়। মধুমালিকাৰ নৃত্যগুৰুৰ দৰে, উৎকল দেশীয় মৃদঙ্গৰ দৰে তেওঁলোকৰ বোল-তালৰ একো মিল নাই। তথাপি তাই তেওঁলোকক মৃদঙ্গৰ কিছুমান বোল শিকাই আছে। তাই মুখেৰে মাতি যায়, সিহঁতে বজাই যায়।

বয়সস্থ মৃদঙ্গবাদক দুজনৰ লগত মাজে মাজে এজন ডেকা আহে। সি মৃদঙ্গ শিকিছে। মধুমালিকাই সেই ডেকাজনকো শাস্ত্ৰীয় বোল শিকাবলৈ বাছি ল'লে। ডেকা

মৃদঙ্গবাদকজনে মাজে মাজে বোল পাহৰি তাইলৈ চাই থাকে। ডেকাজন কৃষ্ণবর্ণৰ হ'লেও সুঠাম, সুপুৰুষ বুলি তাইৰ মনে ক'লে। তাৰ প্ৰতি তাই এটা আকৰ্ষণ অনুভৱ কৰিলে। চকুৱে চকুৱে পৰিলে দুয়োটাৰে লাজ লাগি যায়। তাই ভাবিলে— এয়ে প্ৰেম। কিন্তু তাই যে মন্দিৰৰ বন্দিনী— দেৱদাসী। তাই চিৰকাল অবিবাহিতা হৈয়ে ৰ'ব লাগিব। গতিকে, তাইৰ প্ৰেমৰ মূল্য নাই।

দেৱদাসীৰ প্ৰেমৰ মূল্য নাই। যৌৱনৰ মূল্য নাই। জীৱনৰ মূল্য নাই। দেৱদাসীৰ কৰুণ জীৱনৰ অনেক মৰ্মন্তুদ কাহিনী তাই ৰম্ভা আৰু মদনিকাৰ পৰা শুনিছেও। সিহঁতৰ দৰেই এদিন তাইৰো সেই অৱস্থা হ'ব বুলি সতৰ্ক কৰিও দিছে। মদনিকাই তাইক পলাই যাবলৈকে উপদেশ দিছে। কিন্তু, তাই যাব ক'লৈ! কোন আছে তাইৰ! তাতে এৰি অহা দেশখনলৈ যে বহু দূৰ।

'মই যাম ক'লৈ বাইদেউ! এই দেশত মোৰ কোনো আপোন মানুহ নাই। যাৰ লগত আহি ইয়াত উপস্থিত হৈছিলো, সিহঁতো ঘূৰি গুচি গ'ল। সুদূৰ উৎকল দেশত মোৰ আই-বোপাই আছে। পুৰীত মোৰ পিতৃতুল্য গুৰু মণিশংকৰ আছে। কিন্তু, মই তেওঁলোকৰ ওচৰলৈকো যাব নোৱাৰোঁ।'

'নোৱাৰা, যাব নোৱাৰা মধু। মাথোন বাট চাই থাকা বিগ্ৰহৰ নামত উছৰ্গিত তোমাৰ ৰূপ-যৌৱন ধূলিসাৎ হৈ যোৱালৈ। তুমি একো কৰিব নোৱাৰা। কেৱল পূজাৰীয়েই নহয়, সন্ন্যাসী, নাগা বাবা, ভণ্ডুৱাৰ ভাঙৰ গোন্ধত বিলীন হৈ যাবা। সামন্ত বিষয়াৰ খেলাৰ পুতলাও হব লাগিব। দেৱদাসীৰ কোনো নিজ ইচ্ছা নাই।' —ৰম্ভাই ক্ষোভেৰে ক'লে।

'তেনেহ'লে মই কি কৰিম?'

'কি কৰিবা আৰু! জুইৰ বাবে অপেক্ষা কৰা ছগাৰ দৰে বাট চাই থাকা।' —ৰম্ভাই ক'লে।

মধুমালিকা দুদিনমান দুশ্চিন্তাৰ পৰা আঁতৰিব পৰা নাই। তাই এই পাপচক্ৰৰ কবলৰ পৰা উদ্ধাৰ হোৱাৰ কোনো সম্ভাৱনাই দেখা নাপালে। ডেকা মৃদঙ্গবাদকজনকো তাই সাহসী বুলি ভাবিব নোৱাৰিলে। ইমানদিনে সিও তাইৰ কাষ চাপি আহিব পৰা নাই। তাইক কিবা এটা ক'বলৈ, প্ৰস্তাৱ দিবলৈ একো অসুবিধা নাই। তাইক সি মন্দিৰৰ চৌহদত প্ৰায়ে লগ পাই থাকে। সি চোৰৰ দৰে তাইলৈ চাই আঁতৰি যায়। হয়তো ভয়ত, নহয় লাজত।

মন্দিৰ প্ৰাঙ্গণতে এদিন মধুমালিকাই তাক আগচি ধৰি ক'লে— 'তুমি ইমান ভয়াতুৰ হৈ ফুৰা কিয়?'

ডেকাটোৱে সেপ ঢুকিবলৈ ধৰিলে।

'নামাতা কিয়?'

'পূজাৰীলৈ ভয় লাগে।'

'কিয়?'

'পূজাৰীয়ে তোমাৰ লগত হলি-গলি কৰিবলৈ বাধা দি থৈছে।'

'হয় নেকি? আৰু সেইবাবে তুমি মোৰ পৰা আতৰি ফুৰা নহয়নে? বাৰু কোৱাচোন, মোক তোমাৰ ভাল লাগেনে?'

'লাগে।'

'মোক দেখি তোমাৰ দুখ লাগেনে?'

'লাগে। তোমাৰ নিচিনা ছোৱালীক দেৱদাসী কৰিব নালাগে।'

মধুমালিকা কিছুপৰ নীৰৱে ৰ'ল। তাৰ পিছত ক'লে— 'মই ভাৰত নাট্যমৰ বোল কৈ যাম, তুমি মৃদঙ্গত বজাব লাগিব, পাৰিবা?'

'পাৰিম। কিন্তু পূজাৰীয়ে অনুমতি দিব জানো?'

'অনুমতি মই ল'ম। আৰু শুনা, মন্দিৰলৈ অহা মানুহৰ ভিতৰত তোমাকহে মোৰ ভাল লাগে। তোমাৰ মৃদঙ্গৰ ছেৱত মোৰ নাচিবলৈ মন যায়।'

সি একো নামাতিলে।

'পৰহিলৈ শিৱৰাত্ৰি। ইয়াত বোলে মেলা বহিব; গীত-নৃত্যও হ'ব। ৰাজহুৱা স্থানত মোক পূজাৰীয়ে নাচিবলৈ মানা কৰিছে। মই ঘৰতে লুকাই থাকিম। ৰম্ভা বাই আৰু মদনিকা বায়ে নাচিব। তুমি গোপনে মোৰ ঘৰলৈ সময় বুজি আহিব পাৰিবানে?'

'মই কিয় আহিব লাগে? পূজাৰীয়ে দেখিলে...।'

'পূজাৰীয়ে তোমাৰ পিছ ল'বলৈ সেইদিনা সময়েই নাপায়। তুমি সাহ কৰিলেই হ'ল। ৰম্ভাইঁতে নাচ-গান কৰোঁতেই আহিবা।'

'চেষ্টা কৰিম।'

'চেষ্টা নহয়, আহিবাই।' —মধুমালিকাই যেন আদেশ দিলে।

# পোন্ধৰ

মৃদঙ্গবাদকজনৰ নাম পৰিমল। সেইখন গাঁৱতে তাৰ ঘৰ। কেইবাটাও পুৰুষ ধৰি মৃদঙ্গ বজোৱাৰ দায়িত্বত উপৰিপুৰুষ নিয়োজিত হৈ আহিছিল। বৰ্তমান পৰিমলৰ বংশৰ এজনো বাদক মন্দিৰত নাই। যি দুজন আদবয়সীয়া মৃদঙ্গবাদকৰ লগত সি অনুশীলন কৰিছে, তেওঁলোক আন এটা বংশৰ। তেওঁলোকেও বহুবছৰ ধৰি মন্দিৰৰ দেৱদাসী নৃত্যত বাজনা বজাই আহিছে। কালি, দোতাঁৰা আদি বজোৱা মানুহো আছে। কেতিয়াবা ঢাকো বজোৱা হয়। দুই-এজন ভকতেই মাজে মাজে ডম্বৰু বজায়। গাঁৱৰ ৰাইজে নাগাৰা নামো মাজে-সময়ে মন্দিৰত গায়হি। এই আটাইবোৰেই মৌলিক সুৰত গোৱা হয়।

শিৱৰাত্ৰিৰ দিনা পুৱাৰ পৰাই মন্দিৰ ব্যস্ত হৈ পৰিল। জাক জাক ছোৱালী, তিৰোতা আনকি বুঢ়ীপৰ্যন্ত মন্দিৰলৈ সোঁত ব'বলৈ ধৰিলে। হাতে হাতে ফুল, বেলপাত আৰু বিভিন্ন ধৰণৰ ফলমূল। যাৰ ঘৰত যি আছে। মন্দিৰ গৃহত থ'বলৈ ঠাই নাইকিয়া হৈ পৰিল।

শিৱৰাত্ৰিৰ দিনা শিৱ সন্তুষ্ট হ'লে অবিবাহিতাৰ বাবে পাত্ৰৰ সন্ধান ওলায়। উপযুক্ত তথা উত্তম বৰ লাভ হয়। বিবাহিতাসকলে সুখী জীৱনৰ কামনাৰে মহাদেৱক পূজা কৰেহি। বুঢ়ীবিলাকেও ঘৰৰ জীয়াৰীৰ বিয়া, বোৱাৰীৰ পুত্ৰ সন্তান আদি নানা কামনাৰে সেৱা-অৰ্চনা কৰেহি। পৰিহৰেশ্বৰৰ দেৱতা বৰ জাগ্ৰত। সেইবাবে পূজা দিবলৈ অহাসকলৰ লগতে এচাম গোপিনী আহি মণ্ডপত শিৱৰ নাম জাউৰীয়ে জাউৰীয়ে গায়।

'সদাশিৱ এ, তুমি কল্পতৰু
ভগৱতীৰ পতি তুমি জগতৰে গুৰু
সদাশিৱ এ।

সদাশিৱ এ, গাৱে ভস্ম ধূলি
পঞ্চমুখে শব্দ কৰে দুৰ্গা দুৰ্গা বুলি

সদাশিৱ এ।
সদাশিৱ এ, তোমাৰ শিৰে জণ্টা
জগতক বৰ দিয়া আপুনি নণ্ঠা
সদাশিৱ এ।
সদাশিৱ এ, তুমি ত্ৰিপুৰাৰী
জগতক বৰ দিয়া আপুনি ভিক্ষাৰী
সদাশিৱ এ।

সদাশিৱ এ, জগতৰে গুৰু
ব্ৰহ্মা বিষ্ণু দেৱতাৰো বাঞ্ছা কল্পতৰু।
সদাশিৱ এ।'

এইদৰে গোপিনীসকলে শিৱৰ নাম মন্দিৰত সুৰ লগাই গাই পৰিৱেশটো অতি মধুৰ কৰি তুলিলে। শিৱ-পাৰ্বতীৰ বিয়াৰ বৰ্ণনাই গোপিনীৰ নামত বিশেষভাৱে ঠাই পালে। কোনোবা এজনীয়ে লগাই দিলত সকলোৱে গালে—

'নাচে ৰঙ্গে দেৱতাসকলে
প্ৰভু মহাদেৱৰ বিয়া।
শুকুৰবাৰে তেলভাৰ
ৰবিবাৰে বিয়া
শঙ্কৰে বিয়া কৰায়
মেনকাৰে জীয়া।'

গোপিনীসকলৰ বিপৰীত দিশত বহিছে ডেকাসকল। তেওঁলোকেও নাগাৰা বজাই শিৱৰ নাম গাইছে। ভাটিয়ালী সুৰত ডেকাসকলে গালে—

'আৰে সদাশিৱ দেৱ দিগম্বৰ
হৰ হৰ নন্দী-ভৃঙ্গী স্তুতি কৰে গন্ধৰ্ব কিন্নৰ।'

দুজনমানে ঠিয় হৈ নাচি নাচি গালে—

'মাথে পৰি শোভা কৰে ঐ জটাজাল।
কপালত শোভা কৰে অৰ্ধচন্দ্ৰ ভাল।।

আন দুজনে আকৌ ঠিয় হৈ গালে—

'কৰ্ণে পৰি শোভা কৰে মকৰ কুণ্ডল।
নীলকণ্ঠে শোভা কৰে নৰমুণ্ড মাল।।
বক্ষে পৰি শোভা কৰে ঐ ভাণ্ডৰ জুলি।
সৰ্ব গাৱে শোভা কৰে ঐ ভস্ম ধূলি।।'

প্ৰথমটো দলে গালে—

'কপালত শোভা কৰে ঐ সৰ্পৰ হাৰ।
কটি পৰি শোভা কৰে ঐ বাঘৰ ছাল।।
হাতে পৰি শোভা কৰে ত্ৰিশূল ডম্বৰু।
বৃষভে চৰি ফুৰে জগতৰ গুৰু।।'

সকলোৱে আকৌ গালে—

'আৰে সদাশিব দেৱ দিগম্বৰ...

এইদৰে পুৰুষ-মহিলা সকলোৱেই আনন্দত মতলীয়া হ'ল। কোনোবাই মাজতে চিলিমত ভাং লৈ হুঁপিবলৈ ধৰিলে। 'বম্ বম্ ভোলা' বুলি ৰঙাবস্ত্ৰধাৰী ত্ৰিশূল লোৱা ভক্ত এজনে সকলোৰে মাজত নাচিবলৈ ধৰিলে। ভক্তজন শালীন, নাগা বাবা নহয়। তেওঁৰ লগত এদল থলুৱা ভক্তয়ো নাচিবলৈ ধৰিলে। সেই নাচৰ কোনো নিয়ম নীতি নাই। যাৰ যি মন যায়, সেইদৰেই নাচিব লাগিছে। ঘোটা আৰু ভাঙৰ মিঠৈ প্ৰায়বোৰ মানুহেই সেৱন কৰিছে। মিঠৈ মন্দিৰত উভৈনদী হৈ পৰিল।

দিনটো এনে ব্যস্ততাৰ মাজেদি পাৰ হৈ গ'ল। সন্ধিয়াৰ আৰতি ৰাজহুৱাকৈ কৰা হ'ল। তাৰ পিছত আকৌ নৃত্য-গীত আৰম্ভ হ'ল। ওচৰৰ ধনী-মানী অনেকৰ লগতে দুজনমান সামন্ত বিষয়াও আহি উপস্থিত হ'লহি। তেওঁলোকে পূৰ্বৰ দেৱদাসী দুজনীয়ে নাচি থকা দেখি এজনে পূজাৰীক সুধিলে—

'পূজাৰী দেউ। এজনী নতুন দেৱদাসী অহা বুলি শুনিছিলো, নচা নাই কিয়?'

'তাই আজি নাচিব নোৱাৰে। নাচনী হিচাপেও পাৰ্গত হোৱা নাই।'

'আমি তেওঁক চাব পাৰিমনে?' আনজনে সুধিলে।

অলপ ভাবি পূজাৰীয়ে ক'লে— 'নোৱাৰিব। তাই মন্দিৰৰ চৌহদত নাই।' সামন্ত দুজনৰ কথাই পূজাৰীক ক্ষুব্ধ কৰিলে। পূজা-অৰ্চনাত মন নাই, কেৱল দেৱদাসীত চকু। পূজাৰী আঁতৰি গ'ল।

ইফালে নৃত্য-গীতত সকলো মচগুল হৈ পৰাৰ সুবিধাত পৰিমলে মধুমালিকাৰ দুৱাৰত হেঁচা দিলে।

'কোন?'

'মই!'

'কোন মই?'

'মই পৰিমল, মৃদঙ্গ...।'

বাক্যটো শেষ হোৱালৈ বাট নাচাই তাই দুৱাৰখন খুলি ক'লে— 'বেগেতে সোমোৱা।' সি সোমাই গ'ল। তথাপি তাৰ বুকুখন কঁপি উঠিল। পূজাৰীৰ বাদে আনে সিহঁতক একো কৰিব নোৱাৰে। বদনাম ৰটিব পাৰিব মাত্ৰ। কিন্তু, সেই বদনামে তাইৰ কোনো ক্ষতি কৰিব নোৱাৰে।

মধুমালিকাৰ কোঠাত বন্তি জ্বলোৱা হোৱা নাছিল। তথাপি গাধৈ বেৰৰ মাজেদি অহা মণ্ডপৰ পোহৰে কোঠাটো পাতলকৈ পোহৰাই তুলিছিল। পৰিমলে পৰিবেশটো ভালেই পালে। তাতোকৈ ভাল লাগিল ৰূপৱতী গাভৰুজনীক। এনে এটা পৰিবেশত সি আগতে কোনো ছোৱালীক লগ পোৱা নাছিল। তথাপি খৰধৰকৈ সি ক'লে—

'কোৱা। কিয় মাতিছিলা?'

'ৰ'বাচোন। লাহে লাহে ক'ম। তুমি লাড়ু বা ঘোটা খাইছা নেকি?'

'নাই খোৱা। তুমি খাইছা জানো?'

' ময়ো নাই খোৱা। দিনটো একো খোৱা নাই। উপবাসত আছো। মন্দিৰৰ দেৱদাসী হৈ জন্ম গ্ৰহণ কৰিছো,— বহুত নিয়ম পালিব লাগে।'

'তুমি ইয়াত থাকি ভাল পাইছা জানো?'

'মুঠেই নাই পোৱা। কিন্তু কি কৰিম, ক'লৈ যাম!' —তাই ক'লে।

পৰিমলে উচপ্‌ খাই উঠিল। কি কৈছে মধুমালিকাই!

'মই জানো, তুমি মোক উদ্ধাৰ কৰিবলৈ সাহ কৰিব নোৱাৰা। মই তোমাক জুখি চালোঁ। কিন্তু জানা, তোমাৰ দৰে এজন মানুহৰ লগত মই পলাই যাবলৈ খুব ইচ্ছা কৰিছোঁ।'

'কিয়?'

'ইয়াৰ উত্তৰ মোৰ নাই। কিন্তু, বহু দূৰলৈ গুচি যাবৰ মন গৈছে। মই ইয়াত বৰ ভয় খাইছোঁ। কোন মূহুৰ্তত মোৰ জীৱন-যৌৱন মাটি হৈ যায়, তাৰ ঠিক-ঠিকনা নাই। মোৰ যৌৱনটো অপচয় হ'লে তুমি জানো ভাল পাবা?'

'নাপালেওতো মই একো কৰিবও নোৱাৰোঁ। মই এটা সাধাৰণ মৃদঙ্গবাদক। হাতৰ আঙুলিয়ে কিবা বুজাব পাৰিলেও, মোৰ হৃদয়ৰ কোনো মূল্য নাই। গাৰ সাধাৰণ শক্তিৰে কাৰো উন্নতি সাধিব নোৱাৰোঁ। মই নিজকে অপগণ্ড বুলি ভাবোঁ।'

'তোমাৰ শক্তি নাইকিয়া হোৱা নাই। কিন্তু সাহস নাই।'

'সঁচা কথা কৈছা। গাৰ বলেৰে একো কৰিব নোৱাৰি। অৰ্থ-কড়ি নথকা মানুহক কোনেও মূল্য নিদিয়ে। এতিয়া চমুকৈ কোৱা, মোক তুমি কিয় মাতিছিলা?'

'ক'লোঁৱেইতো। মই মন্দিৰৰ চৌহদৰ বাহিৰলৈ গুচি যাব বিচাৰিছোঁ।'

'তুমি যিয়েই নোকোৱা, মই তোমাক নিব নোৱাৰিম।'

'তুমি মোক ভাল নোপোৱা?'

'মই ভাবি চোৱা নাই। কিন্তু, তোমাক মোৰ ভাল লাগে।'

'কিয়? মোৰ সুন্দৰ দেহটোৰ বাবে— তোমাৰ আকৰ্ষণ নহয়তো?'

'মিছা নকওঁ। তোমাৰ দেহটো সুন্দৰ-সুঠাম। তুমি আচলতে সুন্দৰী।'

'তুমিওতো সুন্দৰ। তোমাৰ দৰে মই আগতে ডেকা দেখাই নাছিলো। সেইবাবে মই তোমাক ভাল পাওঁ। কিন্তু, তুমি মোক বচাব নোৱাৰা, ৰক্ষা কৰিব নোৱাৰা! তুমি মতা মানুহ নহয় নেকি?'

পৰিমলে একো ক'ব নোৱাৰিলে। মধুমালিকা উচুপি উঠিল। তাৰ পিছত পৰিমলৰ কাষ চাপি আহি ক'লে— 'দেৱদাসীৰ বিয়া নহয়। বিগ্ৰহৰ লগতহে বিয়া হৈছে। পাথৰৰ দেৱতা মোৰ স্বামী। হয়তো দুদিনৰ পিছত মোৰ যৌৱন, মোৰ কুমাৰীত্ব শগুন-শিয়ালৰ দৰে কোনোবাই আঁজুৰি খাব। তাৰ আগতে, মই তোমাক শিৱৰাত্ৰিৰ জাগ্ৰত শিৱ দেৱতাক সাক্ষী কৰি স্বামী হিচাপে বৰণ কৰিব খুজিছোঁ। মোৰ উপাচাৰ গ্ৰহণ কৰা।'

'মই তোমাক কেনেকৈ বিয়া কৰাম? দেৱদাসীৰ বিবাহৰ অধিকাৰ জানো আছে?'

'নাই সেইবাবেইতো এনেকৈ চুৰকৈ তোমাক বৰণ কৰিব খুজিছোঁ। তুমি মোৰ প্ৰাণৰ দেৱতা হৈ থাকিবা।' —তাই ক'লে।

মণ্ডপত তেতিয়া নাগাৰা আৰু মৃদঙ্গৰ ছেৱত ৰম্ভা আৰু মদনিকাই নানা তৰহৰ নৃত্য পৰিৱেশন কৰি গৈছে। উপস্থিতসকলে কিৰীলি-ফুৰিলি মাৰি নাচনীক উজ্জান দিছে। পূজাৰী আৰু অন্যান্য সন্ন্যাসীবিলাক মন্দিৰৰ ভিতৰত পূজা-পাতলত ব্যস্ত। মধুমালিকাই তেতিয়া পৰিমলৰ বুকুত সোমাই উচুপি উচুপি কান্দিছে। পৰিমল হতবাক, কি ক'ব, কি নক'ব একো ভাবিব পৰা নাই। তাৰ মাজতে কোনোবাই দুৱাৰত হেঁচুকিলেহি। পৰিমলে খুব ভয় খালে। সি ক'লে—

'মই যাওঁ। কোনোবাই কিবা গম পাইছে।'

'কোনো ভাল মানুহে দুৱাৰত হেঁচুকিবলৈ নাহে। ভয় নকৰিবা। মই এতিয়াও শুচিতা হেৰুওৱা নাই। তথাপি, মানুহৰ দৃষ্টিত দেৱদাসী মাত্ৰেই বহুভুক্তা, মন্দিৰ-গণিকা। মোৰ শুচিতাৰ বাবেই তোমাৰ লগত পলাই যাবলৈ ওলাইছোঁ। তুমি মৃদঙ্গ জানা, মই নাচিব জানো। ক'ৰবাত নাচ-গান কৰি আমি জীয়াই থাকিব নোৱাৰিমনে?'

'পাৰিম। কিন্তু...।'

'তুমিওতো অবিবাহিত। তাতে তুমি জানো সম্বলহীন নোহোৱা? জুপুৰি ঘৰটোৰ বাদে তোমাৰ আৰু কি আছে? আই-বোপাই, ভাই-ভনী কাৰোৰেতো দায়িত্ব নাই।' তাই ক'লে।

'ইমান কথা তুমি কেনেকৈ জানিলা?'

'মই খবৰ লৈছোঁ। আমি আকৌ কলিঙ্গ দেশৰ ফালেই যাম। তাত নাচ শিকাই চলিব পাৰিম। অন্ততঃ দুয়ো সুখেৰে থাকিব পাৰিম।' মধুমালিকাই কাপোৰৰ টোপোলা এটা বান্ধিলে।

'কিন্তু মোৰ হাতত যে ফুটাকড়ি এটাও নাই!'—পৰিমলে ক'লে।

'হ'ব। মোৰ হাতত দুটামান সোণৰ মুদ্ৰা আছে। চৰতীয়াও এটোপোলা আছে। সেয়ে বহুদিন চলিব। এতিয়া ব'লা।' —তাই তাৰ হাতত ধৰি টানিলে।

সি যেন সাহস লাভ কৰিলে। তাৰ পিছত ক'লে, 'ব'লা।'

# ষোল

মন্দিৰৰ চৌহদ আঁৰিয়া জ্বলোৱাৰ বাবে পোহৰ হৈ আছিল। পোহৰৰ পাতল আবেশ এটাই ভালেমান দূৰলৈকে সাবটি আছিল। হাতত সাৰে ভৰিত সাৰে সিহঁতহাল মন্দিৰৰ চৌহদ পাৰ হৈ মুকলি পথাৰ এখনত ওলালগৈ। তাৰ পিছত আৰু কোনে পায়? দুয়োটাই আন্ধাৰে-মুন্ধাৰে মন্দিৰৰ পশ্চিম দিশত আগবাঢ়ি গৈ থাকিল। কিমানদূৰ গ'ল সিহঁতে ধৰিব নোৱাৰিলে।

'আমি বাৰু কিমাৰদূৰ আহিলো?' —তাই সুধিলে।

'চাৰি-পাঁচ যোজন হব লাগে চোন?' —সি উত্তৰ দিলে।

'ৰাতি পুৱাবলৈ কিমান সময় আছে?'

'বেছি পৰ নাই। দূৰত ফেঁচুজনীৰ মাত শুনিছোঁ।' —পৰিমলে ক'লে।

'মোৰ বৰ ভাগৰ লাগিছে। ভোকো লাগিছে। ক'ৰবাত জিৰণি ল'ব পৰা হ'লে।'

'এৰা, ভাগৰ মোৰো লাগিছে। ক'তনো জিৰণি ল'বা। মুকলি পথাৰৰ মাজৰ এই নৰানিবোৰতে বহিব পাৰি।'

'টোপনি আহিলে কি কৰিবা? কোনোবাই যদি ধৰা পেলায়, তেতিয়া?'

'মানুহে লগ পালেতো সুধিবই— ক'ৰ মানুহ ক'লৈ যায়। উত্তৰ এটা সাজি থ'ব লাগিব। আমি দুয়োটাই একোটা কথাকে ক'ব লাগিব, তেতিয়াহে খাপ খাব।'

'এইফালে গৈ থাকিলে কি ঠাই পামগৈ?' —তাই সুধিলে।

'বংগাল দেশ পামগৈ?' পুণ্ড্ৰবৰ্ধন নামৰ এখন ৰাজ্য আছে।'

'সেই দেশৰ ঠাই এখনৰ নাম এটা ক'লেই নচলিবনে?'

'এৰা—!'

পৰিমলে কিছুপৰ ভাবিলে। আগে-পাছে নোযোৱা ঠাই। কোন ফালে বা কি আছে! তথাপি সি কোনোবা এজন ব্ৰাহ্মণৰ মুখত শুনিছিল— নবদ্বীপত বোলে বহুত সংস্কৃত টোল আছে। তালৈ কামৰূপৰ বহুত মানুহ অধ্যয়ন কৰিবলৈ যায়।

'আমি নবদ্বীপলৈ যাবলৈ আহিছোঁ বুলিয়েই কম, হৈ যাব।'

'কিন্তু ক'ৰ পৰানো আহিছোঁ— তাকো জানো নুসুধিব?' —তাই সুধিলে।

'এৰাতো সুধিবই। আমি ক'ম,— আমি কামৰূপৰ মানুহ।'

'কামৰূপতো দেশৰ নাম। ঠাইৰ নাম কি হ'ব?'

'ঠাইৰ নাম হাজো বুলিয়েই ক'ম বুইছা।' —পৰিমলে ক'লে। তাৰ পিছত আকৌ ক'লে — 'তুমি একো নক'বা। ভাষা নুবুজাৰ ভাও ধৰিবা। কি কোৱা?'

'তুমি বঙলা ভাষা বুজি পাবা জানো?'

'অলপমান বুজিব পাৰিম। চলি যাব।'

অলপ পৰৰ পিছত চৰাইৰ চিঁ-চিঁয়নি আৰু কাউৰীৰ কা-কা মাত সিহঁতে শুনিবলৈ পালে। পোহৰ হৈ অহাত পথাৰৰ মাজে মাজে দুই-এঘৰ মানুহো দেখিবলৈ পালে। তাৰে এঘৰৰ বাৰীৰ পিছফালে খেৰ থোৱা ঘৰ এটা দেখিলে। পৰিমলে আনন্দত কৈ পেলালে— 'পাই গলোঁ।'

'কি পালা?'

'আশ্ৰয় স্থান।'

তাৰ পিছত দুয়োটাই খেৰ ঘৰটোৰ মাজলৈ উঠি গৈ খোৰোং এটা সাজি ল'লে। তাতে দুয়োটা সোমাল। মধুমালিকাই লাজ লাজ ভাবেৰে হাঁহিলে। ধান খেৰৰ গাঁতটোত দুয়োটা সোমাই পৰাত পৰস্পৰৰ গাত গা লাগিল। পৰিমলে ক'লে— 'অৱশেষত এয়ে আমাৰ ফুলশয্যা হ'ল।'

মধুমালিকাই তাৰ বুকুত মূৰ গুঁজি দিলে।

কিছু সময়ৰ পিছত দুয়োটাৰে টোপনি গ'ল। কিমান দেৰি দুয়োটাৰে টোপনি গ'ল— অনুভৱ কৰিব নোৱাৰিলে। প্ৰথমতে সাৰ পালে মধুমালিকাই। ইমান পৰ যেন তাই সৰগত আছিল। কেইমুহূৰ্তমানৰ পিছতে তাই বাস্তৱলৈ ঘূৰি আহিল। নাক বজাই শুই থকা পৰিমললৈ চাই চাই তাই ভাবিলে— 'মানুহটোক ময়ে এই বাটে লৈ আহিলোঁ। পৰিমল বৰ সৰল মানুহ।'

তাই সচেতন হৈ উঠিল। ইমানকৈ নাক বাজিছে। ঘৰটোৰ ওচৰলৈ কোনোবা মানুহ আহিলেতো বিপদেই হ'ব। নাকৰ শব্দ শুনি সিহঁতক বেৰি ধৰে যদি! তাই তাক হেঁচুকি হেঁচুকি টোপনি ভাঙি দিলে।

'তোমাৰ খুব নাক বাজিছিল। কোনোবাই শুনে বুলি তুলি দিলোঁ।'

'ভালেই কৰিলা। কোনোবাই শুনা হ'লে বৰ বেয়া কথা হ'লহেঁতেন।' সি ক'লে।

'বৰ ভোক-পিয়াহ লাগিছে পাই। খোৱা বস্তু নানিলোঁ নহয়।' —তাই ক'লে।

'আমি ইয়াৰ পৰা নামি যাওঁ নহঁলে। তেতিয়া কাৰোবাৰ ঘৰত কিবা বিচাৰি লৈ খাব পাৰিম। পুখুৰী বিচাৰি পানীও খাব পাৰিম।'

'নামি যাবলৈ মোৰ ভয় লাগিছে।'

'ছেগ বুজি নামি যাম। ৰ'বা ওচৰত কোনোবা আছে নাই চাই লওঁ।'

পৰিমলে ঘৰটোৰ চাৰিওফালে চালে। নাই— কোনো মানুহ নাই। এয়ে সঠিক সময়। বেলি দুপৰ হ'ল হয়তো।

'মানুহ-দুনুহ ওচৰত নাই। নামি যাব পাৰিম। টোপোলাটো লৈ মোৰ পাছে পাছে নামি আহা।'

খেৰ ঘৰটোৰ পৰা দুয়োটা নামি পৰিল। সিহঁত কাৰো চকুত নপৰিল। তাৰ পিছত দুয়োটা খোজ লৈ অলপ দূৰ আহি আলিবাট এটাত উঠিল। আলিৰ কাষত অৱস্থাপন্ন মানুহ এঘৰ দেখি দুয়ো সোমাই গ'ল। মানুহঘৰৰ বাৰীখন বাঁহ,তামোল আৰু অন্যান্য গছেৰে ভৰা। চোতালত গছবোৰৰ ছাঁ পৰি আছিল। চোতালৰ ছাঁত বুঢ়ী এগৰাকীয়ে খুন্দনাত তামোল খুন্দি খুন্দি বহি আছিল।

'আই!' —পৰিমলে মাতিলে।

মুৰ দাঙি চাই সুধিলে— 'ক'ৰ মানুহ? কি সকাম?'

'আমি কামৰূপৰ হাজোৰ। যাব লাগে নবদ্বীপলৈ। অলপ খোৱা বস্তু বিচাৰি আহিছোঁ।'

'আমাৰ ভাত পানী খোৱা হৈ গ'ল। জলপানকে খোৱা। চিৰা-মিঠৈ দিওঁ।' বুঢ়ীয়ে ক'লে।

'হ'ব আই।' পৰিমলে ক'লে।

বুঢ়ীয়ে ভিতৰলৈ চাই মাত লগালে— 'বোৱাৰী! এইফালে শুনচোন।...'

## সোতৰ

শিৱৰাত্ৰিৰ ব্যস্ততাৰ মাজত পূজাৰীয়ে মধুমালিকাৰ কথা পাহৰি আছিল। মন্দিৰত উপস্থিত হোৱা বিশিষ্ট লোকসকলক সন্তুষ্ট কৰিব পাৰিলে মন্দিৰৰ লাভ। সেইসকলৰ কৃপাতে মন্দিৰ পৰিচালিত হয়। মন্দিৰৰ দেৱদাসীসকলেও এওঁলোকক সন্তুষ্ট কৰিব লাগে। নৃত্য-গীতৰ লয়লাস পৰিৱেশনতে ই সীমাবদ্ধ নাথাকে। চৌহদৰ গোপন কক্ষত প্ৰভাৱশালী ব্যক্তিৰ লগত মিলিত হ'ব লগা হয়। কেতিয়াবা কোনোবা এজনৰ লগত সপ্তাহ-দহদিনৰ কাৰণে মন্দিৰৰ বাহিৰলৈ যাবলগীয়া হয়। কাৰণ, দেৱদাসীহঁতক প্ৰাচীন কালৰে পৰা গণিকা হিচাপে ব্যৱহাৰ কৰি অহা হৈছে। ইয়াতো ব্যতিক্ৰম নাই। গণ্য-মান্য বুলি জনাজাত দুই-চাৰিজন বিষয়া মন্দিৰলৈ সঘনাই অহাৰ কাৰণো এইটোৱেই। মন্দিৰৰ পূজাৰীক সন্তুষ্ট কৰি কোনোবা এজনীক বাগীত তুলি লৈ যাব সিহঁতৰ গোপন স্থানলৈ। দেৱদাসীহঁতৰ কোনো আপত্তি ইয়াত নাখাটে।

এজন উদণ্ড ৰাজবিষয়াই শেহ ৰাতি পূজাৰীক মাতি আনি সুধিলে— 'নতুন দেৱদাসীজনী ক'লৈ গ'ল?'

'তেওঁ আজি ভাগ ল'ব নোৱাৰে। তাতে বিগ্ৰহৰ লগত তেওঁৰ আনুষ্ঠানিকভাৱে বিবাহ সম্পন্ন হোৱাই নাই।' পূজাৰীয়ে এইদৰে কৈ কথা সামৰিবলৈ চালে।

'বিগ্ৰহৰ লগত নে আপোনাৰ লগত?' —সি ক'লে।

'মন্দিৰৰ নিয়ম হুজুৰে নাজানে নেকি?' —পূজাৰীৰ উত্তৰ।

'নিয়ম বাদ দিয়ক। মোক তাইক লাগে।'

'মই পঠিয়াব নোৱাৰিম।'

'পূজাৰীক কোনো মতে সৈমান কৰাব নোৱাৰি বিষয়াজন ক্ৰুদ্ধ হৈ উঠিল। নিজেই নতুন দেৱদাসীজনীক ভোগ কৰাৰ লালসাৰে পিয়াদা লগাই তাই ক'ত আছে, চলাথ কৰালে। কিন্তু তাইক চৌহদত পোৱা নগ'ল। তাইৰ থকা ঘৰো চলাথ কৰালে। তথাপি নোলাল। কথাটো পূজাৰীক কোৱাও হ'ল। পূজাৰীয়ে প্ৰথমতে একো ভৱা নাছিল— আছে ক'ৰবাত। বিষয়াৰ ভয়ত লুকাই আছে। কিন্তু আন দুজনী দেৱদাসী

আহি যেতিয়া মধুমালিকাক বিচাৰি নোপোৱা বুলি জনালেহি তেতিয়াহে পূজাৰীৰ গা লৰিল। নিজৰ মানুহ দি চাৰিওফালে চোৱালে। ওচৰৰ পুখুৰীটো আৰু পানীখোৱা পাটনাদটোও চাবলৈ ক'লে। চৌহদৰ ক'তো কোনো চিন-চাব নাপালে। পুখুৰীবোৰতো আত্মহত্যা কৰাৰ কোনো লক্ষণ দেখা নাপালে। কেৱল পাটকুঁৱাটোৰ তলিখন আন্ধাৰ হৈ থকাত চাব নোৱাৰিলে। তথাপি, দুজনমানে দীঘল বাঁহ এডাল আনি কুঁৱাৰ তলিখন খুঁচি মেলি চাই তলিত কিবা থকাৰ কোনো অনুমান কৰিব নোৱাৰিলে।

তেনেহলে ক'লৈ গ'ল?

মধুমালিকা নামৰ নতুন দেৱদাসীজনী ক'লৈ গ'ল?

পূজাৰীয়ে একো অনুমান কৰিব নোৱাৰিলে।

আনদুজনী দেৱদাসীয়েও মধুমালিকাৰ এনে গোপন কিবা এটা ঘটিব বুলি কোনোদিন কোনো লক্ষণ দেখা নাছিল। মাজে মাজে তাই অন্যমনস্ক হৈ পৰা সিহঁতে দেখা পাইছিল। দূৰ-দূৰণিত এৰি অহা ঘৰৰ মানুহবোৰলৈ মনত পৰিলে তাই তেনে ৰূপ্ লয় বুলি সিহঁতৰ ধাৰণা আছিল। সন্দেহ কৰি সিহঁতে তাইৰ কাপোৰ-কানিবোৰ তালাচ কৰিলে। পেৰাত তাইৰ কাপোৰ দুসাজমান নাপালে। পেৰাত সিহঁতে ফুটাকড়ি এটাও বিচাৰি নাপালে।

এইবাৰ দুইজনীয়ে সিদ্ধান্ত কৰিলে— তাই পলাল।

কিন্তু ক'লৈ যাব তাই!

এদিন তাই কৈছিল—'সুবিধা পালেই মই পলাই যাম। মন্দিৰৰ বেশ্যা হোৱাতকৈ কাৰোবাৰ ৰক্ষিতাই হ'ম। নাইবা মৰিম।'

দুয়োজনীয়ে কথাটো মনত পেলাই এটা সিদ্ধান্তত উপনীত হ'ল। মধুমালিকাই আগ-গুৰি নাভাবি পলাই গ'ল। তাইক পলুৱাই নিয়াত কোনোবা মানুহ আছে। কোন হ'ব বাৰু! ইজনীয়ে সিজনীক সুধিলে— 'পৰিমল বোলা ডেকা মানুহটো বাৰু আছেনে? তাকচোন গধূলিৰ পৰা দেখাই নাই। আজি সি মৃদঙ্গ বজাবলৈও অহা নাই।'

তাৰ পিছত দুয়োজনীয়ে বায়নকেইটাৰ ওচৰ পালেগৈ। পৰিমলৰ আজি মৃদঙ্গ বজোৱা পাল নাছিল। সেইবাবে সি দলত অহা নাই। কিন্তু, শিৱৰাত্ৰিত সি নিশ্চয় যোগ দিছে। তাৰ পিছত পৰিমলক বিচৰা হ'ল। মন্দিৰ আৰু কাষৰীয়া মেলা হোৱা ঠাইত তাক বিচাৰি পোৱা নগ'ল। গধূলিতে তাক কোনোবা কোনোবাই দেখিছিল। তাৰ পিছত আৰু দেখা নাই।

পৰিমলৰ ঘৰতো বিচাৰিলে। তাতো নাপালে।

এইবাৰ সকলোৰে সন্দেহ হ'ল— পৰিমলেই তাইক পলুৱাই নিছে।

'পৰিমল! পৰিমল!! পৰিমল!!!'—পূজাৰীয়ে দাঁত কামুৰি ধৰিলে। যেন তেওঁৰ গাত মহাদেৱেহে লম্ভিলেহি। 'বম্ বম্ সদাশিৱ'। তৎক্ষণাৎ মন্দিৰৰ চৌহদ তীব্ৰ হৈ উঠিল। 'ইমান সাহস! দেৱদাসী এজনীৰ ইমান স্পৰ্ধা।' মদনিকা আৰু ৰম্ভাক পূজাৰীয়ে সুধিলে— 'তহঁত দুজনীয়ে জান হ'বলা?'

'নাজানো গুৰুদেউ! তাই যে ইমান কম সময়তে এটাক হাত কৰিলে আমি অলপো গম নাপালোঁ। ইংগিত পোৱা হ'লে আপোনাক ক'লোহেঁতেন।' —মদনিকাই ক'লে।

'মই মৃদঙ্গ বজোৱা ল'ৰাটোৰ নাম-ধাম একো নাজনো।' ৰম্ভাই যোগ দিলে। 'তাইৰ অৱশ্যে আমাৰ দেশত মন বহা নাছিল। আমাৰ চাদৰ-মেখেলাৰ প্ৰতি তাইৰ কোনো আগ্ৰহ নাছিল। ভাষাটোও মনোযোগ দি শিকা নাছিল।'

'এৰা তাই কলিঙ্গ জীয়ৰী। ইমানদূৰলৈ আনিবই নালাগিছিল।' —পূজাৰীয়ে ক'লে। এনেতে উগ্ৰ ৰূপ ধাৰণ কৰি থকা ডেকা বিষয়াজনে পূজাৰীক নানা কটু কথা শুনালে। ক'লে যে এজনী সাধাৰণ দেৱদাসীক নিয়ন্ত্ৰণ কৰিব নোৱাৰিলে পূজাৰী হৈ থাকিবই নালাগে।

'এনে ঘটনাৰ বাবে আমি মন্দিৰলৈ সাহায্য বন্ধ কৰি দিবলৈ বাধ্য হ'ম। মই এই খণ্ডৰ প্ৰশাসক। উত্তম চন্দ্ৰ তালুকদাৰক আজিও চিনি নাপালা পূজাৰী।'

পূজাৰীয়ে কৰযোৰ কৰি ক'লে— 'অপৰাধ নধৰিব। মই একোৱেই নাজনো।'

পূজাৰীৰ লগত আলোচনা কৰি তালুকদাৰে চাৰিওফালে পিয়াদা পঠিয়াই দুয়োটাকে ধৰি অনাৰ ব্যৱস্থা কৰিলে। দুটামান ভোট দেশৰ ফালেও পঠিয়ালে। পশ্চিমফালে দহ বাৰটা মানুহ পঠিয়ালে। তেওঁ কঠোৰ আদেশ দিলে। সিহঁতহালক বিচাৰি আনিব নোৱাৰিলে পিয়াদাবোৰেও শাস্তি পাব। ভয়ত আটাইবোৰেই চাৰিওফালে পিয়াপি দি বিচাৰিবলৈ ধৰিলে।

বাটত মানুহ পালে সোধে— এনেকুৱা মতা-মাইকী এহাল এইফালেদি যোৱা দেখিছিলে নেকি! দুয়োটা কম বয়সৰ ডেকা-গাভৰু। ডেকাটো পাহৱাল। গাভৰুজনী সুন্দৰী।

দুই-এজনে ওলোটাই সোধে— সিহঁতেনো কি কৰিলে? পিয়াদাবোৰে ভণ্ডাই নকৈ— ৰজাৰ অপৰাধী বুলি কৈ থয়। ৰজাৰ নাম শুনিলে সকলোৱে ভয় কৰে। পশ্চিম ফালৰ মানুহবোৰৰ সৰহভাগেই বড়ো, ৰাজবংশী, কোচ আৰু মেচ। শিক্ষা-দীক্ষাহীন সাধাৰণ খেতিয়ক মানুহ। মাজে মাজে বৰ্মন, পাল আদি বংশৰ মানুহো আছে। এইবিলাক অলপ আগবঢ়া লোক। খেতি-খোলা থকাৰ লগতে দুইএকৰ ব্যৱসায়ো আছে। তেওঁলোকক সাউদ বোলে।

পৰীয়াৰ এটা দল গৈ নেতাই ধুবুনী ঘাট পালেগৈ। গঙ্গাধৰ নৈৰপাৰৰ এঘৰ মানুহৰ ঘৰত সিহঁত বহিলগৈ। সিহঁতে মানুহঘৰত বুঢ়ী এজনী পাই মানুহ এহাল যোৱা দেখিছিল নেকি বুলি সুধিলত বুঢ়ীয়ে এটা কাহিনী আৰম্ভ কৰিলে—

'অ' বোপাইহঁত, এইফালে হালে হালে মানুহ যায়। নেতাই ধুবুনী ঘাট ইয়াতেই নহয়। এই গঙ্গাধৰ নৈয়েদিয়েই সাউদে বেহা কৰিছিল। লক্ষীন্দাৰৰ উটি অহা নাও ইয়াতে লাগিছিল। বেউলাই হিয়া ঢাকুৰি ইয়াতে কান্দিছিল। যোৱা বোপাইহঁত, বেউলা-লক্ষীন্দাৰক বিচাৰিব জানিলে ইয়াতে পাবা।'

বুঢ়ীৰ লাগ-বান্ধ নথকা কথা শুনি থাকিবলৈ সিহঁতৰ ধৈৰ্য নহ'ল। গঙ্গাধৰ নৈ পাৰ হৈ সিহঁত ভটীয়াই গৈ থাকিল। কিন্তু কোনেও মানুহহালৰ সন্ধান দিব নোৱাৰিলে। হাবিতলীয়া ঠাই। বসতিও সেৰেঙা। মাজে মাজে একোখন জলাহ। বিলবোৰত মাছ উভৈদনী। 'পল বাই উভতি যোৱা মানুহবোৰে কঁকালত আঠ-দহটা ডাঙৰ বৰালি, শ'ল, চিতল আদি মাছ যুটি নিয়া সিহঁতে দেখা পালে। এই মানুহবোৰৰ লগত সিহঁতৰ মাত-কথা নিমিলে। কোনো মতে বুজিব পাৰে। সিহঁতে কোৱা-কুই কৰিলে— আমি কামৰূপত নাই নেকি?

মানুহকেইটাই উভতি যোৱাৰ কথাকে ভাবিলে। তিনি দিন ধৰি সিহঁতকেইটা পশ্চিমলৈ আহি আছে। ভোক-ভাগৰত লালকাল। বাটত যি পাইছে, তাকে খাইছে।

এটাই ক'লে— 'উভতি যোৱাহে ভাল হ'ব।'

'বিষয়াক কি ক'বি গৈ?'

'ইমান বিচাৰিলো— নাপালোঁ। ঠেং লগা জীৱ। একে ঠাইত বৈ নাথাকে। গৰু বিচাৰিয়েই নাপায়। মানুহ বিচাৰি ক'ত পাব!' —আন এজনে ক'লে।

'তিনি দিনত সিহঁত ইমান দূৰ আহিব পৰা নাই। তাতে এজনী মাইকী মানুহ।'

'মোৰ বোধেৰেও সিহঁত ওচৰতে লুকাই আছে। ব'লহঁক, ঘূৰি যাওঁ। বিষয়াক কিবা ফাঁকি এটা দিম আৰু।'

'তেওঁ যদি শাস্তি দিয়ে?'

'তালুকদাৰণীৰ আগত সকলো কৈ দিম বুলি ভয় খুৱাম।'

'কি ক'বি?'

'কিয়? মন্দিৰৰ গাভৰু দেৱদাসীক কিয় বিচৰাইছে নাজান?'

'জানো। তেওঁৰ তাইৰ যৌৱনত চকু।'

'তেনেহ'লে— সকলো ভাণ্ডি-পাতি ক'লেই হ'ল।'

'কথাটো ভাল নহ'ব। তাতকৈ দুয়োটা নৈত জাঁপ দি মৰিল বুলি ক'ম। আমাক দেখি ভয়তে গঙ্গাধৰ নৈত জাঁপিয়ালে। নৈৰ সোঁতে উটুৱাই নি নেতাই ধুবুনী ঘাটত

মৰা শ দুটা পোৱালেগৈ। সেই বুলিয়েই ক'ম দে।'

'ব'ল, ব'ল। এইদৰেই আটাইবোৰকে ক'বি।'

সিহঁতবোৰ আকৌ ঘৰৰ ফালে উভতিবলৈ ধৰিলে। এইবাৰ আগৰ বাটটো এৰি আন এটা বাটেদি উভতিল। বাটৰ মানুহ দুই-এঘৰত সোমাই মতা-মাইকী-হালক দেখা পাইছিল নেকি সোধা-মেলা কৰি গ'ল। সেইদৰে এদিনৰ বাট যোৱাৰ পিছত এঘৰ মানুহে সিহঁতৰ সন্ধান দিলে। এদিনৰ আগতে তেনে মানুহ এহাল গাঁৱৰ মাজেদি পশ্চিমফালে গৈ আছিল। গাঁৱৰ মানুহে সিহঁতক কিবা-কিবি সুধিছিল। কৈছিল সিহঁত কামৰূপৰ মানুহ। যাব হেনো নৱদ্বীপলৈ। সিহত স্বামী-স্ত্ৰী।

মানুহকেইটাই সিহঁতহালেই বিচৰা মানুহ বুলি নিশ্চিন্ত হ'ল। দুটামানে উভতি বিচাৰি যাবলৈ ওলাইছিল। কিন্তু আনকেইটাই ঘৰলৈ যোৱাতহে গুৰুত্ব দিলে।

'পাটীত ল'ৰা-তিৰোতা এৰি আহিছোঁ। আৰু নহ'ব। ঘূৰি গৈ ঘৰ পাওঁতে তিনি দিনৰ কম নালাগিব।' এটাই ক'লে।

এইদৰে গুণা-গঁথা কৰি থাকোঁতে দহ বছৰীয়ামান ল'ৰা এটাই মানুহহাল গাঁৱতে থকা বুলি জনালত আটাইকেইটাই চাৰিওফালে খেদাখেদি লগালে। অৱশেষত সিহঁতহালক বিচাৰি পালে।

পৰিমল আৰু মধুমালিকাই মানুহকেইটাক কাকুতি-মিনতি অনেক কৰিলে। সিহঁতে নামানিলে— 'আমি পিয়াদা, ৰাস্নত। তহঁতক এৰি থৈ গ'লে বিষয়াই আমাক ভাতেৰেও মাৰিব, প্ৰাণেৰেও মাৰিব।'

পিয়াদা এটাৰ মনটোৱে ডেকা-গাভৰুহালে একো দোষ কৰা নাই বুলি পতিয়ন গৈছিল। মন মিলিছে— পলাই আহি বিয়া পাতিছে। দোষ ক'ত? এতিয়া বদমাছটোৱে তাইক ধৰাই নি মন্দিৰত ৰাখি খুচিমত উপভোগ কৰিব। ছিঃ ছিঃ। এইদৰে ভাবি সি ক'লে— 'তই মতা মানুহটো ইয়াৰ পৰা পলাই যা। আমি ধৰিব নোৱাৰিলোঁ বুলি ফাঁকি মাৰিম। তাইক কিন্তু নিবই লাগিব। নহ'লে আমাক শাস্তি বিহিব। তই পলাই গৈ ধৰ্মপাল ৰজাৰ ওচৰত গোচৰ দিলে সাৰিব পাৰ।'

পৰিমলে কলে— 'মই নপলাওঁ! মই ভীৰু নহয়। মধুমালিকাক এৰি মই নাযাওঁ।'

## ওঠৰ

পিয়াদাকেইটাই পৰিমল আৰু মধুমালিকাক ধৰি নি উত্তম চন্দ্ৰ তালুকদাৰক চমজাই দিলেগৈ। তেওঁ বৰ খুচি হ'ল। পিয়াদাইঁতক প্ৰথমবাৰলৈ মিঠা মাত দি একুৰি একুৰি চিকা ৰূপ দিলে। বকচিচ্। তাৰ পিছত দুয়োটাকে ৰাতিৰ ভিতৰতে ভোট ৰাজ্যৰ নামনিত থকা তেওঁৰ অস্থায়ী বাহৰলৈ নিয়ালে।

সেই বাহৰত পিছদিনা পুৱাবেলাতে বিষয়া গৈ উপস্থিত হ'লগৈ। তেওঁ প্ৰথমতে মতাটোক নিজৰ কক্ষলৈ মতাই আনি বিচাৰ কৰিবলৈ ল'লে। পৰিমলৰ বৰ ভয় লাগিল। তালুকদাৰ যে অতি নিষ্ঠুৰ ৰাজবিষয়া, সি জানে। কঁপিকঁপি আগত থিয় দি দুয়োহাতে নমস্কাৰ কৰি ৰ'ল।

'তোৰ নাম কি?' —তালুকদাৰে সুধিলে।

'পৰিমল হয়লৈ দেউতা।'

'তই মন্দিৰৰ দেৱদাসীক পলুৱাই নিবলৈ ইমান সাহস ক'ত পালি?'

সি নিমাতে ৰ'ল।

'ক নক'ব কিয়?'

'মধুমালিকাৰ সাহসতে এনেকৈ গ'লোঁ দেউতা।'

'কিয় পলালি তইঁত?'

'দেৱদাসী হ'বলৈ, সকলোৰে ভোগৰ পাত্ৰী হ'বলৈ তাইৰ বোলে ইচ্ছা নাই। মোক তাই একপ্ৰকাৰ জোৰ কৰিয়েই লৈ গৈছিল।' —পৰিমলে ক'লে।

'জোৰ কৰি নিছে, তোক?' —তালুকদাৰে ঢেক্‌ঢেকাই হাঁহিলে। পৰিমলৰ বুকুখন কঁপি উঠিল। আকৌ ক'লে— 'এজনী অবলা নাৰীয়ে তোৰ দৰে পাছৱাল ডেকা এটাক জোৰ কৰি নিব পাৰে? কি কথা ক'বলৈ আহিছ!'

'দেউতা মই সঁচাই কৈছোঁ।'

'তই তাইক বিয়া কৰাইছ জানো?'

'হয় দেউতা। গন্ধৰ্ব মতে আমাৰ বিয়া হৈ গৈছে। আমি মিলিত হৈছোঁ।'

'বাঃ বেছ্ কথা জানচোন? বুজিলোঁ তই অতি ধূর্ত। কিন্তু নাৰী হৰণৰ কি শাস্তি জাননে?' —তালুকদাৰে সুধিলে।

'মই হৰণ কৰা নাই। তাই ইচ্ছা মতে মন্দিৰ এৰি গৈছে।'

'এইটো তইঁতৰ অপৰাধ নহয়?'

পৰিমলে হয় নহয় একো নক'লে। সি তলমূৰকৈ ৰ'ল। তাকে দেখি তালুকদাৰে ক'লে— 'শাস্তি ভোগ কৰিবলৈ তই সাজু হৈ থাক।' পিয়াদা এটালৈ চাই ক'লে,— 'লৈ যা ইয়াক। সদ্যহতে নিজান ফাটেকত বন্দী কৰি ৰাখ।'

সেইমতে পৰিমলক লৈ গৈ নিজান ঘৰ এটাত আবদ্ধ কৰি ৰখা হ'ল। ঘৰটোৰ কোঠাবোৰ সৰু সৰু। আন্ধাৰ। পোহৰ আহিবলৈ কোনো ফুটা নাই। দুৱাৰৰ ফালে অলপ জলঙা আছে। পোহৰৰ জিলিঙনি সেইফালেদি অহাৰ বাবেহে দিন ৰাতি অনুমান কৰিব পাৰি। নহ'লে সকলো সময়তে ৰাতি বুলিয়েই ধাৰণা হয়। পৰিমলে প্ৰতিবাদ কৰিছিল। কিন্তু, কোনে মানিব তাৰ প্ৰতিবাদ। সি বেছিকৈ চিঞৰ-বাখৰ কৰাত পিয়াদাবোৰে তাক গুৰুলা-গুৰুলকৈ পিটি ধৰাশায়ী কৰি দিলে।

ইয়াৰ পিছত মধুমালিকাক তালুকদাৰৰ আগলৈ অনা হ'ল। পিয়াদাবোৰৰ মুখত তেওঁৰ বহুত কথাই তাই শুনিছিল। মানুহটো অতি লম্পট, অতি নিষ্ঠুৰ বুলি তাই গম পাইছিল। এতিয়া মুখামুখি হৈ তাইৰ অকণো সন্দেহ নাথাকিল। পৌঢ়তাৰ ফালে আগবঢ়া মানুহটোৰ চাৱনি দেখি তাইৰ সৰ্বশৰীৰ কঁপি উঠিল। সন্মুখতে যেন এটা নৰখাদক। নতুন চিকাৰ দেখি চকুৱে-মুখে তাৰ লোলুপতা তীব্ৰ হৈ উঠিছে।

'তই এজনী সাধাৰণ দেৱদাসী। মোৰ চকুত ধূলি দি পলাই সাৰিম বুলি ভাবিছিলি নহয়? তইঁত যে পাখি ভঙা চৰাই নাজান নেকি? এবাৰ যেতিয়া জালত পৰিছ, ক'ত সাৰিবি! কাইলৈ পূজাৰী আহি ইয়াৰ পৰা তোক লৈ যাব। মন্দিৰৰ দেৱদাসীৰ ঘৰ নাই। বিয়া-বাৰু হ'ব নোৱাৰে। সেই মানুহটোক তই বিয়া কৰাব নোৱাৰ।'

'মই তাক ভগবানক সাক্ষী কৰি বিয়া কৰাইছোঁ।'

'তই মন্দিৰৰ সম্পত্তি। তোৰ যৌৱন, তোৰ ৰূপ বিগ্ৰহৰ নামত পূজাৰী আৰু ভক্তৰ উপভোগ্য সম্পদ।'—তেওঁ ক'লে।

'আপোনালোকে আমাৰ ছোৱালীবোৰক এইদৰেই শোষণ কৰি আহিছে। ধ্বংসৰ মুখলৈ ঠেলি দি আহিছে। এনে ধৰ্মক মই ঘিণ কৰোঁ।'

'কি কৈছ?'

'অঁ ঠিকেই কৈছোঁ, মই এনে ব্যৱস্থাক ঘিণ কৰোঁ। মই কলিঙ্গৰ ছোৱালী। মন্দিৰত নাচিবলৈ আহিছোঁ। পুৰুষৰ কামনাৰ সঙ্গী হ'বলৈ অহা নাই?'

'তেনেহ'লে সেই মানুহটোৰ লগত কিয় পলাই গৈছিলি?'

'সি মোৰ স্বামী।'

'তোৰ স্বামী!!' —দাঁত-মুৰ কামুৰি তালুকদাৰে তাইৰ চুলিকোছাত থাপ মাৰি ধৰিলে। তাই চিঞৰি উঠিল। পিয়াদাকেইটাৰ কাণত সেই চিঞৰ গৈ পৰাত ইটোৱে সিটোক কাণে কাণে ক'লে— 'অত্যাচাৰ কৰিছে।'

'এটাই ক'লে— 'সি বৰ নিৰ্দয়। তাইক কি কৰে ঠিক নাই। সি তাইৰ মাংস কাটি কাটি খাব।'

'তাৰ বোলে হাউলীত ধুনীয়া ধুনীয়া দুজনী ঘৈণীয়েক আছেই।' আন এটাই ক'লে।

'আছেতো। প্ৰতিটো বাহৰৰ আশে-পাশে দুজনী-এজনী ৰক্ষিতাও আছে। সি বোলে এই অঞ্চলৰ আটাইবোৰ মন্দিৰৰ দেৱদাসীৰো মালিক।' —প্ৰথমজনে ক'লে।

'মালিক নহয়, পৈয়েক। আচলতে সি এটা বেশ্যা-নৰ বুজিছ? তাৰ গাত বেমাৰে বাহ ল'ব। এদিন নহয় এদিন তাৰ পতন হ'বই।' —দ্বিতীয়জনে ক'লে।

তেওঁ ক্ষমতাৱান বিষয়া। তেওঁ ৰজাৰ আঞ্চলিক শাসক। তেওঁৰ মুখে মুখে মানুহে কথা নকয়। উত্তম চন্দ্ৰ তালুকদাৰ এটা ডাঙৰ জমিদাৰ। তাৰ তলত বহুত ৰায়ত। মাটিৰ খাজনা দিব নোৱাৰিলে সি ধৰাই নি অত্যাচাৰ কৰে। বোৱাৰী-জীয়ৰীও সাৰি নাযায়। পিয়াদাকেইটাও তেওঁৰে ৰায়ত। চাবুকৰ কোবত সিহঁতে উঠ-বহ কৰিব লগাত পৰে। কিন্তু, ৰায়তবোৰৰ দৰেই তাক সিহঁতেও দেখিব নোৱাৰে। অথচ একো কৰিবও নোৱাৰে। সিহঁত অনাখৰী মানুহ। আজিও সিহঁতে ৰজাক ঈশ্বৰ বুলি ভাবে। ৰজাৰ বিষয়াবোৰ ঈশ্বৰৰ দূত। সাধাৰণ মানুহৰ সেয়ে বিশ্বাস।

দেৱদাসীজনীয়ে হুকহুকাই কান্দি আছিল। এবাৰ তালুকদাৰ বাহিৰলৈ ওলাই আহি সিহঁতবোৰ ক'ত আছে চাই গ'লহি। বাহৰটোত কেইবাটাও লগুৱা থাকিলেও, বিনা অনুমতিত তেওঁৰ কক্ষলৈ যাব নোৱাৰে। গতিকে, দেৱদাসীজনীক কি কৰিছে সিহঁতে নাজানে। কেৱল অনুমান।

দিন গৈ ৰাতি হ'ল। ভাত খাবৰ পৰ বুজি তেওঁ ঘাই লগুৱাক মাতি পঠিয়ালে। দেৱদাসীজনীক তাৰে কোঠা এটাত ভাত দিবলৈ ক'লে। তাৰ পিছত তেৱোঁ ভাতৰ পাতত বহিল। মাছে-মাংসই ৰমৰমীয়া ভাত। উদৰ পূৰাই তেওঁ খালে। পিয়াদাকেইটায়ো কেইবা সাঁজৰ পিছত টকালি পাৰি খালে। মধুমালিকাক সকলো ব্যঞ্জন দিয়া হৈছিল। তাই মুঠেও নুচুলে। আনহাতে বন্ধ কোঠাত আবদ্ধ পৰিমলক দিনটোৰ ভিতৰত এবাটি পানী আৰু এবাটি শুদা ভাত দিয়াৰ আদেশ থকাত ৰাতিৰ কোনো ভাত-ব্যঞ্জন দিয়া নাছিল। ৰান্ধনিৰ সাহ নাই। মনে নসহিলেও দিবলৈ ভয় কৰে। তালুকদাৰে গম পালে

চাবুকৰ কোবত পিঠি ছিৰাছিৰ কৰিব সকলোৱে।

মধুমালিকাই একো নাথালে। ভয় দেখুৱায়ো খুৱাব নোৱাৰিলে। পৰিমলৰ চিন্তাই তাইক খুলি খুলি খাইছিল। পৰিমলেও খোৱা নাই বুলি তাই জানিব পাৰিলে। তাক বন্ধ-কুঠৰীত আবদ্ধ কৰি ৰখা বুলি তাই জানে। সেই সাধাৰণ মানুহটোক লগৰীয়া কৰি বৰ অন্যায় কৰিলে যেন লাগিল। সৰল স্বভাৱৰ মানুহ। পতি হিচাপে তাক পাই সুখী হ'লহেঁতেন! কিন্তু এতিয়া ধৰা পৰি যোৱাৰ পিছত তাক বা কি কৰে! এইখন দেশৰ সকলো কথা তাই নাজানে। কামৰূপ মায়াবী দেশ বুলি আগতে শুনিছিল। এই দেশৰ সহজ-সৰল মানুহবোৰ উত্তম চন্দ্ৰৰ দৰেই নিষ্ঠুৰ, বৰ নিৰ্দয় নেকি?

তাই এতিয়া তাৰ কক্ষত বন্দিনী। ৰক্ষা কৰোঁতা কোনো নাই। দিন-দুপৰতে কামুক মানুহটোৱে তাইৰ সতীত্ব হৰণ কৰিছে। তাই কান্দি-কাটি অনুনয়-বিনয় কৰিও আত্মৰক্ষা কৰিব নোৱাৰিলে। তাইৰ চিঞৰ-বাখৰ অথলে গ'ল। কোনো মানুহ এটাও ওচৰ চাপি নাহিল। তদুপৰি এই ঘৰটোও নিৰ্জন প্ৰান্তৰত। ওচৰে-পাঁজৰে মানুহৰ বসতি নাই। তাৰ মানুহে ৰখি থাকে মাত্ৰ। লগুৱা এটাৰ পৰা পুৱাতে তাই বহু কথা জানি লৈছিল। এই ঘৰত বোলে চিকাৰেই চলে। ভোট পাহাৰৰ নামনি অৰণ্যত পশুৰ চিকাৰ আৰু এই বাহৰত অবলা নাৰীৰ চিকাৰ। মাহেকে-পষেকে এনে ঘটনা ঘটি থাকে। ৰখীয়া-পৰীয়াৰ বাবে ই এটা সাধাৰণ কথা হৈ পৰিছে।

মধুমালিকাই আত্মৰক্ষা কৰিব নোৱাৰিলে। তাই এতিয়া বেশ্যাত পৰিণত হৈ গ'ল। দেহৰ শুচিতা নাই। তাই পৰিমলৰ যোগ্য হৈ থকা নাই। তাই মন্দিৰলৈ ঘূৰি গৈ মন্দিৰ-গণিকাত পৰিণত হ'ব। তাই অতি ক্ষোভেৰে তাক ক'লে— 'তুমি মোৰ সকলো শেষ কৰি দিলা। মই ভালপোৱা মানুহটোৰ কোনো দোষ নাই। তাক মাথোন মোকলাই দিয়া। মই আৰু আপত্তি নকৰোঁ। 'তোমাৰ হৈ থাকিম।'

'তোমাৰ কথা মই ৰাখিম। দুদিনৰ পিছত, তুমি মন্দিৰলৈ যাবা আৰু সি ঘৰলৈ যাব।' —তালুকদাৰে ক'লে।

## ঊনৈছ

দুদিনৰ পিছত ৰাতি কোনেও নেদেখাকৈ গৰুৰ গাড়ীত তুলি মধুমালিকাক মন্দিৰলৈ অনা হ'ল। তাই পৰিমলৰ কথা সোধাত দিনতে তাক এৰি দিয়া হ'ল বুলি সমিধান দিলে। তাই তাৰ কথা বিশ্বাস কৰিব নোৱাৰিলে। সি এটা গোম সাপ। এটা নৰখাদক।

বাটত যাওঁতে পিয়াদা, গাৰোৱান কাৰো পৰা একো উলিয়াব নোৱাৰিলে। কোনেও একো নাজানে। কিন্তু, পৰিমলক সহজে এৰি দিব বুলি কোনেও বিশ্বাস নকৰিলে। অৱশেষত ভগবানৰ ওচৰত আত্মসমৰ্পণ কৰাৰ বাদে তাইৰ গত্যন্তৰ নাছিল। গোটেই বাটছোৱা তাইৰ বুকুখন ধান বনাদি বানি গ'ল। শেষৰ ফালে তাইৰ উশাহ-নিশাহ বন্ধ হোৱাৰ উপক্ৰম হ'ল। তাই ভাবিলে— পৰিমলৰ কিবা এটা হোৱাতকৈ তাই মৰি যোৱাই ভাল। হে ঈশ্বৰ, তুমি তাকেই কৰা। ভোলানাথ যদি সত্য, সেয়ে হ'ব। এইদৰে আত্মপ্ৰবোধ দি গৰুগাড়ীৰ চকাৰ শব্দৰ মাজত তাই যেন হেৰাই গ'ল।

পুৱতিনিশা গাড়ীখন গৈ মন্দিৰৰ চৌহদত ৰ'ল গৈ। মন্দিৰৰ ঠাইখিনি নিৰ্জন হৈ আছিল। তদুপৰি আন্ধাৰে আবৰি আছিল। আন্ধাৰে-মুন্ধাৰে গৈ পিয়াদা এটাই পূজাৰীক জগাই দিলেগৈ। মন্দিৰৰ কাষৰ মুকলি ঘৰটোত জুই একুৰা কোনোবাই জ্বলাইছিল। অওঠাবোৰ তেতিয়াও নুমাই যোৱা নাছিল। পিয়াদাটোৱে পূজাৰী দেউ, পূজাৰী দেউ বুলি চিঞৰাত জুইকুৰাৰ কাষত শুই থকা ভক্ত এজনে জাঁপমাৰি বম্ বম্ বুলি ত্ৰিশূল দাঙি ধৰিলে।

'কৌন হ্যাঁয়?'

'আমি আমি। চোৰ-দগাবাজ নহয়। পূজাৰীক লগ পাব লাগে। পূজাৰী দেউ! 'অ' পূজাৰী দেউ!' —পিয়াদাই চিঞৰিবলৈ ধৰিলে। তাৰ চিঞৰত কাষৰ গাঁথৰে বেৰা কোঠাৰ পৰা পূজাৰীয়ে মাত লগালে— 'কোনে মাতিছে? এই ৰাতি কিয় আহিছা?'

'মই বিষয়াৰ পিয়াদা। কথা গহীন। আপুনি উঠি আহক।'

'কথা গহীন মানে?'

'আপুনি নাহিলে নহ'ব। দেখিলেহে বুজিব। হেৰোৱা বস্তু আনিছোঁ। ওলাই আহক।' —সি টানি ক'লে।

পূজাৰী উঠি আহিল।

'শুইছিলোহে তহঁতবোৰ পালিহিয়েই।'

'আমি এনেয়ে অহা নাই। ভাং খোৱা আমাৰ উদ্দেশ্য নহয়। আপুনি মোৰ লগত পদূলিলৈ আহক।'

পূজাৰী পদূলিলৈ ওলাই গ'ল।

'এইটি আপোনাৰ ৰত্ন?'—এটাই ক'লে।

'ৰত্ন! ৰত্নতো মোৰ হেৰোৱা নাই।'

'কিয়? শিৱৰাত্ৰিৰ দিনা মন্দিৰৰ পৰা দেৱদাসী এজনী পলোৱা নাছিল। তাইক আমি লৈ আহিছোঁ। আপোনাক চমজাই দিলে, আমাৰ কৰ্তব্য শেষ।' —-পিয়দাই ক'লে।

'হয়নে?' —তাৰ পিছত পূজাৰী গৰুগাড়ীৰ ওচৰলৈ গ'ল।' —-তই মধু হয়নে?'

'হয়!' গাড়ীৰ পৰা নাৰীৰ কণ্ঠ ভাহি আহিল।

'নামি আহ।'—পূজাৰীয়ে আনন্দ মনেৰে ক'লে।

'তহঁতে এইক কেতিয়া পালি?'

'দুদিনৰ আগত।'

'এই দুদিন ক'ত আছিলিহঁত?'

'উত্তম চন্দ্ৰই তাইক ভোট পাহাৰৰ নামনিৰ হাউলীলৈ লৈ গ'ল। তাতে তাই দুৰাতি থাকিলে।'

'তালুকদাৰ একা?' —পূজাৰীয়ে সুধিলে।

'আছিল। এই দুদিন তাইৰ লগতে আছিল।' —পিয়াদাকেইটাই হাঁহিলে।

পূজাৰী গহীন হৈ গ'ল। গহীনাই তেওঁ ক'লে— 'এতিয়া তহঁতকেইটা যা।'

গাৰোৱানটোৱে ক'লে— 'মই আৰু ৰাতি গাড়ী লৈ অকলে উভতি নাযাওঁ। পিয়াদাকেইটা লগত অহাৰ কাৰণেহে একো নহ'ল। হাবিতলীয়া বাট। বাঘ-ভালুকৰ ঠাই। বাটত একো এটা যে নহ'ল! মই আজিবাটতে ৰাতিটো গাড়ীৰ ওপৰত শুই থাকিম।'

'আমিও এই পুৱতিনিশা নাযাওঁ। এতিয়া বাঘ-ভালুকবোৰ চিকাৰৰ পৰা হাবিলৈ উভতিবৰ সময়। তাতে আমাৰ ঘৰবোৰ একেখন গাঁৱত ওচৰা-উচৰিকৈ নহয়।'

'তেনেহলে ক'ত শুবি?'

'শুবলৈ আমাক নালাগে। জুইশালৰ ওচৰতে বহি থাকিম।' —এটাই ক'লে।

*'তাত পশ্চিমৰ পৰা অহা নাগা বাবা এজন আছে। তেওঁক আমনি নিদিবিহঁত।'*

'নিদিওঁ নিদিওঁ। মনে মনে বহি থাকিম।'

পূজাৰীয়ে মধুমালিকাক লৈ মন্দিৰ চৌহদৰ দেৱদাসীৰ ঘৰলৈ যাত্ৰা কৰিলে। পাছে পাছে মধুমালিকা। পূজাৰীয়ে গৈ ৰম্ভাহঁতৰ দুৱাৰ হেঁচুকি হেঁচুকি মাতিলে— 'ৰম্ভা! ৰম্ভা! মদনিকা! সাৰ পাইছনে?'

পুৱতিনিশা মানুহবোৰ অহাৰ গম দুয়োজনীয়ে পাইছিল যদিও মনে মনে সকলো শুনি আছিল। ভয়ো লাগিছিল কিজানি কোনোবা লম্পটৰ দল আহি ওলালহি। এনে ঘটনা সিহঁতৰ জীৱনত আগতে বহুবাৰ ঘটিও গৈছে। মন্দিৰৰ বিগ্ৰহলৈ ভয় নকৰা অনেক ধূৰ্ত মানুহ আছে। তথাপি মাত বুজি পাই সিহঁতে সঁহাৰি দিলে।

'উঠ উঠ! মধু ঘূৰি আহিছে। তাইক লগলৈ নে। দুৱাৰ খোল।'

এজনীয়ে মিঠাতেলৰ বন্তি জ্বলোৱাত ঘৰটো পোহৰ হৈ উঠিল। তাৰ পিছত আন এজনীয়ে দুৱাৰ খুলি মধুমালিকাক সোমাবলৈ দিলে। দুয়োজনীয়ে ওপৰা-উপৰিকৈ সুধিলে— 'তই ক'লৈ গৈছিলি? কাৰ লগত গৈছিলি?'

'লাহে লাহে সকলো ক'ম বাইহঁত। মোক এবাটি পানী দিয়া। অণ্ঠ-কণ্ঠ শুকাই গৈছে। দুদিন ভোকত আছোঁ।' —মধু-মালিকাই ক'লে।

'ইমান ভোকত আছ-যদি জখ্‌ৰা ভাত দিওঁ, খা।' —ৰম্ভাই ক'লে।

'নালাগে ৰম্ভা বাই। এতিয়া নাখাওঁ। গা-পা ধুইহে খাম। ৰাতি এপৰ দুপৰ আছে থাকিব পাৰিম।' —তাই ক'লে।

ৰম্ভাই তাইক জোৰ নকৰিলে। ৰাতি পুৱাবলৈ বেছি পৰ নাই। জিলিয়ে যেন ক'ৰবাত মাতিছেই। ৰম্ভাৰ পাটীতে মধুমালিকা বহিল। ৰম্ভাই তাইক দুই-এটা কথা সুধিলে। তাই যে পৰিমলৰ লগত পলাইছে, তাক সকলোৱে জানে। কোৱা-চিলায়ো জানে। কিন্তু সকলোৱে একমত যে পৰিমলৰ দৰে বেঙা এটাই তাইক পলুৱাই নিয়া নাই। তাইহে তাক পলুৱাই লৈ গ'ল।

'পৰিমলক তই ভাল পাৱ?' ৰম্ভাই সুধিলে।

'পাওঁ।'

'সি তোক ভাল পায়?'

'নাজানো।'

'পলাই যোৱাৰ অভিসন্ধি নিশ্চয় তোৰ আছিল?'

'পৰিমল বৰ সৰল। অলপ ভয়াতুৰো।'

'বোধকৰোঁ তহঁতে ঘৰ পাতি আহিছ? কিন্তু, আমিবোৰে ঘৰ পাতিব নোৱাৰোঁ। আমাৰ জীৱন-যৌৱন বিগ্ৰহৰ নামত দুষ্টলোকৰ ভোগ্য। জান মধু, মোৰ কুমাৰীত্ব যাবৰ দিনা পূজাৰী আৰু মহাদেৱৰ ভক্ত এজনৰ ওচৰত আত্মসমৰ্পণ কৰিব লগাত

পৰিছিলো। তোক পূজাৰীয়ে বলে পৰা নাছিল। সি কিন্তু ছেগ চাই আছিল।' —ৰম্ভাই ক'লে।

'ৰম্ভা বাই। মই কোনো কথাই তোমাৰ আঁৰ নকৰোঁ। এৰাতি পলাই যোৱাৰ পিছত এঘৰ মানুহৰ খেৰ ঘৰত এদিন লুকাই আছিলো। তাতে মই পৰিমলক বৰণ কৰিছোঁ। কুমাৰীত্ব সপিছোঁ। কিন্তু...।'

'কিন্তু কি?'

'উত্তম তালুকদাৰৰ মানুহে আমাক ধৰি আনিলে। তাৰ পিছত বহু দূৰণিৰ ভোট ৰাজ্যৰ হাবিতলীয়া ঠাই এখনত থকা বাহৰত দুদিন থাকিলোঁ। সি মোক কুকুৰ-শিয়ালৰ দৰে...।' তাই আৰু ক'ব নোৱাৰিলে। হুকহুকাই তাই কান্দিলে। মদনিকাও ওচৰ চাপি আহিল।

'কি কৰিবি! ধৰ্মৰ নামত ব্যভিচাৰ। আমাৰ পৰিয়ালৰ মানুহবোৰ, আই-বোপাইহঁতেই আমাক মন্দিৰত দান দিছে। সিহঁতেই প্ৰথম দোষী। তাৰ পিছত— এই বিগ্ৰহ; এই শিৱলিঙ্গ। এইবোৰ পাপাচাৰ।' —মদনিকাই ক'লে।

'বিগ্ৰহক নিন্দা কৰিবলৈ তোৰ বেয়া লগা নাই?' —ৰম্ভাই ক'লে।

'কিয় লাগিব? সি জানো কাহানিবা আমাৰ দুখৰ সমভাগী হৈছে? সি জানো মন্দিৰৰ লম্পট পুৰুষৰ হাতৰ পৰা ৰক্ষা কৰিছে?'

ৰম্ভা মনে মনে থাকিল। মদনিকাৰ দৰেই তায়ো পুঞ্জীভূত বেদনাত, ক্ষোভত উঠলি আছে। কিন্তু মনৰ কথা কাক ক'ব, কোনে শুনিব। তাহাঁতৰ জীৱন-যৌৱনৰ দাম নাই। মনে মনে কিবা চিন্তা কৰি থকাৰ মাজতে মধুমালিকাই ক'লে— 'তালুকদাৰে পৰিমলক সেই অৰণ্যৰ ঘৰটোত বান্ধি থৈছে। তাক বাৰু মাৰি পেলাব নেকি?'

ৰম্ভা আৰু মদনিকা অতি আচৰিত হ'ল। দুয়োৰে মুখৰ মাত হৰিল। সেহাই সেহাই এজনীয়ে ক'লে— 'ঈশ্বৰে ৰক্ষা কৰক।'

# বিছ

এসপ্তাহ পাৰ হৈ গ'ল। মন্দিৰৰ পৰা পলাই যোৱা দেৱদাসীজনী উদ্ধাৰ হ'ল বুলি ওচৰৰ গঞাসকলে জানিব পাৰিলে। তাইক পলুৱাই নিয়া পৰিমল নামৰ ডেকাটোহে গাঁৱলৈ ঘূৰি অহা নাই। এই কাৰণে মানুহৰ মুখে মুখে নানা মুখৰোচক কথা বাগৰিবলৈ ধৰিলে। গোপনে গোপনে নানা কথা। মুখ খুলি ক'বলৈ কাৰো সাহস নাই। পূজাৰীক সুধিবলৈকো ভয়। পূজাৰী দেৱতা লম্ভা মানুহ।

পৰিমল অকলশৰীয়া ডেকা। পিতৃ-মাতৃ, ভাই-ককাই, বাই-ভনী কোনো নাই। বংশৰ দুই-চাৰিজন আছে যদিও পৰিমলৰ হানি-বিঘিনি সিহঁতৰ গাত নালাগে। গাঁওখনত পৰিমলৰ খুৰাকৰ পুতেক এজন আছে। তেৱেঁই গাত-লগা মানুহ। পৰিমল ঘূৰি নাহিলে তেওঁ ভালহে পায়। তাৰ মাটি দুপুৰা, গৰুহাল, দুজোপা বাঁহৰ সৈতে সৰু বাৰী-ঘৰ তাৰেই হ'ব। পৰিমলৰ ভনীয়েক এজনী আছিল। বিয়া হোৱাৰ পিছত মৰা সন্তান এটা জন্ম দি তিনি দিনৰ দিনা প্ৰসূতা ৰোগত তায়ো মৰিল। বেজে তন্ত্ৰ-মন্ত্ৰ অনেক কৰিছিল, ৰাখিব নোৱাৰিলে। তাই নিঃসন্তান হৈ মৰাৰ বাবে ভনী-জোঁৱায়েকে সম্পত্তিৰ দাবী কৰিব নোৱাৰে। খুৰাকৰ পুতেক সেইবাবে নিচিন্ত। পৰিমল ঘূৰি নহাই তাৰ কাম্য।

গাঁৱৰ দুই-চাৰিজনৰ মতে পৰিমলে দেৱদাসীক ৰক্ষা কৰিব নোৱাৰি লাজতে গাঁও এৰিছে। সি ক'ৰবালৈ গুচি গৈছে। পৰিমল সৰুৰে পৰা বৈৰাগী মানুহৰ দৰে, গাত কথা নথকা মানুহ। দুখতে ক'ৰবাত আত্মগোপন কৰিছে। বঙলা দেশৰ ফালে গুচি যাবও পাৰে।

উত্তম চন্দ্ৰ তালুকদাৰৰ কু-কীৰ্তি জনাসকলে কিন্তু তেওঁকেই সন্দেহ কৰিলে। দেৱদাসীজনীক ধৰি আনি ভূটানৰ নামনিত দুৰাতি ৰখাৰ কথাটো এতিয়া সকলোৱে জানিব পাৰিছে। তেওঁলোকৰ সন্দেহ— উত্তম চন্দ্ৰই তাক মৰাই পেলাইছে। সি বৰ নিষ্ঠুৰ। মাটিৰ খাজনা দিব নোৱাৰা মানুহকো সি কঠোৰ শাস্তি বিহে। এনেক্ষেত্ৰত সি যে ৰাতি হিংসুক হ'ব, নৰখাদক হ'ব— সকলোৱে বুজি উঠিছে।

গাঁৱৰ তিৰোতাসকলেও পৰিমলৰ বাবে দুখ কৰিলে। সি গাঁৱৰ ছোৱালী এজনী নাপালে। বিদেশী দেৱদাসীজনীহে সি পালেগৈ। তায়ে তাক খালে। পৰিমলনো কিয় মৰিবলৈ গ'ল। দেৱদাসীবোৰৰ ওপৰত ৰাজঘৰীয়াৰ চকু থাকেই। বাঘে-ছাগে একে ঘাটৰ পানী খাবলৈ গ'লে এনে হ'বই।

তথাপি, সকলোৱে ভাবিলে, পৰিমলটো বাচি থাকিলেই হয়।

এদিন বৃদ্ধ মানুহ দুজনমান মন্দিৰলৈ গৈ পূজাৰীক সুধিলে— 'হয়নে পূজাৰী! তোমাৰ দেৱদাসী আহিল, আমাৰ পৰিমল ক'ত?'

পূজাৰীয়ে একো কব নোৱাৰিলে। কিছুপৰ তলকা মাৰি থাকি তেওঁ যে একো নাজানে, তেওঁলোকক ক'লে।

'পৰিমলক মই ভাল ল'ৰা বুলি ভাবিছিলো। তাই নাচোঁতে মৃদঙ্গ বজালে মই তাক হকা-বধা কৰা নাছিলো। দুয়োটাই যে এনেকৈ পলাব, কেনেকৈ জানিবা। মন্দিৰৰ দেৱতাৰ ইচ্ছা। মানুহক এনেকৈ বঢ়াই দিয়েই নিপাত কৰে।'

'তেনেহ'লে পৰিমলকো নিপাত কৰিলে। কিন্তু কোনে?'

'মই নাজানো। দেৱদাসীজনীৰ লগত তাক অনা হোৱা নাছিল।'

'দেৱদাসীজনীক কোনে ধৰি আনিলে?' —বৃদ্ধ এজনে সুধিলে।

'উত্তম চন্দ্ৰৰ মানুহে। এদিন পুৱতিনিশা তেওঁৰ কেইটামান মানুহে তাইক মন্দিৰত দি গ'লহি। মানুহকেইটাক পৰিমলৰ কথা সুধিবলৈ নহ'ল।' —পূজাৰীয়ে ক'লে।

'দেৱদাসীজনীয়ে কি কয়?' —এজনে সুধিলে।

'বিষয়াৰ চৰীয়াই দুয়োটাকে ধৰা বুলি কয়। তাই এতিয়াও কন্দা-কটা কৰিয়েই থাকে। তাইৰ কথা মতে— মানুহটোক সিহঁতে ক'ৰবাত বান্ধি-ৰাখিছে; নাইবা মাৰি পেলাইছে।'

'তেনেকৈ ক'লে নহ'ব পূজাৰী। তোমাৰ মন্দিৰৰ ঘটনা। দেৱদাসীজনীক ধৰি আনিবলৈ তুমিয়েই বিষয়াক কৈছা। গতিকে, পৰিমলক কি কৰিলা, তুমিয়েই ক'ব লাগিব। তোমাক পাঁচ দিন সময় দিলোঁ। ইয়াৰ ভিতৰত পৰিমলৰ আচল কথা ক'ব নোৱাৰিলে— তুমি মন্দিৰ এৰিব লাগিব। মন্দিৰ তোমাৰ, গাঁওখন কিন্তু আমাৰ।' আটাইতকৈ বৃদ্ধজনে হাতৰ লাখুটিডাল জোকাৰি জোকাৰি পূজাৰীক সতৰ্ক কৰি দিলে। পূজাৰীয়ে যথেষ্ট ভয় খালে।

আগবেলা মন্দিৰত দুআখি মালভোগ কল পৰিছিল। তাৰে একাখি মন্দিৰতে আছিল। পূজাৰীয়ে ভক্তকেইজনক খাবলৈ উলিয়াই দিলে। বৃদ্ধকেইজনে সুন্দৰকৈ পকা পুৰঠ কল আখি পাই ভাল পালে। মালভোগ কল বেছি পকিলে এটা ফুৰফুৰীয়া গোন্ধ ওলায়। এজনে গোন্ধটো শলাগিলে। বৃদ্ধকেইজনৰ খং কুমলিল। মিঠা মাতেৰে

এজনে ক'লে— 'পূজাৰী তুমি আগৰ কথা নাজানিব পাৰা। কিন্তু দেৱদাসীজনীৰ লগত সি যোৱাটো একেবাৰে সঁচা। আমাক বহুতে কৈছে।'

'ময়ো সিমানেই জানো। মানুহ পঠিয়াই উত্তম চন্দ্ৰৰ কাণ চোৱাব পাৰাইঁক। পিছে তেওঁ জানো স্বীকাৰ কৰিব?' —পূজাৰীয়ে ক'লে।

'নকৰে, নকৰে। সি বৰ চয়তান। ৰজাৰ বিষয়া নোহোৱা হ'লে আমাৰ গঞা ৰাইজে তাক ধৰি আনি মাগুৰ মাছ কঁছিয়াই তেল-খাৰণি দিয়াৰ দৰে শাস্তি দিলেহেঁতেন।'

'ককাই, তেনেকৈ য'তে-ত'তে নক'বি আক'। তাৰ চৰে গম পালে হ'ল আৰু। ধৰি নি মাৰি পেলাব।' —আন এজন বৃদ্ধই ক'লে।

'মই তালৈ ভয় কৰা নাই। মৰিবলৈ আছে কেইটা দিন। আহকচোন কটা নিধক। এই লাখুটিৰেই তাৰ মূৰটো প্ৰথমে ভাঙি ল'ম। দৰকাৰ হ'লে ৰজাৰ ঘৰলৈকো যাম। সি ধনেশ্বৰ গায়নক চিনি পোৱা নাই।'

পূজাৰীয়ে হাত-যোৰ কৈ কিবা খবৰ পালে জনাবলৈ মান্তি হোৱাত বৃদ্ধকেইজন যাবলৈ উঠিল। 'কিন্তু পূজাৰী, পাঁচ দিন সময় দিলোঁ, মানুহ পঠিয়াই খবৰ আনি আমাক জনাবা।'

'ভাল, ভাল। নিশ্চয় জনাম।' পূজাৰীয়ে মানুহ পঠাব লগা নহ'ল। পিয়াদা এটা আহি কাণে কাণে কিবা ক'লেহি। পূজাৰীয়ে মূৰে-কপালে হাত দি থিতাতে বহি পৰিল। মনে মনে ভাবিলে, উত্তম চন্দ্ৰৰ অপৰাধ গুৰুতৰ। পৰিমলৰ সন্ধান নোপোৱাত গাঁওখন জ্বলি আছে। এতিয়া আচল কথাটো বা কি হয়। দেৱদাসী এজনী যেনিবা পলুৱাই নিলেই; তাতে কি হ'ল! মন্দিৰৰ পৰা বিচাৰ কৰাৰ ভাৰ তেওঁক দিয়া নাই। নিজৰ স্বাৰ্থৰ বাবে উত্তমে এনে জঘন্য আৰু ঘৃণনীয় কাম কৰিব নালাগিছিল।

উত্তমচন্দ্ৰক কোনে কিটো কৰিব! বৃদ্ধকেইজনে নৈতিকতাৰ প্ৰশ্ন তুলিছে সঁচা। কিন্তু তেওঁলোকে ৰাজবিষয়াৰ গাৰ নোম এডালকে লৰাব নোৱাৰে। গাঁৱৰ মানুহৰ শক্তি ক'ত? ওচৰৰ ভুটীয়াই আক্ৰমণ কৰিলে যিবোৰ মানুহ ঘৰ এৰি পলাই যায়, সেইবোৰ মানুহৰ সাহস ক'ত হ'ব! পূজাৰীয়ে জানে, গঞাবিলাকৰ বিদ্ৰোহ ধান খেৰৰ জুই। ভমককৈ জ্বলিল, টপককৈ নুমাল। পিছত ফুৰাই থাকিলেও নজ্বলে। হাতে হাতে দা-যাঠি-ধনু! কিন্তু টংকাৰ দিব কোনে! অৰ্জুন কোন হ'ব? ভীষ্ম পিতামহইতে আক্ৰোশ কৰিলে কি হ'ব, তেওঁলোক যে শয্যাগত। আজিৰ দ্ৰৌপদীয়ে কি কৰিব! দুঃশাসনে তাইৰহে ৰক্তপাত কৰিব!

পূজাৰীৰ মনলৈ নানা চিন্তা আহিল। তেওঁ ভাবিলে— মই এই মন্দিৰৰ পূজাৰী, একুৰি বছৰ ধৰি বিগ্ৰহৰ ওচৰত নিয়মীয়াকৈ পূজা-পাতল দি আহিছোঁ। কাৰ কি লাভ হৈছে নাজানো। বিগ্ৰহে মোক কোনোদিন কোনো কথাই কোৱা নাই। কেৱল কিবা

এটাৰ বাবে আশা পালি বহি আছোঁ। বহি আছোঁ, বহি আছোঁ। সাধাৰণ ভক্তই কি পাইছে নাজানে। মহাদেৱৰ ভক্তসকলৰ সৰহভাগে ভাঙৰ চিলিম, ভাঙৰ মিঠৈ, ঘোটা, ধতুৰা আনকি মদিৰা সেৱন কৰি বম বম্ ভোলা বুলি এই খোলাৰ কাষত দীঘল দি পৰি আছে। কি পাইছে তেওঁলোকে?

বহি থকাৰ পৰা পূজাৰী উঠি বিগ্ৰহৰ ওচৰত উপস্থিত হ'লগৈ। পূজাৰ টিলিঙা লৈ অতি দ্ৰুত গতিৰে তেওঁ শিব শিব শম্ভু শম্ভু বুলি মন্ত্ৰ পঢ়িবলৈ ধৰিলে। পূজাৰীৰ অসময়ত তেনে আচৰণ দেখি সকলোৱে আচৰিত হৈ ভয় খালে। কি ঘটিল আজি!

দেৱদাসী ৰম্ভা আৰু মদনিকাও মন্দিৰত ওলালহি। পূজাৰীৰ কাণ্ড দেখি সিহঁতেও অকাল বোধন কৰিবলৈ ধৰিলে। দুয়োজনীয়ে বাউলী হৈ নাচিবলৈ ল'লে। মন্দিৰ নিবাসী কোনোবা এটাই জয়ঢোলত কোব দিলে। ধেন্ ধেনা ধিন্, ধেন্ ধেনা ধিন্...।'

জয়ঢোলৰ ছেৱে ছেৱে নাচি নাচি ৰণচণ্ডী হৈ মধুমালিকা মন্দিৰৰ চোতাল পালেহি। তাইৰ শিৰত সেওঁতা ভৰা সেন্দূৰ। তাৰ পিছত বিগ্ৰহৰ ওচৰত সাষ্টাঙ্গে প্ৰণিপাত জনাই ক'লে— 'মই পাপী প্ৰভু। বাধ্য হৈ মই পাপত ডুবিছোঁ, কিন্তু মই ভুল কৰা নাই।'

মধুমালিকাক দেখি পূজাৰীৰ মন্ত্ৰ বন্ধ হৈ গ'ল। তেওঁ কঁপি কঁপি আহি তাইৰ ওচৰ পালেহি। পূজাৰীয়ে তাইক সুধিলে— 'এই সেন্দূৰ কাৰ বাবে লৈছ? পৰিমলৰ বাবে?'

তাই শলাগিলে।

পূজাৰীয়ে লগে লগে হাতত লৈ থকা এপাহ ফুলেৰে সেন্দূৰখিনি মচি দিলে। সকলোৱে ঘটনাটো বুজি পালে। মধুমালিকা অজ্ঞান হৈ পৰিল।

## এঘাৰ

পৰিমলক হত্যা কৰা হৈছে। নদীত পৰি সি আত্মহত্যা কৰা নাই। উত্তম চন্দ্ৰই তাক হত্যা কৰোৱাইছে। বহুতৰ মতে পূজাৰীৰো হাত আছে। ভৱিষ্যতে মন্দিৰৰ কোনো দেৱদাসীক চকু দিবলৈ কোনো যেন আগবাঢ়ি নাহে।

পূজাৰীয়ে কেইদিনমানৰ পিছত মন্দিৰলৈ অহা ভক্তৰ আগত ক'বলৈ ধৰিলে পৰিমলক বিগ্ৰহৰ দ্বাৰাহে নিধন কৰা হৈছে। মহাদেৱৰ আজ্ঞা হৈছে। সি নিজৰ পাপ ধুবৰ কাৰণে নৈত জঁপিয়াই আত্মহত্যা কৰিছে। কোনোবাই যদি তালুকদাৰে হত্যা কৰিলে বুলি কয়, তেতিয়া পূজাৰীয়ে প্ৰতিবাদ কৰে। পৰিমলক মাৰি তাৰ কি লাভ! তাৰ চকু হয়তো দেৱদাসীৰ ওপৰত। সিতো বিষয়াৰ লগত ফেৰ মাৰিব নোৱাৰে।

তথাপি চুবুৰীয়া ভক্তই কথাটো মানি নল'লে।

পৰিমলক হত্যা কৰোৱাইছে। ৰাইজৰ একনিষ্ঠ মত। দ্বিমত কাৰো নাই। পৰিমলক মৰোৱাত উত্তম চন্দ্ৰৰ লাভ আছে। পৰিমল মধুমালিকাৰ স্বামী। গন্ধৰ্ব বিবাহ সমাজত চলি আহিছে। এই বিবাহ গণ সমৰ্থিত। পৰিমল জীয়াই থাকিলে সি মধুমালিকাক দাবী জনাব। গতিকে সি উত্তম চন্দ্ৰৰ পথৰ কণ্টক।

মন্দিৰৰ পূজাৰীৰ ওচৰলৈ এদিন উত্তম চন্দ্ৰ সদলবলে আহিছিল। দূৰৰ পৰা মানুহবোৰে নিৰীক্ষণ কৰিলেও কোনো ওচৰলৈ নাহিল। মানুহবোৰে তাক ঘৃণা কৰে। সি পূজাৰীৰ পৰা ঘটনাৰ প্ৰতিক্ৰিয়া সম্পৰ্কে বুজ ল'লে। দেৱদাসীজনীৰ অৱস্থাৰো গম ল'লে। মন্দিৰত বেছি পৰ নাথাকি ৰজাঘৰীয়া কামৰ অজুহাত দেখুৱাই বিদায় ল'লে। যাবৰ সময়ত পূজাৰীক দুটামান সোণৰ মোহৰ দি গ'ল। মন্দিৰৰ পূজা-সেৱাত লাগিব। আচলতে পূজাৰীক নিজৰ ফলীয়া কৰি ৰখাৰেই এই ব্যৱস্থা। পূজাৰীয়েও উদ্দেশ্যটো ঠিক মতেই বুজি পালে। উত্তম চন্দ্ৰই মন্দিৰটো অপবিত্ৰ হোৱা বুলি ঘোষণা কৰিলে আৰু কোনোবা এটা কৃষ্ণ চতুৰ্দশীত পূজা এভাগ আয়োজন কৰি শুচিকৰণ কৰিবলৈ আদেশ দি গ'ল। ধন-বিত দিবলৈ সিয়েই গাত ল'লে।

পূজাৰীয়ে শলাগিলে। তাৰ মতে কৰিলে কোনো ক্ষেত্ৰত চুবুৰীয়াৰ সহায় নাপায়। মানুহো সিয়েই দিব লাগিব। মন্দিৰৰ লগত জড়িতসকলেও ইয়াৰ বিৰোধিতা কৰিলে।

মন্দিৰত তাৰ ইমান প্ৰতিপত্তি হোৱাৰ মূলতে পূজাৰী। ৰত্না আৰু মদনিকায়ো পূজাৰীকেই দুষিলে। পূজাৰীয়ে বাহিৰৰ মানুহৰ মনোৰঞ্জন কৰোৱাত দেৱদাসীহঁতক নিয়োগ কৰাই আহিছে। সেইবাবেই সামন্ত বিষয়াই আজি ইমানদূৰ উধাব পাৰিছে।

পৰিমলৰ ঘটনাটোৰ পিছত মন্দিৰৰ পৰিৱেশ সন্ধিয়াতে নিমাওমাও হৈ পৰে। ওচৰৰ মানুহে আগতে দুচিলিমমান ভাং টানিবলৈ বুলি সন্ধিয়া আহি ঠাইখন গৰম কৰি ৰাখিছিল। এতিয়া তেওঁলোক নহা হৈছে। কিছুমানৰ মতে, পৰিমলৰ অতৃপ্ত আত্মাটো ওচৰৰ গছ-গছনিত ঘূৰি ফুৰিছে। কোনোবাই বোলে দেখিছেও। কেইটামানে ভয়ো খাইছে। শিৱৰ নাম লৈহে ৰক্ষা।

শিৱ যিহেতু ভূতনাথ, ভূত-প্ৰেতৰো অধিকাৰী। অঞ্চলটোত ভূত-প্ৰেতৰ অনেক কাহিনী মানুহৰ মুখে মুখে বাগৰি ফুৰিছে। এতিয়া পৰিমলো এটা ভূতৰ কাহিনীলৈ পৰিণত হৈছে। সন্ধিয়াৰ পিছত সি মন্দিৰৰ ওচৰত ঘূৰি ফুৰোঁতে দুই-এজনে লগো পাইছে। মাতিলে অদৃশ্য হৈ পৰে। ৰাতি বোলে উঁ-উঁকৈ কন্দাও বহুতে শুনিছে।

ৰাতিৰ কান্দোন ৰত্না আৰু মদনিকায়ো শুনিছে। প্ৰথমতে মধুমালিকাই কন্দা বুলি সিহঁতে ভাবিছিল। সিহঁতকেইজনী আজিকালি একোটা কোঠাত শুবলৈ লৈছে। পূজাৰীয়ে ৰত্নাহঁতক এই নিৰ্দেশ দিছে। মধুমালিকা আকৌ ৰাতি পলাই গ'লেও আৰু এটা অত্যন্ত কামুক বিষয়াৰ হাতত সতীত্ব হেৰুৱালেও, তাইৰ প্ৰতি পূজাৰীৰ দায়িত্ব আছে। কৰ্তব্য আছে।

এদিন পূজাৰীয়েও শুনিলে, মন্দিৰৰ বাহিৰত কোনোবাই মাজৰাতি কান্দিছে। উঁ-উঁকৈ কন্দা কোন হ'ব পাৰে পূজাৰীয়ে ধৰিব নোৱাৰিলে। মতা নে মাইকী, তাকো অনুমান কৰিব নোৱাৰিলে। পূজাৰীয়ে যথেষ্ট ভয় খালে। পৰিমলৰ আত্মাই হয়তো শান্তি বিচাৰি ফুৰিছে। পৰিমলৰ শ্ৰাদ্ধ-শান্তি হোৱা নাই। একেবাৰে আপোন মানুহ কোনো নাছিল তাৰ। অৱশ্যে সম্পত্তি দখল কৰা মানুহ আছে বুলি তেওঁ শুনিছে।

পূজাৰীয়ে এদিন ৰত্না, মদনিকা আৰু মন্দিৰৰ চৌহদত বাস কৰা দুজনমান মানুহৰ লৈতে এই বিষয়ে খোলা-খুলিকৈ আলোচনা কৰিলে। অৱশেষত শ্ৰাদ্ধ এভাগ মন্দিৰতে পতাৰ সিদ্ধান্ত ল'লে। বৈদিক প্ৰথা মতে শ্ৰাদ্ধ-কৰ্ম কৰা এজন পুৰোহিতৰ দ্বাৰাই কৰোৱা উচিত এনে পুৰোহিতৰ অভাৱ নাই। মন্দিৰত ৰখা থলুৱা বামুণৰ ডেকা দুটাই পুৰোহিতক বিচাৰি আনিছে।

*সঁচাকৈয়ে এদিন মন্দিৰৰ চৌহদত শ্ৰাদ্ধ অনুষ্ঠিত হ'ল। পুৰোহিতেই সকলো* কৰিলে। চৌহদত থকা এজনক শৰাধত বহুওৱা হ'ল। ৰত্না আৰু মদনিকাই পূজাৰীৰ লগত আলোচনা কৰি মধুমালিকাক শ্ৰাদ্ধৰ শেষত সেৱা কৰোৱাই নিৰ্মালি লোৱালে। তাই কান্দি কান্দি নিৰ্মালি গ্ৰহণ কৰিলে।

পুৰোহিতে শেষত সুধিলে— 'ছোৱালীজনী জানো দেৱদাসী নহয়?'

'হওঁতে হয়, কিন্তু...।'

'দেৱদাসীৰ বিয়াতো বিগ্ৰহ দেৱতাৰ লগতহে হয়। তেনেহ'লে?'

'আপুনি ঠিকেই প্ৰশ্ন কৰিছে। মধুমালিকাৰ বিবাহ নীতিগতভাৱে বিগ্ৰহৰ লগত হোৱা নাছিল। সেইবাবে, এই ডেকাজনৰ লগত পলাই গৈ গন্ধৰ্ববিবাহত বহিছিল। ইয়াতকৈ একো নুসুধিব।' পূজাৰীয়ে ক'লে।

পুৰোহিত মনে মনে ৰ'ল। শ্ৰাদ্ধৰ কাম তেওঁ সম্পূৰ্ণ কৰিলে। শ্ৰাদ্ধত দিবলগীয়া বয়-বস্তু দিয়াত পূজাৰীয়ে কাৰ্পণ্য কৰা নাই। ছিদ্ৰ বৈ গ'লে বিপদ। শেষত সোণৰ মুদ্ৰা এটা দি পুৰোহিতক বিদায় দিলে। সন্তোষ মনেৰে পুৰোহিতে ক'লে— 'পূজাৰীদেউ, আপুনি নিশ্চিন্ত থাকক। আত্মাই শান্তি পাবই। মই আচল মন্ত্ৰ পাঠ কৰিছোঁ। একো বাকী নাই। বঢ়াই কোৱা নাই— এই খণ্ডত মোৰ সমান মন্ত্ৰ পাঠ কৰিব পৰা যজমান দ্বিতীয় নাই।'

পুৰোহিতৰ দাম্ভিক কথাত কোনেও একো নামাতিলে। গাঁৱৰ বৃদ্ধ জনচেৰেকক মতা হৈছিল। দহজনমান আহিল। তেওঁলোকক পেট ভৰাই জলপান কৰোৱা হ'ল। তেওঁলোকে পূজাৰীৰ শলাগ ল'লে। পৰিমলৰ ককায়েকটো কিন্তু নাহিল। নিজৰ ককায়েক নহয়তো! উপস্থিত গওঁৱাকেইজনে গৰিহণা দিলে। পূজাৰীয়ে কোনো মতামত নি[illegible]লে।

শ্ৰাদ্ধৰ দিনা মধুমালিকাই বহুত পৰ হুকহুকাই কান্দিলে। গধূলি পৰত পূজাৰীয়ে প্ৰবোধ দিবলৈ গৈছিল। কামত নাহিল। তাই চিঞৰি চিঞৰি পূজাৰীক ক'লে— 'মোক কলিঙ্গ দেশলৈ পঠাই দিয়ক। মই ইয়াত কি লৈ থাকিম!'

'নহ'ব, নহ'ব। তুমি ইয়াতে থাকিব লাগিব। এই মন্দিৰৰ বিগ্ৰহ অতি জাগ্ৰত। তেওঁ তোমাক যাবলৈ নিদিয়ে। তুমি ইয়াত নাচিবলৈ আহিছা। দেৱদাসী নৃত্যৰ বাহিৰেও কথক আৰু ভাৰত নাট্যম তুমি এই দেশত প্ৰচাৰ কৰিব লাগিব— পূজাৰীয়ে তেনেকৈ কৈ আঁতৰি আহিল। মনে মনে ভাবিলে বিষয়াটোৱেই সকলো অনৰ্থৰ মূল। ধৰাই আনিছিলা ঠিকেই আছে। দুয়োটাকে মন্দিৰত শোধাই দিয়া— সেইটোহে তোমাৰ দায়িত্ব। পূজাৰীয়ে মনে মনে বিগ্ৰহক সেৱা জনাই ক'লে— বিচাৰ তুমি কৰিবা। উত্তম চন্দ্ৰৰ বিচাৰ আমি কৰিব নোৱাৰোঁ। অত্যাচাৰীৰ বিচাৰৰ ভাৰ তোমাৰ ভোলানাথ।

পৰিমলক হত্যা কৰোৱাই নিষ্ঠুৰ উত্তম চন্দ্ৰই শান্তি পোৱা নাছিল। তাৰ ধৰমপত্নীয়ে সকলো গম পোৱাৰ পিছত— ঘোৰ অশান্তিত ভুগিব লগা হৈছে। খোৱা-বোৱা ক'তো শান্তি নাই। তাৰ চাৰিওফালে যেন জুই জ্বলিছে। মাজে মাজে তাৰ পৰিমলক ওচৰতে থিয় দি থকা যেন লাগে। পৰিমলে তাক যেন কয়— দুৰ্বলীৰ ওপৰত বীৰত্ব দেখুৱালে কি হ'ব! অবলা নাৰীৰ ওপৰত অত্যাচাৰ কৰিছা, সেইটো তোমাৰ কাপুৰুষালি। দিন

তোমাৰ আহি আছে। আহি আছে। এনে ধৰণৰ কিছুমান কথা তেওঁৰ কাণত যেন অহৰ্নিশে বাজি থাকে।

এনে অৱস্থা চলি থাকোঁতেই উত্তম চন্দ্ৰই মন্দিৰত শ্ৰাদ্ধ পতাৰ খবৰটো পালে। কোনোবা পিয়দা এটাই খবৰটো তেওঁক দিলে। শ্ৰাদ্ধৰ দিনা তেওঁৰ আহিবলৈ মন আছিল। কিন্তু, অনিমন্ত্ৰিত হোৱাৰ বাবে তেওঁ মন সম্বৰণ কৰিলে। দুজনমান পিয়দাৰ হাতত তেওঁ কিছুমান কল-কন আৰু ফলমূল দি পঠিয়ালে। পিয়দাকেইটাই পুৱা বেলাতে সেইবিলাক আনি ভঁৰাল ঘৰত দি গ'লহি। পূজাৰীয়ে সেই বস্তুবোৰৰ এপদো শ্ৰাদ্ধত নলগালে। মানুহকো বিলাই নিদিলে। মধুমালিকাক প্ৰবোধ দি উভতি আহি সেইবোৰ নিজহাতে চৌহদৰ বাহিৰলৈ দলিয়াই দিলে। বাহিৰত এজাক গৰু আছিল। সিহঁতে সেইবিলাক খন্তেকতে গিলি পেলালে।

উত্তমৰ লগত পূজাৰীৰ পূৰ্বৰে পৰা হলি-গলি আছিল। সৌ সিদিনাও তেওঁ তাক সহ্য কৰিছিল। আজি কিন্তু নোৱাৰিলে। সেইবাবে সন্ধিয়াৰ আৰতিৰ নৈবেদ্য আগবঢ়াই দি উত্তমৰ অপৰাধৰ বিচাৰ কৰিবলৈ বিগ্ৰহৰ ওচৰত নিবেদন জনালে। ৰত্না-মদনিকাৰ দৃষ্টিত পূজাৰীৰ পৰিবৰ্তন ধৰা নপৰাকৈ নাথাকিল।

## বাইছ

মন্দিৰত পতা শ্ৰাদ্ধই মধুমালিকাক শান্ত কৰিব নোৱাৰিলে। ৰম্ভাহঁতৰ আগত তাই ক'লে— 'ভূতৰ ভয়তহে শ্ৰাদ্ধ পতা হৈছে। পৰিমলৰ প্ৰতি মৰম শ্ৰদ্ধাত শ্ৰাদ্ধ পতা হোৱা নাছিল। কথাটো ৰম্ভাহঁতেও মানি লৈছিল। দেৱদাসীকেইজনীৰ মুখত হাঁহি নাছিল। মধুমালিকাৰ আগত সিহঁতেও আনন্দ কৰিবলৈ, হাঁহি-মাতি কথা পাতিবলৈ মুঠেই ভাল পোৱা নাছিল।

মধুমালিকাই খোৱা-বোৱা প্ৰায় এৰি দিছিল। ৰম্ভাহঁতে তাইক কেতিয়াবা ফুচুলাই, কেতিয়াবা জোৰ কৰি ভাত এমুঠিমান খুৱায়। তাই কান্দি কান্দি দুগৰাহমান খাই ভাতৰ পাতত পানী ঢালি দিয়ে। প্ৰায় দুমাহমান অনিয়মীয়া হোৱাৰ বাবে তাইৰ স্বাস্থ্য-শ্ৰী যথেষ্ট হানি হৈছিল। ৰম্ভাহঁতে তাইক সতৰ্ক কৰি দিলেও তাইৰ কোনো খিয়াল নাছিল। তাইৰ স্বাস্থ্য-শ্ৰীৰ কোনো প্ৰয়োজন নাই। এইদৰে নাখাই-নবৈ মৰিব পাৰিলেতো ভালেই। তাই সুন্দৰ হৈ থাকিলেনো লাভ কি হ'ব! ভালপোৱাজনটো আজি নায়েই। কামুক মানুহৰ প্ৰশংসা তাইক নালাগে। পূজাৰীও একেই! তাইক দেখিলে তেওঁৰো লোলুপতা জাগি উঠে। মাইকী মানুহৰ দৃষ্টিত এইক্ষেত্ৰত পুৰুষ ধৰা পৰি যায়। সু-দৃষ্টি কু-দৃষ্টিৰ পাৰ্থক্য নাৰীয়ে সহজে বুজি উঠিব পাৰে। মধুমালিকাৰ পূজাৰীৰ প্ৰতিও ভাল ভাব নাই। তাই-ৰম্ভা-মদনিকাহঁতৰ পৰা বহু কথাই জানি পেলাইছে।

মধুমালিকাই আজি-কালি বিগ্ৰহৰ আগত নানাচে। পুষ্পাঞ্জলিও নিদিয়ে। মন গ'লে মন্দিৰৰ লিঙ্গ দৰ্শন কৰি বাহিৰৰ পৰাই সেৱা এটা জনাই আহে। পূজাৰীয়ে তাইৰ কথা ৰম্ভা-মদনিকাকহে সোধে। পোনে পোনে সুধিবলৈ ভয় কৰে। পৰিমলৰ ঘটনাটোৱে পূজাৰীক খুব ভয় খুৱাইছে। ৰাতিয়া মেচে বৈণীয়েকক পলুৱাই লৈ যোৱা ঘটনাতকৈ বেছি গভীৰ বুলি পূজাৰী অক্ষয়ব্ৰতে ভাবিলে। তেওঁৰ ন বছৰীয়া ল'ৰাটো ক'ত গ'ল আজিও নাজানে। তেওঁ জানে ৰাতিয়া মেচ গাঁৱত নাই। তিনিওটাই তেতিয়াৰ পৰা নিৰুদ্দেশ হৈ আছে।

পূজাৰীৰ এই অতীত মধুমালিকাই জানি পেলাইছে। অক্ষয়ব্ৰতক ভাল-বেয়া

বিচাৰ কৰিব তাই পৰা নাই। পূজাৰী হিচাপে তেওঁ তাইক নিৰ্দেশ দিব পাৰে। কিন্তু সেয়া কৰা নাই। অৱশ্যে নিৰ্দেশ মানিবলৈ তাই অপাৰগ। তাইৰ গাত শক্তি নাই। দুদিন ধৰি তাইৰ বমি-ওকালি হৈছে। মদনিকাইতে ইয়াৰ কাৰণ কোৱাত তাই স্বীকাৰ কৰিছে। হয়, তাই এই দুমাহ গা-মূৰ ধোৱা নাই। ৰত্না-মদনিকাই কৈছে— তাই ঔষধ খোৱা আৱশ্যক। তাইৰ গৰ্ভত স্থিতি লোৱা সন্তান পৰিমলৰ হোৱাৰ কোনো নিশ্চয়তা নাই। উত্তম চন্দ্ৰৰ হোৱাৰে সম্ভাৱনা বেছি। কথাটো মধুমালিকায়ো চিন্তা কৰি চাইছে।

পৰিমলৰ সন্তান হোৱা হ'লে তাই সেইটোকে সম্বল ৰূপে গ্ৰহণ কৰি জীয়াই থাকিলেহেঁতেন। কিন্তু... বিষয়াৰ হ'লে পৃথিৱীত আৰু এটা চয়তানৰহে জন্ম দিয়া হ'ব! তাতকৈ ঔষধ খাই নিঃশেষ কৰাই ভাল।

তাইৰ মনোজগতৰ সন্ধান ৰত্না-মদনিকাই বুজি উঠিছিল। সিহঁতো অতীতলৈ উভতি গৈছিল। প্ৰথম অৱস্থাত সিহঁতো বিপদত পৰিছিল। উদ্ধাৰ কৰিছিল এজনী বুঢ়ী ধায়ে। এই ধাইজনীয়ে পূৰ্বৰ কেইবাজনীও দেৱদাসীক বিপদৰ পৰা ৰক্ষা কৰি গৈছিল।

সেই বুঢ়ী ধায়ে সিহঁত দুজনীক বহু শিকাই-বুজাই গৈছে। বুজনিত তেওঁ হেনো কৈছিল— 'ঘৰ এৰি আহিলি যেতিয়া উভতি যোৱাৰ তহঁতৰ পথ বন্ধ। তহঁত পবিত্ৰ হৈ থাকিব পাৰিলেও কোনেও বিশ্বাস নকৰে। বহু পুৰুষৰ সঙ্গিনী হ'বলৈ পাবি, অবৈধ মাতৃত্বও পাবি— কিন্তু সংসাৰ কৰিবলৈ নাপাব। জীৱনত বহুবাৰ তহঁতে ভ্ৰূণ হত্যা কৰিব লাগিব।'

দুয়োজনী মাহেকীয়া হোৱাৰ কেইদিনমানৰ আগত এদিন বুঢ়ীয়ে ক'লে, 'তহঁতে ভ্ৰূণ হত্যা কৰিবিনে— কণ হত্যা কৰিবি?'

কোমল বয়সীয়া ৰত্না-মদনিকাই বুঢ়ীৰ কথা মুঠেই নুবুজিলে। দুয়োজনীয়ে বুঢ়ীলৈ মুখ মেলি চাই থাকিল।

'বুজা নাই? মাইকী মানুহৰ মাতৃত্ব-শক্তিটো নাশ কৰি পেলোৱাই হৈছে কণ মৰা। কণ মৰাৰ বনৌষধ আছে। তহঁতে যদি সেই ঔষধ তিনি পালি তিনিটা ঋতুকালত খাব, ফল নিশ্চয় পাবি।'

'কি ফল পাম?' —এজনীয়ে সুধিলে।

'তহঁতৰ তেতিয়া কোনো দিন গৰ্ভধাৰণৰ ভয় নাথাকে।'

'কিন্তু!'

'তহঁতৰ যেতিয়া বিয়াই নহয়; জাৰজ সন্তান জন্ম দিবিনে? পিতৃৰ পৰিচয় কাক দিবি? পূজাৰীৰ পৰা সন্ন্যাসী, বাবালৈ কতজনৰ লগত তহঁত শুব লাগিব, কোনে

জানে। গতিকে, ঔষধটো খোৱাই তহঁতৰ উচিত হ'ব।' বুঢ়ী ধাইজনীয়ে খোলোচাকৈ কথাটো বুজাই দিলে। ৰম্ভা-মদনিকা প্ৰথমতে ৰাজি হোৱা নাছিল। কিন্তু, পূজাৰীৰ হাতত এজনী এজনীকৈ খুব কম দিনৰ ভিতৰতে কুমাৰীত্ব হেৰুৱাব লগাত পৰিছিল। তদুপৰি মন্দিৰলৈ অহা ভক্তৰ ওচৰতো পূজাৰীৰ নিৰ্দেশত সিহঁতৰ সতীত্ব হেৰাল; তেতিয়া আৰু উপায় নাথাকিল।

বুঢ়ী ধায়ে দুয়োজনীকে নিয়ম মতে ঔষধ খুৱালে। বুঢ়ীয়ে পূজাৰীৰ নিৰ্দেশত এই কাম কৰিছিল। ৰম্ভা-মদনিকাই তেতিয়া গম পোৱা নাছিল। বহু দিনৰ পিছত সকলো গম পাইছিল। বুঢ়ীয়ে ৰম্ভাক ঔষধটো শিকাই দিছিল।' ভৱিষ্যতৰ দুৰ্ভগীয়া নাৰীক ৰক্ষা কৰিব পাৰিবি, শিকিলি।' এতিয়া দুয়োজনীয়ে মধুমালিকাক ঔষধ খুৱাবলৈ যত্ন কৰিলে। বহু বুজনিৰ পিছত মধুমালিকাই ক'লে— 'সেয়ে হওক। দিয়া এতিয়াই ঔষধটো দিয়া। খাই দিওঁ, মৰিলেও ক্ষতি নাই। কি লৈ জীয়াই থাকিম!' —তাই ক'লে।

'আমাৰনো কি আছে? আমিনো কি লৈ জীয়াই আছোঁ! তয়ো তেনেকৈয়ে থাকিবি। বুইছ মধু, আচলতে আমিবোৰ মৰা শ। জাক জাক শগুনে খুঁটিয়াই খাইছে। আমাৰ জঁকাটোহে আছে, প্ৰাণ নাই বুজিছ।' —ৰম্ভাই ক'লে।

পিছদিনা ঔষধ খোৱাৰ সিদ্ধান্ত হ'ল।

কিন্তু ৰাতিলৈ প্ৰকৃতি দুৰ্দান্ত হৈ পৰিল। দিনৰ পৰা বতৰটো গোমাই আছিল। ৰাতি হঠাতে তীব্ৰ গতিৰে ধুমুহা আহিল। ঘৰ-দুৱাৰ, গছ-গছনি ভাগিবলৈ ধৰিলে। তাৰ পিছত, বিজুলী-ঢেৰেকণিৰে প্ৰবল বৰষুণ আহিল। যেন মহাপ্ৰলয়। বতাহ-বৰষুণৰ মাজতে গছ ভগাৰ শব্দ, মেঘৰ গৰ্জন, জীৱ-জন্তুৰ চিঞৰ বাখৰ। তেনে পৰিস্থিতিত পৰিহৰেশ্বৰ দেৱালয়ো কঁপি উঠিল। প্ৰথমতে ভাগিল পূজাৰীৰ ঘৰটো। তাৰ পিছত দেৱালয়ৰ চাল বতাহত উৰি গ'ল। বিজুলীৰ চমকনিৰ পোহৰত ৰম্ভাহঁতে সকলো অনুমান কৰি ল'লে। মাজে-মাজে পূজাৰীৰ চিঞৰ সিহঁতৰ কাণত পৰিল। সেইদিনা মন্দিৰত কোনো ভক্ত নাছিল। সন্ধিয়াৰ আৰতিৰ সময়ত ভক্ত থকাৰ সন্ধান সিহঁতে পোৱা নাছিল। পূজাৰীক ধৰি তিনিজন ব্ৰাহ্মণ শুই আছিল।

প্ৰকৃতিৰ এনে তাণ্ডৱৰ মুখামুখি জীৱনত ৰম্ভাহঁতেও হোৱা নাছিল। এইবাৰ হয়তো মহাকাল জাগি উঠিছে। পৃথিৱীত অনেক পাপ হৈছে। সেই পাপবোৰ ধুই নিবলৈকে ধুমুহা-বৰষুণ আহিছে; মহাকাল আহিছে।

ৰম্ভা-মদনিকাই প্ৰকৃতিৰ নিৰ্মম তাণ্ডৱতাত ভয় খাই 'শিব শিব' মন্ত্ৰ মাতিবলৈ ধৰিলে। মধুমালিকা কিন্তু নিৰ্বিকাৰ। তাই পাটীত তলমূৰকৈ পৰি ৰ'ল। কলিঙ্গত

এনেকুৱা বতাহ-বৰষুণ বছৰত দুবাৰ-এবাৰ হৈয়ে থাকে। বৰষুণৰ পানীত দুই-এখন গাঁও ডুব যায়। মানুহ কিছুমান মৰে; কিছুমান সাৰে। ভাগ্যৰ কথা। ইয়াতো যদি তেনেকুৱাই হয়, হওক। তাই মৰি গ'লেতো ভালেই হয়। তেতিয়া, কাৰো একো ক'বলগীয়া নাথাকে।

হঠাৎ পৃথিৱীখন কঁপিবলৈ ধৰিলে। প্ৰচণ্ড কম্পন। থিয় হৈ থকাৰ সাধ্য নাই। মাটি ফাটি পানী ওলাবলৈ ধৰিলে। পানীয়ে দেৱদাসীহঁতৰ ঘৰৰ ভিতৰ বুৰাই পেলালে। হো-হোঁকৈ অহা পানীত ভয় খাই তিনিওজনীয়ে সাবটা-সাবটিকৈ আত্মৰক্ষাৰ চেষ্টা চলালে। কিন্তু মিছা হ'ল। চৌহদত থকা আটাইবোৰ প্ৰাণীৰ দশা কি হ'ল, কওঁতা কোনো নোলাল। পূজাৰী, ব্ৰাহ্মণ ডেকা দুটা, মদনিকা আৰু মধুমালিকাৰ সন্ধান নোলাল। পথাৰৰ মাজত অজ্ঞান অৱস্থাত ৰত্নাক পিছদিনা দুজনমান লোকে উদ্ধাৰ কৰিলে। মন্দিৰৰ কাহিনী বৰ্ণাবলৈকে হয়তো তাইক যমে এৰি গ'ল।

ধুমুহা-বৰষুণ আৰু ভূমিকম্পত সমগ্ৰ দেশখনতেই বহু ক্ষতি হ'ল। গাঁৱতো গছ-গছনি, ঘৰ-দুৱাৰ ভাগি কিছু লোক হতাহত হ'ল। কিন্তু, পৰিহৰেশ্বৰ মন্দিৰৰ চৌহদ আৰু আশে-পাশে অনেক ওখ ঠাই তললৈ বহি যোৱাৰ দৰে ক'তো পৃথিৱী বহি যোৱাৰ খবৰ পোৱা নগ'ল।

# তেইশ

পিছদিনা পুৱাৰ পৰা বতৰ ফৰকাল। আগৰাতিৰ তাণ্ডৱতাই মষিমূৰ কৰি যোৱা ঘৰ-দুৱাৰ, গছ-গছনি, হাবি-বন বোৰলৈকে গাঁওবোৰ যেন উছন হৈ গ'ল। ধুমুহাত অধিকাংশ ঘৰ ভাগিল। ঘৰৰ চাল উৰুৱাই নি ক'ৰবাত পেলালেগৈ। গছ পৰি ঘৰ চেপেটা হ'ল। বাঁহ একোজোপা সম্পূৰ্ণকৈ উভালি গ'ল। বৰগছ, আঁহত গছৰ নিচিনা ডাঙৰ ডাঙৰ কালিকা লগা বুলি ভবা গছবোৰৰো ডাল-পাত ভাগি প্ৰাকৃতিক তাণ্ডৱতাৰ সাক্ষ্য দাঙি ধৰিলে।

ধুমুহাৰ লগে লগে ভূমিকম্পই খাল-ডোং, পুখুৰী আদিৰ বিস্তৰ ক্ষতি কৰিলে। গাঁওবোৰৰ পুখুৰীৰ পানী খলকনিৰে সিঁচি পেলোৱাত পথাৰবোৰত মাছ-কাছ বগা হৈ পৰিল। পুঠি-খলিহনাৰ দৰে অলপ ধতুৱা মাছবোৰ মৰিল। মাগুৰ-কাৱৈ আদি টান মাছ দুই-চাৰিটা জীয়াই আছে যদিও ৰাতিতো গভীৰ পানীৰ সন্ধান কৰি কৰি ভাগৰুৱা হৈ পৰিল। মৃত্যুৰ বাবে সিহঁতবোৰেও যেন অপেক্ষা কৰি আছে। ধুমুহাৰ লগত বৰষুণো আহিছিল। বৰষুণৰ পুৱালৈ চিন-চাবেই নাই। ভূমিকম্পৰ ফলত হতীয়া, মুঠনীয়া বহল ফাট কিছুমান মাটিত সৃষ্টি হোৱাত সেইবোৰেদি হয়তো বহুত পানী, মাছ-কাছ মাটিৰ তললৈ সোমাই গ'ল। তথাপি, পথাৰত ওলাই থকা মাছ বুটলি নিবলৈ কোনো মানুহ আগবাঢ়ি অহা নাই। কাউৰী, বগলী আদি মাছ খোৱা কোনো চৰাইৰো আগমন ঘটা নাই। হাবিতলীয়া ঠাইত দুই-এটা চৰাই মৰি থকাও দেখা গ'ল।

ভূমিকম্প-ধুমুহা-বৰষুণ। গাজনি-ঢেৰেকনি-বজ্ৰপাত!! প্ৰকৃতিৰ অভূতপূৰ্ব তাণ্ডৱলীলা। পুৱা কাৰো মুখত মাত নাই। জীৱ-জন্তুৰ লগতে পৰিহৰেশ্বৰৰ কিছু দূৰত গছৰ তলত পৰি কেইটামান মানুহো মৰিছে। ভূটান পাহাৰৰ ফালে বজ্ৰাহতো হৈছে। মানুহৰ মুখ বাগৰি অহা কথাবোৰ ততালিকে প্ৰচাৰ হৈ পৰিল। কথা বুলিলেই বতাহ।

কিন্তু, আনৰ কথা চিন্তা কৰিবলৈ কাৰো অৱসৰ নাই। নিজ নিজ ঘৰৰ চাল, মুধচ আদি মেৰামতি কৰাতে মানুহবোৰ ব্যস্ত। বাটত পৰি থকা বাঁহগছ, তামোল গছ-বা অন্যান্য গছবোৰ কাটি-কুটি মুকলি কৰিবও লগা হৈছে। এনে সময়তে হুলস্থূল এটা লাগিল। চাৰিওফালে মানুহৰ চিঞৰ-বাখৰ হ'ল। কিছুমান মানুহ লৰবি লৰবি আহিবলৈ

ধৰিলে। বোলে পৰিহৰেশ্বৰ দেৱালয়খন নাই।

কি? কি? কি??

হয়। হয়। পৰিহৰেশ্বৰ দেৱালয়খন নাই। এটা সৰু পাহাৰ তথা টিলাৰ ওপৰত থকা শিৱস্থানখনিচোন নাই। তাৰ ঠাইত এটা ডাঙৰ পুখুৰীৰ সৃষ্টি হৈছে। পানীৰে ওপচি পৰা সেই পুখুৰীসদৃশ ঠাইখনত মন্দিৰৰ ঘৰ, পূজাৰীৰ ঘৰ আৰু অলপ দূৰত থকা দেৱদাসীৰ ঘৰটোৰো চিন-মোকাম নাই। বেলগছজোপাও নাই। আটাইবোৰ পানীৰ তলত। দেৱতাৰ কি মহিমা! পৰিহৰেশ্বৰৰ কি ইচ্ছা!

মন্দিৰৰ চৌহদটো, অনুচ্চ পাহাৰটো বাৰু কিয় বহি গ'ল?

কোনে কাক কয়— কি কাৰণত কি হ'ল!

কিন্তু মানুহবোৰ ক'ত গ'ল?

পূজাৰী আৰু পূজাৰীৰ লগুৱা আৰু মন্দিৰৰ তিনিজনী দেৱদাসী! ক'ত গ'ল এই মানুহবোৰ! কোনেও ভাবিব নোবাৰিলে। কোনেও সিদ্ধান্তলৈ আহিব নোবাৰিলে। কিছুমান মানুহে আশে-পাশে কাৰোবাক পায় নেকি চাবলৈ ধৰিলে। এইদৰে চাৰিওফালে পিটি পিটিকৈ চোৱাৰ ফলত অলপ দূৰত থকা জাৰণি এখনৰ কাষত এজনী দেৱদাসীক পোৱা গ'ল। খন্তেকতে চিঞৰ-বাখৰ লাগিল। সকলোৰে জানিবলৈ বিচাৰিলে,— মৰা নে জীয়া?

এজন বুঢ়া মানুহে মানুহজনীৰ নাড়ী চাই ক'লে— 'জীয়াই আছে। সেক-পোতক দিলে বাচিবও পাৰে।'

সেই মতেই কৰা হ'ল। জুই একুৰাৰ ওচৰত দেৱদাসীজনীক ভালকৈ সেক দিয়াত লাহে লাহে নাড়ীৰ স্পন্দন বাঢ়িবলৈ ধৰিলে। গাঁৱৰ এজন বেজে গাত কিবা এটা দৰৱ ঘঁহি দিলে। কিছুপৰৰ পিছত মানুহজনীৰ জ্ঞান আহিল। চাৰিওফালে অনেক মানুহ দেখি তাই ভয়ো খালে, কান্দি পেলোৱাৰ দৰে ক'লে— 'মই ক'ত? মই কোন?'

এৰাতো তাই কোন! তাই এই মন্দিৰৰ দেৱদাসী। তাইৰ নাম! সৰহভাগেই তাইৰ নাম নাজানে। এৰা, তাইৰ বা নাম কি? কিন্তু বেছিপৰ ৰ'ব লগা নহ'ল। মৃদঙ্গবাদক এজনে তাইক চিনি পালে। তাইৰ নাম ৰত্না। পৰিহৰেশ্বৰ মন্দিৰৰ দেৱদাসী ৰত্না!

তাই ৰত্না! ৰত্না! ৰত্না!

মানুহৰ মুখত ৰত্না নামটো শুনাৰ লগে লগে তাইৰ জ্ঞান আহিল। তাই চিঞৰি উঠিলে। মদনিকা ক'ত? মধুমালিকা ক'ত? এইবোৰৰ কি হ'ল? তাই উন্মাদিনী হৈ পৰিল। পৰিহৰেশ্বৰ দেৱালয়টি তললৈ বহি গ'ল বুলি জনাৰ লগে লগে তাই আকৌ চিঞৰিলে,—'পাপ, পাপ, পাপ, এয়া পাপৰ ফল! পৰিহৰেশ্বৰ দেৱতাই এই পাপ সহ্য নকৰিলে।'

তাই আকৌ চিঞৰিলে— 'পৰিমলৰ দোষ কি? মধু-মালিকাৰ দোষ কি?'

মন্দিৰত ৰাতি থকা বাকীখিনি মানুহৰ সন্ধান পোৱা নগ'ল। হয়তো তললৈ বহি যোৱা মাটিতে সিহঁতবোৰ পোত গ'ল। ঘৰে-মানুহে পোত গ'ল। কোনো চিন-মোকাম নাই। কিন্তু ৰম্ভা কেনেকৈ বাচিল?

ৰম্ভাই ক'ব নোৱাৰিলে। মাথোন ক'লে— ধুমুহাই সিহঁতৰ ঘৰটো উৰুৱাই লৈ গ'লত তিনিওজনী কেনিবা পলাইছিল। কিন্তু, তেনে সময়তে এটা ডাঙৰ শব্দ হ'ল। তাৰ পিছৰখিনি ৰম্ভাই আৰু নাজানে। তাইৰ হয়তো জ্ঞান হেৰাই গৈছিল।

পৰিহৰেশ্বৰ দেৱালয় তললৈ বহি গ'ল।

বুঢ়া গোসাঁইৰ থান তললৈ বহি গ'ল।

চাৰিওফালে খবৰটো প্ৰচাৰ হ'ল। দূৰ-দূৰণিৰ পৰাও মানুহে চাবলৈ আহিলে। প্ৰকৃতিৰ কি কাণ্ড! ভূমিকম্পত কেতিয়াবা তল-ওপৰ হয়। কিন্তু, পৰিহৰেশ্বৰৰ মহিমামণ্ডিত থানখন এনেকুৱা কিয় হ'ল? সকলোৱে মানি ল'লে যে দেৱতাই নিজেই এই কাম কৰাইছে। ভূমিকম্প, ধুমুহা— এইবোৰ উপলক্ষ্য মাথোন।

পৰিহৰেশ্বৰ মহাদেৱৰ ওপৰত একান্ত বিশ্বাস থকা এজন গঞাই সকলোকে উদ্দেশ্যি ক'লে— 'শুনক ৰাইজ, পৰিহৰেশ্বৰে আমাৰ ওচৰত বিতুষ্ট হৈ এই ঠাই এৰিব খুজিছে। আমি সকলোৱে প্ৰাৰ্থনা কৰিব লাগে। দেৱতাই আমাৰ শতদোষ মৰিষণ কৰি ইয়াতে ৰ'ব লাগে। মন্দিৰৰ পাপ বিনাশনৰ বাবে তেওঁ ৰুদ্ৰ ৰূপ ধাৰণ কৰিছে। আমাৰ কল্যাণৰ বাবে তেওঁ শিৱ-সনাতন ৰূপ ল'বৰ বাবে সকলোৱে প্ৰাৰ্থনা কৰা উচিত। ওঁ নমো শিৱায়ঃ।'

সকলোৱে এই মন্ত্ৰ আওঁৰালে। এই ধ্বনি চাৰিওফালে ৰজনজনাই গ'ল। আলোড়িত হ'ল গাঁও-ভূঁই, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী প্ৰমুখ্যে সকলো মানুহ।

উপস্থিত সকলোৱে আলোচনা কৰি তিনি দিনৰ পিছত সেই স্থানত পৰিহৰেশ্বৰলৈ এভাগ পূজা আগবঢ়াবলৈ সিদ্ধান্ত কৰিলে। ন-কৈ সৃষ্টি হোৱা পুখুৰীৰ পাৰতে এই পূজাভাগ হ'ব।

ইফালে ৰম্ভা প্ৰকৃতিস্থ হৈ উঠিল। তাই সকলো ৰাইজক উদ্দেশ্যি ক'লে— 'পূজাৰী আৰু উত্তম চন্দ্ৰ দুয়ো একগোট হৈ পৰিমলক হত্যা কৰিছে। পৰিমলে মধুমালিকাক পলুৱাই নিছিল। সেইটোৱেই আছিল অপৰাধ।'

ইয়াৰ মাজতে এজনে ক'লে— 'ভগৱানে বিচাৰ কৰি আছে। পূজাৰী ডুবি মৰিল। এদিন উত্তম চন্দ্ৰও যাব।'

এনেতে আন এজনে ক'লে— 'উত্তম চন্দ্ৰক ভগৱানে বিচাৰ কৰিছে। যোৱাৰাতি তেওঁৰ হাউলীৰ আগত থকা আঁহতজোপা তেওঁৰ ঘৰটোতে ভাগি পৰিল। তাক শুই

থকা শেতেলীতে হেঁচা মাৰি ধৰিলে। দুয়োটা ভৰি ভাগি চেপেটা হ'ল। মানুহটো বাচেনে নাই সন্দেহ। তেওঁৰ বোলে গাত চেতনা নাই এতিয়াও।'

'তেনেহ'লে যাব।' —এজনে ক'লে।

'নহয়, ভৰি দুটা হেৰুৱাই সি বাচি থকাহে ভাল। তেতিয়াহে আচল জগতখন দেখি যাব। কোনো ৰায়তক ভয় দেখুৱাই পাপত লিপ্ত কৰাব নোৱাৰি সি প্ৰতিদিনে দগ্ধ হৈ পৰিব। সদাশিৱ বাবাই তাক যেন তেনে শাস্তি দিয়ে।'

সকলো লোকে উত্তম চন্দ্ৰক ৰাজহুৱাকৈ গৰিহণা দিলে। লাহেলাহে ৰাইজ ঘৰাঘৰি গৈ থাকিল। ঘৰত নিজৰ নিজৰ কাম এৰি আহিছে। গধূলিৰ আগতে বেৰ-চাল বন্ধা শেষ নহ'লে অসুবিধাত পৰিব।

ৰত্না কিন্তু ক'লৈ যাব! মন্দিৰো নাই, লগৰীয়াবোৰো নাই, ইফালে গাঁৱৰ মানুহে দেৱদাসীবোৰক গণিকা বুলিয়েই জানে। গণিকা এজনীক ঘৰলৈ নিবলৈ কাৰো সাহস নাই। মানৱতাৰ খাতিৰত কাৰোবাৰ নিবলৈ মন গ'লেও, লোকনিন্দাৰ ভয়ত সাহ নকৰিলে। অৱশেষত এজন চেঙেলীয়া ডেকাই ক'লে— 'লুকাই চুৰকৈ এজনী তিৰোতাক নিওঁতা অনেক ওলাব। দেখা-দেখিকৈ কিবা এটা কৰিবলৈ কাৰো সাহস নাই। তেওঁলোকৰ মনত থকা পাপবোধেই বাধা দিছে। মই কিন্তু ভয় নকৰোঁ। দেৱদাসী ৰত্না মোৰ পেহীৰ বয়সৰ। মোৰ পেহী এজনীক এনেকুৱা অৱস্থা এটাত মই এৰি যামনে? আপোনালোকে তিলটোক তালটো কৰক, মই ভয় নকৰোঁ। ৰত্না পেহীহঁত নিষ্পাপ, সমাজেহে পেহীহঁতক পাপী সজাইছে।'

চেমনীয়া ডেকাটোৰ নাম নৰেশ্বৰ। কামে-কাজেও নৰেশ্বৰ। তাৰ কথাত কোনেও হা-না নকৰিলে। তাৰ কথা শুনি ৰাইজৰ মাজৰ পৰা তাৰ পিতাক আহি ওচৰ পালেহি, সি পিতাকক সুধিলে— পিতা! এইজনী তোৰ ভনীয়েৰ হ'ব নোৱাৰিবনে?'

আবেগত বাপেকে ক'লে— 'পাৰিব বোপাই, পাৰিব। ভাইৰ মুখখনলৈ চা, তোৰ আচল পেহীয়েৰজনীৰ দৰেই।'

'তেনেহ'লে আমাৰ ঘৰলৈ লৈ যোৱাত তোৰ আপত্তি নাই?'

'ল ল। আমাৰ ঘৰলৈকে ল। মুখা পিন্ধাবোৰে যি কয় কৈ থাকক। কোনো মানুহেই তোক বাধা নিদিয়ে। আতুৰক ৰক্ষা কৰাটোৱেই ধৰ্ম।'

ৰত্নাক হাতত ধৰি নৰেশ্বৰে ঘৰৰ ফালে নিবলৈ ধৰিলে।

# চৌবিছ

নৰেশ্বৰহঁতৰ ঘৰত ৰম্ভাক কাষৰীয়া কোঠালি এটা এৰি দিয়া হ'ল। নৰেশ্বৰৰ মাকৰ ব্যৱহাৰ নকৰা মেখেলা-চাদৰ দুযোৰো দিলে। ৰম্ভাৰ নিজা বুলিবলৈ ৰাতি পিন্ধি থকা পুৰণি সাজযোৰৰ বাদে একোৱেই নাছিল। তাইৰ কাপোৰ-কানি, বয়বস্তু সকলো মন্দিৰৰ লগতে জাহ গ'ল। এনে এজনী নিঃসম্বল মানুহক ঠাই দিয়া নৰেশ্বৰহঁত কিন্তু গাঁওখনৰ ধনীকেইঘৰৰ ভিতৰত নপৰে। তথাপি, সিহঁতৰ অন্তৰ বৰ বহল। মানুহ হিচাপে সিহঁতবোৰ বৰ ভাল। ৰম্ভাই ভাবিলে কোনোবা জনমৰ পুণ্যৰ ফলতহে এনে এঘৰ মানুহৰ তাই স্নেহধন্য হৈছে!

ৰম্ভা সুস্থ হৈ উঠিল যদিও দেহত অসুখৰ চিন-মোকাম শেষ হৈ যোৱা নাই। মানুহজনী বৰ শেঁতা পৰিল। বৈদ্যৰ মতে তেজ কমিছে। হাবিতলীয়া ঠাইখনত পৰি থাকোঁতে কিমানটা জোকে তাইক খালে, কোনেও নাজানে। উদ্ধাৰৰ সময়ত কেইটামান জোকে তাইক চুহি আছিল।

নৰেশ্বৰৰ মাকে ভীমকলৰ ডিল পাৰ মাংসৰ লগত ৰান্ধি ৰম্ভাক কেইবাদিনো খুৱাইছে। এইটো তেজ বৃদ্ধিৰ ঔষধীয় ব্যৱস্থা বুলিব পাৰি। তদুপৰি, কিছুমান বনশাক বিচাৰিও তাইক খাবলৈ দিয়া হ'ল। মানিমুনি খুন্দি কেঁচাই কেঁচাই তাইক খুৱালে। ৰম্ভা লাহে লাহে টনকিয়াল হৈ পৰিল।

তথাপি ৰম্ভাৰ মনত শান্তি নাই।

তাই এতিয়া সম্পূৰ্ণকৈ সৰ্বহাৰা। একোজনী দেৱদাসীৰ মন্দিৰৰ বাদে আন কোনো সা-সম্পত্তি, আপোনজন থাকিব নোৱাৰে। মন্দিৰৰ উছৰ্গা কৰি দিয়াৰ পিছত আপোন মানুহ কোনো নাহে। যোগাযোগ নাইকিয়া হৈ যায়। বহুতে নিজৰ গাঁওখন, মাক-বাপেকৰ নামপৰ্যন্ত পাহৰি যায়। ৰম্ভাৰো সেয়ে হৈছে।

তাই এতিয়া ৰম্ভা— মন্দিৰৰ কোনোবাই দিয়া নাম। ঘৰৰ নাম কি আছিল, উপাধি কি আছিল— একোৱেই তাই নাজানে। তাই জানে অশুচি দেহাটোৰে তাই এজনী দেৱদাসী। ধৰ্মৰ নামত তাই এজনী পতিতা। মন্দিৰ গণিকা।

নৰেশ্বৰহঁতে ভাল মানুহ। বাপেক হীৰেশ্বৰ গাঁওখনৰেই এজন সৎ স্বভাৱৰ মানুহ। মাক জেতুকীও অতি সাদৰী তিৰোতা। মাক-বাপেক ভাল হোৱাৰ বাবেই নৰেশ্বৰহঁতৰ আটাইকেইটা ল'ৰা-ছোৱালীয়েই জাকতজিলিকা। ৰন্তাৰ বাবে এইটো সঁচাকৈয়ে যেন ককায়েকৰ ঘৰ। নৰেশ্বৰহঁতে যেতিয়া তাইক পেহী বুলি মাতে, তাই যেন মৰি যাব, এনে ভাব হয়।

ৰন্তাই জানে— গাঁওখনৰ এচাম মানুহে তাইক নৰেশ্বৰহঁতৰ ঘৰত থকাটো পছন্দ নকৰে। দেৱদাসী-নৰ্তকী এজনীক কিয় ৰাখিব লাগে! সিহঁতৰ আইৰফালৰ কুটুম নে বোপাইৰ ফালৰ কুটুম। এইবোৰ বাটোৱালী তিৰোতা। য'ত যায় যাওক, য'ত মৰে মৰক। আনৰ কি আহে যায়। লগৰ দুজনীতো মৰিলেই। তায়ো ক'ৰবাত মৰকগৈ। এইদৰে এজন গওঁৱাই হীৰেশ্বৰৰ আগত নানা কথা কৈ আছিল। হীৰেশ্বৰ বৰ নিৰ্জু মানুহ। 'নক'বিচোন নক'বিচোন' বুলি বাধা দিয়াৰ বাদে একো কৰিব পৰা নাছিল। তাতে চল পাই সি কৈ উঠিল— 'জানো পায়! তাইক তয়ে ৰাখনে, পুতেৰে ৰাখে, 'তহঁতৰ কথা।'

নৰেশ্বৰৰ মাক জেতুকীয়ে চোতাল সাৰি আছিল। শেষৰ কথাবাৰ শুনি তাই আৰু বৈ নাথাকিলে। বাঢ়নী টাঁৰেৰে মানুহটোক সাৰৌপ সাৰৌপ কৰি কেইবাকোবো লগাই দিলে।

'চালা হাৰামৰ নেগুৰ! তয়ে এদিন মন্দিৰৰ নৰ্তকী জোকাবলৈ গৈ পূজাৰীৰ চৰ খোৱা নাছিলি? মাইকীৰ পোকৰে পোকৰে ঘূৰিবলৈ এতিয়াও এৰা নাই। কটা নিধক! আজিৰ পৰা আহিবিচোন, ক'ৰবাত কিবা ক'বিচোন,— তোৰ ডিঙিটো কাটি নি গোসাঁনীৰ আগত দিমগৈ।'

'কথাটো ভাল নহ'ল দেই ককাইটি, কথাটো ভাল নহ'ল একা।' পদূলিবাটৰ পৰা মানুহটোৱে হীৰেশ্বৰক উদ্দেশ্যি ক'লে। নিৰ্জু হীৰেশ্বৰো খং উঠিল।

'কি বেয়ানো হ'ল অ'? সিমানতে যে সাৰিলি, নহ'লে...।'

'দেখি ল'ম তহঁতক।'

'যা যা নিধক। যাক আজি হাঁহিছ, তাইৰ বাবেই তোক গাঁৱৰ ডেকাবোৰে মেখেলা পিন্ধাইছিল। কঁকালৰ গাঁঠিটো ময়েই দিছিলো।' —হীৰেশ্বৰে ক'লে।

হীৰেশ্বৰৰ কথাত খঙত উঠলি থকা জেতুকীৰো হাঁহি উঠিল। ঘৰখনৰ আটাইবোৰে হাঁহিবলৈ ধৰিলে। কিছুমান কথা ৰন্তাৰো কাণত পৰিছিল। শেষৰ কথাখিনিয়ে দুখৰ পৰিবৰ্তে তাইকো হঁহুৱালে।

'ককাইটি! পোন্ধৰ-বিছ বছৰৰ আগতে ঘটা ঘটনাটোৰ মানুহ ইয়েই নেকি?'

'অঁ, ইয়েই আছিল। তহঁতক ইয়েই জোকাইছিল।'

'এৰা, মনত পৰিছে। এটা মানুহে এদিন মোৰ লগৰীয়া মদনিকাৰ হাতখনত সন্ধিয়া পৰত থাপ মাৰি ধৰিছিল। তাই চিঞৰি দিয়াত মন্দিৰৰ মানুহে তাক ধৰি পেলাইছিল।' ৰত্তাই ক'লে— 'গোটেই ৰাতিটো তাক মন্দিৰত বন্ধৰাই ৰাখি অনেক লাজ দিলে। দেৱদাসীৰ গাত হাত দিয়াৰ কাৰণে তাৰ হাত দুখন কাটি পেলাব খুজিছিল। অনেক কাউ-ৰউ কৰাতহে হাত নাকাটি তাক মুণ্ডন কৰোবালে। মোৰ এতিয়াও মনত আছে ককাইটি।'

'সিমানেইনে? কথাটো গাঁৱৰ ডেকাবোৰে গম পাই, তাক গাঁৱৰ মাজৰ এঠাইত মেখেলা পিন্ধাই দিলে। কাৰোবাৰ ফটা মেখেলা এখন। কঁকালৰ গাঁঠিটো ময়ে টানকৈ দি দিলোঁ। মোৰ সদায়েই মনত পৰি থাকে। তেতিয়া মই বিয়া কৰালোঁ; কিন্তু নৰেশ্বৰহঁতৰ জন্মই হোৱা নাই।' —হীৰেশ্বৰে ক'লে।

কথা এইদৰে আগবাঢ়ি গৈ আছিল। তাৰ মাজতে ৰত্তাই উচুপি উঠিল। জেতুকীয়ে তাইক প্ৰবোধ দি ক'লে— 'তোৰ আকৌ কান্দিবলৈ কি হ'ল ৰত্তা?'

'নহয় বৌ, মোৰ বাবে তোমালোকে কথা শুনিব লগাত পৰিছা। মই কি কৰো কোৱাচোন।' —ৰত্তাই ক'লে।

'তই একো কৰিব নালাগে। মই ককায়েৰটো আছোঁ নহয়। গাঁৱত এনে এবিধ মানুহ সদায়েই আছে। য'তে যাব ত'তে এনে মানহ পাবি। ভালতকৈ বেয়াটো চিন্তা কৰা মানুহৰ সংখ্যাই বেছি। আমি কালৈকো ভয় নকৰোঁ। আমাৰ আকালো নাই, ভঁৰালো নাই। নিজৰ মাটিত খেতি কৰি খাওঁ, কালৈ ভয় কৰিম? তয়ো ভয় কৰিব নালাগে। তয়ো আমাৰ পৰিয়ালৰে এজনী।'

এনে সময়তে নৰেশ্বৰ আহি ওলালহি। ৰত্তালৈ চাই ক'লে— 'পেহী, ভাল খবৰ আছে।'

'কি খবৰ নৰ?' —মাকেই সুধিলে।

'উত্তম চন্দ্ৰ তালুকদাৰৰ দুয়োটা ভাৰি কটা গ'ল।' —সি ক'লে।

ৰত্তাই খুব ভাল পালে। 'সি এতিয়া পৰিমলহঁতক একো কৰিব নোৱাৰে।'

ওচৰ-চুবুৰীয়া মানুহবোৰৰ কোনেও কথাটো বেয়া নাপালে। সি বৰ অত্যাচাৰী মানুহ। ৰায়তবোৰক সি নানা অত্যাচাৰতো কৰেই, আন মানুহকো সি সুখেৰে নেৰে। কাৰণ, সি এহাতে মাটিৰ মালিক আৰু আনহাতে স্থানীয় প্ৰশাসক। মানুহটোৰ জ্ঞান-গৰিমা একো নাই। কেৱল ধন-ধানৰ বল। তাৰ সহায়ত সি পুহি ৰাখিছে এটা গুণ্ডা বাহিনী। সিহঁতৰ শক্তিত ভৰ দি সি ডাঙৰ মানুহ। অঞ্চলটোত উত্তম চন্দ্ৰৰ ওপৰত কোনো নাই। তাৰ লগত বাদ-প্ৰতিবাদ নাখাটে। সি যি ক'ব, সেইটোৱেই হ'ব লাগিব। সেইহেন মানুহটো আজি ঘৰৰ মজিয়াত শুই-বহি কটাব লগাত পৰিল। বৈণীয়েক

দুজনীয়ে আগৰে পৰাই তাক আওহেলা কৰিছিল। পৰিমলৰ ঘটনাটোৰ পিছত তাক ভালদৰে মাত-বোলেই  নকৰে। তাৰ এতিয়া মজা ওলাব। উচিত শাস্তি হ'ব।

এতিয়া গছ্ পৰি ভগা ভৰি দুটা আধাতে কাটিব লগা হোৱাত ডাঙৰজনীয়ে অলপ দুখ কৰি দেখুৱালেও— যেনে কাম তেনে ফল বুলি খোলাখুলিকৈ তাৰ আগতে কৈ দিলে। সৰুজনী ঘৈণীয়েক বহুদিন ধৰি ওচৰেই চপা নাই। এদিন তাই উত্তমক শুনাই দুজনীমান বান্দীৰ আগত কৈছিল— 'তাৰনো মাইকীৰ কি অভাৱ। বাঁৰী-খাঁৰী, বান্দী-বেঁটী, মন্দিৰৰ নৰ্ত্তকী, এজাকমান তিৰোতা তাৰ আছে। আমাৰ কি দৰকাৰ! পাৰ যদি তইঁতবোৰে গা বচাই চলিবি।'

এতিয়া উত্তম চন্দ্ৰৰ ভৰি দুটা যোৱাৰ পিছত তাইক আৰু কোনে পায়! 'খুব ভাল হৈছে। এতিয়া আমি দুজনীয়ে তাৰ আগতেই মতা ল'ম। আজি তাক কোনে ভয় কৰিব। আহ্ বুলিলেই জাক জাক মতাই ঘৰ ভৰি পৰিব।'

বান্দী এজনীয়ে ক'লে— 'তেনেকৈ নক'বা আইদেউ! তিৰোতাৰ বাবে পতি পৰম গুৰু।'

দাং খাই উঠিল সৰু ঘৈণীয়েক— 'তইঁতৰ বাবে হ'ব পাৰে। আমাৰ বাবে এই পতি এটা ডাঙৰ গৰু। ভতৰা গৰু, বুইছ্।'

সৰুজনীৰ ক্ষোভৰ মাত্ৰা তলে তলে সকলোৱে গম পালে। দুয়োজনী ঘৈণীয়েকৰ প্ৰচণ্ড ঘৃণাৰ মাজত বিনাপ্ৰতিবাদে উত্তম চন্দ্ৰ বহি ৰ'ল। সি আজি গৰজিলেও নৰজে। তাৰ আজি মানুহলৈ ভয় লাগে।

সি নিজেই ভাবিলে— পৰিমলৰ আত্মাই তাক শাও দিলে বাবেই আজিৰ এই অৱস্থা। সি বহু অপৰাধ কৰিছে, কিন্তু পৰিমলৰ সমান নিষ্ঠুৰ ক'তো হোৱা নাছিল। মধুমালিকাই যেন কাল হ'ল। তাইৰ বাবে সি পাগল হৈ পৰিছিল। ক্ষমতাই তাক পাগল কৰি তুলিছিল। তাৰ কথা অমান্য কৰোঁতাক সি বেত দিছিল! চমতাৰে কোবাইছিল। আজি তাৰ সেই ক্ষমতা আৰু নাই। শেষ হৈ গ'ল সকলো।

পৰিহৰেশ্বৰ দেৱালয়খন তাৰ ভোগৰ থলী আছিল। পূজাৰীক ভয় খুৱাই, ধন-সোণ দি সি উপভোগ কৰিছিল। দেৱদাসীবোৰ তাৰ সম্পত্তিলৈ পৰিণত হৈছিল। সেইবাবেই হয়তো পূজাৰীৰ সৈতে মন্দিৰৰ সকলো প্ৰকৃতিৰ গৰ্ভত লীন গ'ল। সি ভাবিলে— পৃথিৱীয়ে পাপৰ ভাৰ নসহিলে। শিৱ সনাতন জাগ্ৰত হৈ মন্দিৰৰ পাপৰ প্ৰায়শ্চিত্ত এইদৰেই কৰি গ'ল।

## পঁচিছ

তিনি দিনৰ দিনা যদিও শিৱপূজাভাগ কৰি দেৱতা পুনৰ জাগ্ৰত কৰাৰ সিদ্ধান্ত এটা হৈছিল; কিন্তু ঠাইখনৰ পৰিৱৰ্তন হৈয়ে থকাত দিন সলনি কৰিব লগাত পৰিল। এটা ডাঙৰ ঘটনা ঘটিল। পানীৰ মাজত ওলাই থকা শিৱ লিঙ্গভাগ কোনোবা এটা সময়ত তললৈ বহি গৈ পানীত বুৰ গ'ল। দুজনমান অতি বিশ্বাসী বা অন্ধবিশ্বাসীয়ে লিঙ্গভাগ ক'ৰবালৈ গুচি যোৱা বুলিয়েই ভাবিলে। তদুপৰি তললৈ বহি যোৱা ঠাইখনত পানী চপ্‌চপীয়া হৈ থকাত পূজা এভাগ কৰিবলৈ ঠাইৰো অভাৱ হ'ল। এই সকলো দিশ চালিজাৰি চাই বিজ্ঞসকলে কৃষ্ণা চতুৰ্দশী তিথিত পূজাভাগ ব্যাপককৈ পতাৰ সিদ্ধান্ত ল'লে।

অলপ দিনৰ পিছতে কৃষ্ণা-চতুৰ্দশী তিথি মিলিল। ৰাইজক জাননী দিয়া হ'ল। কল-মাহ, ফলমূল, দৈ-গুৰ যিয়ে যি পাৰে হাতত লৈ আহিবলৈ অনুৰোধ কৰা হ'ল। পূজাত মাহ-প্ৰসাদৰ লগতে ঘোটা তৈয়াৰ কৰা হ'ব। ভঙুৱাসকলে ভাং আৰু আহিলা-পাতি লগত লৈ আহিব লাগিব। দুই যোজনমান আঁতৰৰ গাঁও এখনত শৈৱ-শাক্ত ব্ৰাহ্মণ পূজাৰী কেইজনমান আছিল। তাৰ পৰাই দুজন পূজাৰী নিমন্ত্ৰণ কৰা হ'ল।

পৰিহৰেশ্বৰ দেৱালয়ত পূজা পৰিচালনা কৰা সহজ নহয়। নতুন পূজাৰী দুজনে কিছু ভয়ো খালে। তথাপি ৰাইজৰ নিৰ্দেশ মানি তেওঁলোক আহিল। পুৱা বেলাতে কেইবাহেজাৰো মানুহ পৰিহৰেশ্বৰত সমৱেত হ'লহি। হাতে হাতে লৈ অহা প্ৰসাদৰ পাহাৰ হ'ল। প্ৰাকৃতিক দুৰ্যোগত সৃষ্ট বিষাদ ভাবৰ ঠাইত এইবাৰ মানুহৰ মুখত হাঁহি দেখা গ'ল।

পূজাৰ থলীৰ বাবে সৰু দুচলীয়া ঘৰ এটা সাজি উলিওৱা হৈছিল। আচল শিৱ লিঙ্গটি উদ্ধাৰ কৰিব নোৱাৰি ভোট পৰ্বতৰ ফালৰ পৰা লিঙ্গাকৃতি শিল এটা বিচাৰি আনি, তাকেই প্ৰতীক ৰূপে লিঙ্গৰ মৰ্যাদা দিয়া হ'ল।

পূজাৰীয়ে শিৱ-স্তোত্ৰ পাঠেৰে লিঙ্গ প্ৰতিষ্ঠা কৰিলে। পূজাৰীয়ে উচ্চাৰণ কৰিলে— 'ওম নমো শিৱায়।' এই ধ্বনিত চৌদিশ কঁপি গ'ল। আয়তীসকলে উৰুলি ধ্বনিৰে

আকাশ মুখৰ কৰি তুলিলে।

এজন পূজাৰীয়ে কলাপাতত বন্তি প্ৰজ্বলন কৰি নৈবেদ্য আগবঢ়ালে।

আনজন পূজাৰীয়ে শুদ্ধাসনত বহি উচ্চাৰণ কৰিলে— 'ওম্ হৰায়ে নমঃ।' তাৰ পিছত লিঙ্গ স্পৰ্শ কৰি উচ্চাৰণ কৰিলে— 'ওঁ মহেশ্বৰায় নমঃ।' তাৰ পিছত ঘোষণা কৰিলে— 'ওঁ শূলপাণে সুপ্ৰতিষ্ঠিতা ভৱ'। লিঙ্গৰ ওপৰত আখৈ চাউল প্ৰমুখ্যে পুষ্পাদিৰ অঞ্জলি দি আবাহন কৰিলে— 'পিনাকধৃক্ ইহাগচ্ছ, ইহতিষ্ঠ, ইহসন্নিধেহি, সন্নিৰুধ্যস্ব অত্ৰাধিষ্ঠানাং কুৰ মম পূজা গৃহান...।'

এইদৰে পূজা আগবাঢ়ি গৈ থাকিল। এটা সময়ত শিৱৰ বিভিন্ন নাম উচ্চাৰণেৰে অঞ্জলি দিয়া হ'ল। অৱশেষত বম্ বম্ ভোলানাথ উচ্চাৰণৰ দ্বাৰা মূল পূজাৰ সামৰণি মৰাৰ পিছত আৰতি আৰম্ভ হ'ল।

আৰতি আৰম্ভ কৰিলে ৰম্ভাই।

তাই দেৱদাসী। বিগ্ৰহৰ ওচৰত নৃত্যৰে আৰতি কৰাৰ দায়িত্ব তাইৰ। পৰিহৰেশ্বৰৰ এই পূৰ্বপ্ৰচলিত ৰীতিত অকণো ব্যাঘাত নজন্মোৱাকৈ ৰম্ভাই নৃত্য আৰম্ভ কৰিলে। মন্দিৰৰ মৃদঙ্গবাদকৰ দলটোৰ কোনো ক্ষতি হোৱা নাছিল।

দুজনে মৃদঙ্গ বজালে আৰু লাস্যময় ভঙ্গিমাৰে নাচি গ'ল। বহুত মানুহে দেৱদাসী নৃত্য আগতে দেখা নাছিল। কিছুমানে দেৱদাসী নৃত্য অশ্লীল বুলি ভাবি আহিছিল। কিন্তু ৰম্ভাৰ নৃত্য দেখি সকলোৱে মানি ল'লে যে এই নৃত্যতো শালীনতাৰ অভাব নাই।

দেৱদাসী নৃত্য অশ্লীল নহয়, ই শিৱ মন্দিৰৰ পূজা-অৰ্চনা-বন্দনা মন্ত্ৰ। ৰম্ভাই যেন ইয়াক জনমানসত প্ৰতিষ্ঠা কৰি দিলে। ভূমিকম্পৰ পিছত ৰম্ভা বাচি থকাত, দেয়া পোৱা মানুহবোৰৰো তাইৰ প্ৰতি শ্ৰদ্ধা বাঢ়িল।

নৃত্য পৰিৱেশনৰ জৰিয়তে ৰম্ভাই মানুহৰ হৃদয় জয় কৰিলে। তাইৰ নৃত্য দেখি জাউৰিয়ে জাউৰিয়ে হাত চাপৰি পৰিল। ৰম্ভা কিন্তু আনন্দিত নহ'ল। তাই কান্দি পেলালে। আজি তাই সৰ্বহাৰা। হাত চাপৰিয়ে তাইৰ হেৰোৱা সম্পদ ঘূৰাই দিব নোৱাৰে। তাইৰ বাবে ধন-জন-জীৱন যৌৱন সকলো অসাৰ। সংসাৰৰ প্ৰতি তাইৰ কোনো মোহ নাই। নৰেশ্বৰইতৰ মৰমৰ মাজত তাই আজি জীৱিত। মৃত্যুৰ মুখৰ পৰা কেইটামান মানুহে তাইক ৰক্ষা কৰিছে। সেই মানুহকেইটাও তাইৰ বাবে ভগৱান সদৃশ। কিন্তু, তাইৰ আজি পৃথিৱীত কি প্ৰয়োজন!! কিহৰ বাবে তাইক জীয়াই তোলা হ'ল। আন দুজনী দেৱদাসীৰ লগতে তায়ো মাটিত পোত নগ'ল কিয়? পৰিহৰেশ্বৰ দেৱালয়ৰ তাইহে অৱশিষ্ট। দেৱালয়ৰ ভিতৰ চ'ৰাৰ কালিমা প্ৰকাশ কৰিবলৈকে তাইক সদাশিৱ বাবাই এৰি গৈছে নেকি!!

এইদৰে তাই চিন্তা কৰি থাকোঁতেই পূজাৰ সকলো কাৰ্যসূচীৰ সামৰণি পৰিল।

টালি-টোপোলা বান্ধি পূজাৰী দুজন যাবলৈ ওলাল। সিহঁতে টোপোলা এটাত অন্ন-বস্ত্র ফলাহাৰ আনি ৰম্ভাক দিলেহি।

'আই! এইয়া আপোনাৰ ভাগ।' —কম বয়সীয়া পূজাৰীজনে ক'লে।

'মোক ভাগ নালাগে।' —ৰম্ভাই ক'লে।

'নহয় আই! এইখিনি আপোনাৰ ভোজন সামগ্রী। ৰাইজে আগবঢ়োৱা বস্তু। এভাগ ল'ব পায়।'

'কিন্তু...।'

ইতিমধ্যে পূজাৰীয়ে যথাবৎ সেৱা-সৎকাৰেৰে উছৰ্গা কৰি আঁতৰি গ'ল। দুই-এজনে আলোচনা কৰি ক'লে— ৰম্ভাহে আচলতে পৰিহৰেশ্বৰৰ অধিকাৰিণী।' গতিকে এতিয়াৰ পৰা নতুন মন্দিৰ তেৱেঁই পৰিচালনা কৰা ভাল।

আলোচনাত ঠিক হ'ল যে ৰম্ভা নৰেশ্বৰহঁতৰ লগতে থাকিব। পুৱা তাৰ পৰা আহি মন্দিৰভাগ সাৰি-মচি শুদ্ধভাৱে বাবাৰ ওচৰত ধূপ-দীপ দিব আৰু অনাড়ম্বৰভাৱে আৰতি কৰিব। প্ৰতিটো কৃষ্ণ চতুৰ্দশীত বিধিগত শিৱপূজা পূজাৰীয়ে কৰিব। গএগ লোকে মন্দিৰলৈ আহোঁতে ফলমূলৰ প্ৰসাদৰ লগত শক্তি অনুসৰি আৰৈ চাউল আনিব। ৰাহি চাউলৰ গৰাকিনী ৰম্ভা হ'ব। নৰেশ্বৰহঁতৰ ফালৰ পৰা ৰম্ভাক সদায় ভৰণ-পোষণ দিয়া উচিত নহয়। ৰম্ভাক ৰাইজৰ দায়িত্বত ৰখা হ'ল। তাই এতিয়া ৰাইজৰ মানুহ।

নৰেশ্বৰৰ পিতাক হীৰেশ্বৰে ক'লে— 'মইনো ভনী এজনীক খুৱাব নোৱাৰিমনে? ৰাইজে যে এইদৰে চাউল-পাতৰ ব্যৱস্থা কৰিছে?'

ৰাইজে হীৰেশ্বৰক বুজনি দিলে। মন্দিৰৰ সকলো দ্ৰব্যৰ ওপৰৰ ৰম্ভাৰ কৰ্তৃত্ব থাকিব। তেওঁ যি ভাল দেখে সেয়ে কৰিব। ৰম্ভাই আজিহে সাধাৰণ মানুহৰ পৰিচয় পালে। ইমান দিনে উত্তম চন্দ্ৰহঁতকহে দেখি আহিছিল।... অবলা, অসহায় নাৰীক ভোগৰ সামগ্ৰীত পৰিণত কৰা সেই ক্ষমতাৱান মানুহবোৰৰ বহুত ওপৰত হীৰেশ্বৰ-নৰেশ্বৰহঁতৰ নিচিনা সাধাৰণ মানুহবোৰ।

## ছাব্বিছ

ঠাইখনক থলুৱা ৰাইজে নাম ৰাখিলে ডুবি। পৰিহৰেশ্বৰ নামটোৰ লগতে ডুবি দেৱালয় নামটোও মুখে মুখে চলি গ'ল। ভুঁইকঁপত ডুবি যোৱা দুৰ্বলগিৰি পাহাৰটোৰ নাম তল পৰিল। সৰু পাহাৰ থকা ঠাইখন এতিয়া বিশাল জলাশয়ত পৰিণত হৈ পৰিল।

খেৰ-বাঁহেৰে নিৰ্মাণ কৰা নতুন মন্দিৰৰ চালিখনৰ তলতে ৰত্নাই প্ৰতিদিনে শিবপূজা কৰি গ'ল। কেতিয়াবা দুই-এজন ভক্ত আহে। গাঁৱৰ মানুহ আহ-যাহো সেৰেঙা হৈ পৰিল। দুই-এজনে আহি মন্দিৰত দুই এচিলিম ভাং টানে আৰু ঘৰাঘৰি যায়। শৰাই দিবলৈ অহা মানুহ নাই বুলিব পাৰি। প্ৰতি কৃষ্ণ চতুৰ্দশীত পতা পূজাভাগো অনাড়ম্বৰ হৈ পৰিল। মন্দিৰৰ এতিয়া কোনো অৰ্থ-সম্পদ নাই? চাওঁতা-চিতোঁতা বিষয়ববীয়াও নাই। কেৱল ৰত্নাই মন্দিৰত সেৱা জনাই আছে যদিও আগৰ উৎসাহ-উদ্দীপনা নাই।

নৰেশ্বৰহঁতৰ আশ্ৰয়ত তাই এতিয়াও আছে। মন্দিৰৰ উপাৰ্জনৰ পৰা তাই চলিব নোৱাৰে। বন্তিগছিৰ বাবে লগা সৰিয়হৰ তেল কিনিবলৈকে পইচা নোলায়। মানুহক খুজি-মেলি চলাব লাগে। নৰেশ্বৰহঁতো সাধাৰণ কৃষক। উপাৰ্জন সিহঁতৰো সীমিত।

ৰত্নাই নৰেশ্বৰহঁতক অকণো বিব্ৰত নকৰে। একো নোখোজে। দুবেলাৰ ভাত পালে খায়, নাপালেও নাই। জীৱন ধাৰণৰ বাবে দিনটোত কল-কন এটা পৰিলেই তাইৰ চলি যায়। ৰত্নাৰ বয়স বহুত হোৱা নাই যদিও তাই বয়সতকৈ বুঢ়ী। তাতোকৈ দুৰ্বলী। নাখায় নাখায়েই তাই শুকাই গৈছে।

পৰিহৰেশ্বৰলৈ এতিয়া কোনো ধৰ্মযাত্ৰী নাহে। আহিলেও পৰিহৰেশ্বৰৰ অৱস্থা দেখি হয়তো তাত নৰৈ গুচি যায়। বাবা, সন্ন্যাসী এইবোৰো একোজন ভণ্ড তীৰ্থযাত্ৰীবুলি তাইৰ ধাৰণা। জীৱনৰ কৰ্ম কৰিবলৈ ভয় কৰা এচাম লোক সাধু-সন্ন্যাসী হয়। এতিয়া তাইৰ এয়ে ধাৰণা।

ডুবি ৰূপে খ্যাত হোৱা পৰিহৰেশ্বৰ দেৱালয়ৰ প্ৰতি দেশৰ ৰজা, বিষয়া কাৰো ভাবিবলৈ সময় নাই। ইফালে দেশত ৰজা সলনি হৈছে। নতুন ৰাজ প্ৰতিষ্ঠা হৈছে। পূৰ্বৰ ৰাজবিষয়াৰ ঠাইত নতুন বিষয়া ৰজাই ন-কৈ পাতিছে। কিন্তু ৰাজত্বৰোৰৰ স্থায়িত্ব একেবাৰে নোহোৱা হৈ পৰিছে। শুনা মতে নতুন প্ৰাগ্‌জ্যোতিষপুৰৰ পৰা ৰাজধানী উঠাই নিয়া হৈছে। আগতে ডুবিৰ পূবফালে ৰাজধানী আছিল বুলি ৰত্নাই

জানে। এতিয়া কোন ঠাইত ৰজা থাকিবলৈ লৈছে, তাই গম পোৱা নাই। পায়ো লাভ নাই। ৰজাবিলাক বোলে অতি দুৰ্বল। ধৰ্মপালৰ পিছত শক্তিবান ৰজা নাইকিয়া হৈ পৰিছে। এনে কথাবোৰ ৰম্ভাই চৰ্চা কৰিবলৈ এৰি দিছে। পৰিহৰেশ্বৰৰ মন্দিৰভাগ ভালকৈ সজাব পৰা হ'লে ভাল আছিল। এনে চিন্তাৰ মাজতে এদিন তাই এটা সপোন দেখা পালে। সপোনত শিৱই তাইক দেখা দি কৈছে— 'ৰম্ভা! তই আৰু মন্দিৰ সজাৰ কথা ভাবিব নালাগে। এই ঠাইত মই লিঙ্গ ৰূপে আছো পূৰ্বৰে পৰা। মন্দিৰৰ পাপৰ ফলত মই মাটিৰ তললৈ গুচি গৈছোঁ। বহু বছৰৰ পিছত মোৰ পুনৰাবিৰ্ভাব হ'ব, তেতিয়াহে আচল মন্দিৰ সজাব লাগিব। বৰ্তমান পাথৰৰ লিঙ্গত মই অৱস্থান কৰা নাই। তদুপৰি তোৰ মুক্তি আসন্ন। তই আৰু বেছিদিন পৃথিৱীত নাথাক। তোৰ চৰম প্ৰাপ্তি ঘটিব।'

সপোনৰ পৰা সাৰ পাই ৰম্ভা মৰ্মাহত হ'ল। মন্দিৰ তেন্তে নহ'ব। কিন্তু শিৱ দৰ্শন হোৱাত তাই তৃপ্তিও লাভ কৰিলে। সপোনটোৱে ৰম্ভাৰ মনত যথেষ্ট প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। তাই নানা চিন্তা কৰি আগতকৈও শুকাই-খীণাই গ'ল। কোনো বস্তুৰ সোৱাদ মুখত নলগা হ'ল। অৰুচি ভাব এটাই ৰম্ভাৰ স্বাস্থ্যহানিত ইন্ধন যোগালে।

তাইৰ স্বাস্থ্য অত্যন্ত বেয়া হোৱাত নৰেশ্বৰইতে এজন কবিৰাজৰ পৰা ঔষধ আনিও খুৱালে। পথ্য তৈয়াৰ কৰি দিলে। কিন্তু ৰম্ভাৰ কোনো পৰিৱৰ্তন নহ'ল। তথাপি তাই মন্দিৰৰ বন্তি গছি নিয়মীয়াকৈ জ্বলাই আছিল।

এদিন পুৱা বহুত পৰলৈকে ৰম্ভা শুই নুঠিল। নৰেশ্বৰৰ মাকে কথাটো ধৰিব পাৰি দুৱাৰ হেঁচুকি ভিতৰলৈ সোমাই গ'ল। পাটীত পৰি ৰম্ভাই ধৰফৰাই আছে। মূৰত হাত দি চালত তমোময় জ্বৰ ধৰা পৰিল। ইফালে মানুহজনী প্ৰায় অজ্ঞান। হীৰেশ্বৰে কথাটো বিষম ভাবি গাঁৱৰে বয়সিয়াল বৈদ্য এজনক নিজেই গৈ মাতি আনিলে।

বৈদ্যজনে ৰম্ভাক চাই-চিতি ক'লে— 'জ্বৰ সন্নিপাত। মানুহজনী বচাৰ আশা নাই! দুদিন-এদিন। তথাপি দৰব দিওঁ। ভগৱানে কিজানি চকু মেলি চায়েই!'

বৈদ্যই দৰব দি ঘৰ গৈ পালেগৈ নে নাপালে, তেনেতে ৰম্ভাই চিৰকাললৈ চকু মুদিলে। ৰম্ভাৰ কোনোবা আছিল নে নাই কোনেও নাজানে। গতিকে, ৰাইজৰ আদেশত নৰেশ্বৰেই তাইৰ মুখাগ্নি কৰিলে। নিয়ম অনুসৰি নৰেশ্বৰৰ দেউতাক হীৰেশ্বৰে ৰম্ভাৰ শ্ৰাদ্ধাদি নিজৰ ঘৰতে অনুষ্ঠিত কৰিলে। গাঁৱৰ মানুহেও মুকলি মনেৰে ভাগ ল'লে। ক'ৰ ছোৱালী ৰম্ভা! এজনী নৰ্তকী, মন্দিৰৰ দেৱদাসীৰ বাদে তাইৰ আন চিনাকি নাই।...

ৰম্ভাৰ শ্ৰাদ্ধ শেষ হোৱাৰ দিনাই পৰিহৰেশ্বৰতো এটা অঘটন ঘটিল। এটা যেন অলৌকিক কাণ্ড! পৰিহৰেশ্বৰ মন্দিৰৰ খেৰী ঘৰটো বতাহ-ধুমুহা-বৃষ্টি একো নোহোৱাকৈয়ে ভাগি পৰিল। ৰম্ভাৰ মৃত্যুৰ পিছত মন্দিৰত কোনেও বন্তি দিয়াগৈ নাছিল। ৰম্ভাৰ লগে লগে মন্দিৰৰ দেৱতাই যেন বিদায় লৈ ক'ৰবলৈ গতি কৰিলে। ৰম্ভাৰ বিদায়ত এটা যুগৰ যেন অৱসান ঘটিল।

সঁচাকৈয়ে এটা যুগৰ অৱসান ঘটিল।

# এক

পৰিহৰেশ্বৰ।

পৰিহৰেশ্বৰৰ অতীত কাহিনী অঞ্চলটোৰ মানুহে পাহৰি গ'ল। প্ৰাকৃতিক আৰু অৰ্থনৈতিক সংগ্ৰামত জড়িত জনসাধাৰণে অতীত-ভৱিষ্যৎ সম্পৰ্কে মূৰ ঘমাবলৈ সময় পায় ক'ত! বৰ্তমানৰ লগত যুঁজ কৰোঁতেই সময় যায়।

অঞ্চলটোত মাছ-পুঠি, গাখীৰ উভৈনদী। নৈ-জান-ডোঙা-খাল সকলোতে মাছৰ খলক। সৰু সৰু মাছ। পুঠি-খলিহনা, মোৱা-দৰিকণা, গৰৈ-কাৱৈ, মাগুৰ-শিঙি আদি অনেক মাছ। জকাইখন বালে বা জুলুকিটো মাৰিলেই এসাঁজৰ জোখাৰে মাছ নৈ বিলত পোৱা যায়। মানুহে ধৰি খাই শেষ কৰিব নোৱাৰে। ভুটীয়া পাহাৰৰ পৰা বৈ অহা শিলনীৰে ভৰা নৈবোৰত শিলঘৰীয়া মাছ জাকে জাকে অহা-যোৱা কৰে। এইবিধ মাছৰ জুতি বেলেগ। বৌ মাছৰ লগত কিছু মিল আছে। অঞ্চলটোৰ ভাঙোন, এলেং, পাভ আদি মাছো বৰ তেলেতীয়া।

অঞ্চলটোত মাছ নোখোৱা মানুহ নাই। প্ৰতিদিনৰ খাদ্যত মাছ থাকেই। মাছৰ লগত জুতি লগাই ৰান্ধিবলৈ লাই, লফা, পালেং, চুকা, ধনীয়া আদি শাক-পাতৰ লগতে বাৰীয়ে বাৰীয়ে বিলাহী, কণ বিলাহী আদিৰো অভাব নাই। বাৰীৰ পিছফালৰ হাবি-জাৰণিত ঔটেঙা, টেঁপৰ টেঙা, তেঁতেলী, থেকেৰা আদি গছৰ পৰা মনত লাগি যোৱা টেঙা আহৰণ কৰিব পাৰি। সেইবাবে মানুহৰ মুখে মুখে চলি আহিছে— 'বুঢ়া বৰালি পকা তেঁতেলী।' জীয়নীয়া মাছত ঔটেঙা নাইবা নেমু টেঙা দি উপাদেয় মাছৰ জোল ৰান্ধি খোৱাটো ৰাইজৰ বৈশিষ্ট্য।

অঞ্চলটোত শাক-পাতৰো অভাব নাই। সকলো বস্তুৱেই পোৱা যায়। মাহ-সৰিয়হ, আহু-শালি সকলো খেতিয়েই হয়। কিন্তু, তাৰ মাজতে আছে কিছুমান বিপদ। আছে কিছুমান দুৰ্যোগ।

কিছুমান প্ৰাকৃতিক দুৰ্যোগ।

খৰাং বতৰ। দেহা ডেই-পুৰি যোৱা ৰ'দ, শুকান বতাহ। ছিৰাল ফটা পথাৰ। খেতিৰ দিনত এনে বতৰ হ'লে মানুহৰ ভাতমুঠিৰ বিপদ হয়। মাছ-পুঠি, শাক-পাত সকলো কমি যায়।

কোনোবা বছৰ অতিপাত শীত। ঠেৰেঙা লগা জাৰত মানুহবোৰ কোঙা হৈ পৰে। বাৰীত শাক-পাত কমি যায়। মুজুৰা লাগে। মানুহৰ কাম কৰাৰ হাবিয়াসো কমি যায়। মাহ-সৰিয়হৰ উৎপাদন কমি যায়। আনকি অঞ্চলটোৰ কপাহৰ গছত কপাহৰ থুলাবিলাক ভালদৰে বিকশিত নহয়। তদুপৰি এৰী পলু, মুগা পলু, পাট-পলু আদিতো বতৰৰ প্ৰভাৱ পৰে। বহুত পলু জলমত পৰে।

মানুহবোৰৰ উৎসাহ-উদ্দীপনা কমি যায়।

এইদৰে বছৰৰ পিছত বছৰ অঞ্চলটোক গ্ৰাস কৰি পেলাইছে কিছুমান প্ৰাকৃতিক দুৰ্যোগে। এটাৰ পিছত এটাকৈ আহি থকা এই প্ৰাকৃতিক দুৰ্যোগবোৰে বাসিন্দাসকলক নিশকতীয়া কৰি পেলাইছে।

কোনো এটা বছৰত প্ৰবল বানপানীয়ে খেতিপথাৰ ধুই পেলাইছে! ঘৰ-বাৰী নাশ কৰিছে। ইটোৰ পিছত সিটোকৈ আহি থকা বানপানীত কেতিয়াবা জীৱ-জন্তু আৰু দুই এটা মানুহো উটি গৈছে। ঘাঁহ-বনবোৰ পানীৰ তলত গেলি-পচি যোৱাত জন্তুৰ খাদ্য হিচাপে কলপাত, বাঁহপাত, আম-কঁঠালৰ পাত কাটি খুওৱাৰ ফলত এই গছবোৰো লঠৰা হৈ পৰিছে। ইফালে বেমাৰ-আজাৰত মানুহ-জন্তু সকলো আক্ৰান্ত হৈ পৰিছে। কেৱল এখন গাঁৱতে নহয়, গাঁৱৰ পিছত গাঁও উছন হওঁ হওঁ।

আকৌ বতাহ-ধুমুহাৰ তাণ্ডৱতা। গছ-গছনি ঘৰ-দুৱাৰ ভাঙি অভিশপ্ত কৰি তুলিছে মানুহবোৰক। ঘৰ নিৰ্মাণ কৰিবলৈ ইকৰা-বৰতাৰ অভাৱ হৈ পৰিছে। বানপানীয়ে লেটিয়াই পেলোৱাত উলু-বৰতাবোৰ গেলি গৈছে। ইকৰাবোৰো নষ্ট হৈছে। অৱশ্যে ঘৰৰ বেৰ দিবলৈ বাঁহৰ অভাৱ হোৱা নাই। অভাৱ খেৰৰ। তথাপি, ভোট পৰ্বতৰ নামনিৰ অৰণ্যৰ পৰা বহু লোকে জেঙু নামৰ এবিধ গছৰ পাত সংগ্ৰহ কৰি আনিছে। এইবোৰ গছৰ পাত বহল বাবে টকৌ পাতেৰে জাপি সজাৰ দৰে ঘৰৰ চালত দুজাপনিকৈ মেলি দি ঘৰ চাইছে। বাঁহৰ গাধৈ কৰি বেৰ দিয়াটো পৰম্পৰাগত নিয়ম। ঘন ঘনকৈ কামিবোৰ যোৰ যোৰকৈ বান্ধি গ'লে বেৰবোৰ দীৰ্ঘস্থায়ী হয়। অঞ্চলটোত বেতৰো অভাৱ নাই।

এই বছৰবোৰত আৰু এটা ডাঙৰ বিপদ ঘটিছে মানুহবোৰৰ। বছৰে বছৰে অহা ঘন ঘন ভূঁইকঁপ। এনে ভূমিকম্পত কেবাবাৰো পথাৰ, ঘৰৰ মজিয়া, বাট-পথ ফাটি চিৰাচিৰ হৈছে। ইয়াৰ ফলত মানুহৰ ভয়-সংশয় বাঢ়ি গৈ আছে। কেতিয়া কি হয় কোনেও নাজানে।

এনে দুৰ্যোগবোৰে কেইবাশ বছৰৰ আগৰ ঘটনালৈ মনত পেলাই দিয়ে। কি ডাঙৰ দুৰ্যোগ... ধুমুহা-বতাহ-ভূমিকম্প। গাঁওবোৰ প্ৰায় উছন হৈ গৈছিল। শস্য-মৎস্যৰ বিনাশ ঘটিছিল। আকাল হৈছিল।

সেই ভূমিকম্পৰ ফলতে নৈ পোত গৈ পথাৰ হৈছিল। নৈয়ে গতি সলাইছিল। ক'ৰবাত ক'ৰবাত পৰ্বত বহি গৈ হ্ৰদ-বিল হৈছিল। তেনে পৰ্বত বহি যোৱাৰ ঘটনা এটা এই অঞ্চলতো ঘটিছিল।

এই ঠাইখনত দুৰ্বলগিৰি নামৰ সৰু পৰ্বত আছিল। পৰ্বত নুবুলি, পাহাৰ নুবুলি— এটা ডাঙৰ টিলাও বুলিব পাৰি। এই টিলাৰ কাষতে আছিল এটি প্ৰাচীন শিৱ মন্দিৰ। নাম আছিল পৰিহৰেশ্বৰ শিৱ মন্দিৰ। কিন্তু, সেই ঠাইৰ খেৰ-বাঁহৰ ঘৰ এটিৰ বাদে কোনো মন্দিৰ, পৰ্বত কোনো লোকেই দেখা নাছিল। দেখিছিল খেৰ-বাঁহৰ ঘৰটোত এটা শিৱ-লিঙ্গ আছিল আৰু ভক্তসকলে নিজেই তাত শ্ৰদ্ধাৰ্ঘ্য নিবেদন কৰি গৈছিল। কোনো নিৰ্দ্দিষ্ট পূজাৰীও নাছিল। গাঁৱৰ ৰাইজে পাতি দিয়া কোনো এজন লোকে সেই মন্দিৰ চোৱা-চিতা কৰিছিল।

মন্দিৰৰ গাতে লাগি থকা জাৰণিখন এখন সৰু বিলৰ দৰে পিটনি। দুৰ্বলগিৰি পৰ্বতটো বোলে তাতেই আছিল। গাঁৱৰ মানুহৰ মুখত যুগে যুগে চলি অহা কথা-বতৰাত মন্দিৰৰ মহিমাৰ লগতে পৰ্বতটোও প্ৰাকৃতিক দুৰ্যোগত বহি গৈ বিলত পৰিণত হোৱাৰ কাহিনী আছে।

ঠাইখন তেতিয়া তৰা, পাটীদৈ, বৰতা, বিৰিণা আৰু এহাতে এডৰা কেতেকী ফুলৰ গছৰে পৰিপূৰ্ণ আছিল। বসন্ত কালত কেতেকী ফুলবোৰে পক ধৰাত ঠাইখন আমোলমোলাই গৈছিল। মানুহে সেই কেতেকী ফুল আনিবলৈ কেতিয়াও ঝাৰখনত সোমোৱা নাছিল। কেতেকীডৰাৰ বাবেই সেই ঠাইত নানা ধৰণৰ সৰ্পৰ বাস। কেইটামান ডাঙৰ অজগৰো থকা বুলি সকলোৱে কয়। সৰু-সুৰা ছাগলী, হাঁহ-পাৰ আদি হাবিখনৰ কাষলৈ গ'লে ঘূৰি আহিব নোৱাৰিছিল। মানুহৰ বিশ্বাস যে অজগৰবোৰে সেইবোৰ গিলি পেলাইছিল। আন সৰ্পৰ ভিতৰত চকৰী ফেঁটী, মাটি ফেঁটী, মোচৰা গোম, জালপহীয়া আদি প্ৰকাৰৰ সৰ্প যোৰাই-যোৰাই আহ-যাহ কৰা দেখা যায়। সৰু-সুৰা বিভিন্ন প্ৰজাতিৰ সৰ্পৰ লেখ-জোখ নাই।

এই জয়াল ঝাৰণিখন এইবোৰ কাৰণতে মানুহৰ ত্ৰাসৰ কাৰণ। মন্দিৰৰ লিঙ্গৰ ওচৰলৈ মানুহে ভয়ে ভয়ে গ'লেও ঝাৰণিখনলৈ কোনো কাৰণতে নগৈছিল। সেই ঠাইত মাজে-সময়ে দুই-এজনে গড় যোৱা সাপৰ দবৰা-দৰ্বাৰিও দেখা পাইছিল। বিভিন্ন প্ৰজাতিৰ সৰ্পৰ ভিতৰত ফেঁটী সাপক তেনে সময়ত বৰ দুৰ্দান্ত বুলি ভবা হয়। সৰ্পযুগলে দুই-তিনি দিন একে ঠাইতে উভয়ৰে গাত মেৰ খাই বগৰা-বগৰি কৰি থাকে। এনে দৃশ্য বোলে দেখা বেয়া। যি দেখে তেওঁৰ অমঙ্গল হয়। মঙ্গলৰ কাৰণে মনসা পূজা কৰিব লাগে। নোৱাৰিলে সেই ঘটনা চলি থাকোঁতে কিছু দূৰত মাটিৰ চাকি জ্বলাই সেৱা-প্ৰণাম কৰিব লাগে। নাইবা উপযুক্ত অৱস্থাত গাৰ-কাপোৰ এখন দিব লাগে। সেই কাপোৰ যদি সৰ্পই গ্ৰহণ কৰি পিছত এৰি থৈ যায়, তেতিয়া কাপোৰখন আনি জপা বা পেৰাত ভৰাই থ'লে ধন-ধান বৃদ্ধি হৈ মানুহঘৰ সকলো ফালে সমৃদ্ধ হৈ উঠে।

*এনেধৰণৰ অনেক জনবিশ্বাস আছে। কেতেকী ফুলডৰাৰো কাহিনী আছে। এবাৰ* এগৰাকী সৰগৰ অপ্সৰা শিৱৰ দ্বাৰা শাপভ্ৰষ্ট হৈ সেই ঝাৰণিখনত কেতেকী ফুল হৈ

নিজৰ সুবাস বিলাই আছিল। তেওঁ বোলে উৰ্বশী অপ্সৰা আছিল। উৰ্বশী শাপমুক্ত হৈ স্বৰ্গলৈ উভতি গ'ল। কিন্তু তেওঁৰ স্মৃতি কেতেকীডৰাত সুৰভিত হৈ থাকিল।

ঝাৰণিখনলৈ মানুহে আন কিছুমান কাৰণতো ভয় কৰিছিল। সৰ্প আৰু অন্যান্য জীৱকুলৰ বাহিৰেও ঠাইখনত বহুতো ভূত-প্ৰেত আছে। পূৰ্বতে মন্দিৰৰ চৌহদত মৃত্যুবৰণ কৰা পূজাৰী, সন্ন্যাসী, দেৱদাসী আদিবোৰ ভূতনাথ শিৱৰ ওচৰত ভূত হৈ বাস কৰে। ইয়াৰ অতৃপ্ত আত্মাবোৰে মানুহক দিগদাৰ কৰে। পুৱতিনিশা ভূত-প্ৰেতৰ আহ-যাহ অতি বেছি। সেইবাবে দোকমোকালিতে সেইফালে মানুহ নাযায়। দুপৰীয়াও নাযায়। সন্ধিয়া আন্ধাৰত বহুতে ভূত-প্ৰেতক লগো পাইছে হেনো। সন্ধিয়াৰ চাকি পোহৰতে জ্বলাই থৈ আহে। আন্ধাৰ হ'লে ঠাইখন নিৰ্জনতাই গ্ৰাস কৰি ধৰে। বৰ জয়াল হৈ পৰে। সেই সময়ত কেইজনীমান ভুতুনীয়ে জুনুকা পিন্ধি নাচ-বাগ কৰা বহুতে বোলে দেখিছেও। কোনোবাই পূজাৰীয়ে মন্ত্ৰ পঢ়াও শুনিছে। এনেধৰণৰ প্ৰচাৰে শিৱ মন্দিৰৰ চৌহদলৈ যাবলৈ কাকো সাহস নিদিয়ে।

এইদৰে কিছু বছৰ পাৰ হৈ গ'ল। মন্দিৰৰ পৰা ৰিং এটাৰ দূৰত অঞ্চলটোৰ আতাইতকৈ বুঢ়া মানুহজনৰ ঘৰ। তেওঁৰ বয়স এশ পাৰ হৈ গৈছে। মানুহজনৰ নামটো কাৰো মনত নাই। সকলোৱে আতা বুলি সম্বোধন কৰে। এইজন মানুহৰ চকুৰ আগতে পৰিহৰেশ্বৰৰ বহুত উত্থান-পতন ঘটি গৈছে। অঞ্চলটোৰ বহুত অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক ঘটনা তেওঁ দেখি আহিছে। এইবোৰক লৈ তেওঁ নিজৰ মনোজগতত চিন্তাও কৰে। অঞ্চলটো পুনৰ থন্ ধৰি উঠাৰ কামনাও তেওঁ কৰে।

গাঁৱৰ ডেকা-বুঢ়াৰ আগত এইবোৰ কথা মাজে-সময়ে কয়। কিন্তু, কোনোজনেই গুৰুত্ব প্ৰদান নকৰে। ঘৰ-সংসাৰ লৈয়ে সকলো ব্যস্ত। অৱশ্যে বুঢ়াজনৰ দিহা-পৰামৰ্শ সকলোৱে বৰ দৰকাৰী আৰু বিশ্বাসযোগ্যও। তেওঁ যি কয়, সেয়ে হয়। ডেকাসকলে বুঢ়াক কালিকা লগা মানুহ বুলি বিশ্বাস কৰে। বাটেদি যোৱাসকলে তেওঁক আতা বুলি মাত লগাই গ'লে কাৰ্যসিদ্ধি হয় বুলি ভাবে। বুঢ়াই না ক'লে হেনো নহয়েই।...

এই বুঢ়া আতাই এদিন মানুহ পঠিয়াই এটা নিৰ্দিষ্ট সময়ত ওচৰ-চুবুৰীয়া আৰু আশে-পাশে থকা কেইবাখনো গাঁৱৰ মানুহক নিজৰ চোতাললৈ মতাই আনিলে। আতাই এনেকৈ মতাৰ কাৰণ কোনেও নাজানে। সকলোৱে ভাবিলে— আতাৰ যাবৰ দিন পৰিলহি নেকি।

কিন্তু নহয়। মানুহবোৰ গোট খোৱাৰ পিছত অতি উচ্ছ্বাসেৰে আতাই মানুহবোৰক এটা বেলেগ কথাহে ক'লে।

'শুনাহক, শুনা! সকলোৱে মন দি শুনা...'

মানুহবিলাকে বুঢ়াক চাৰিওফালে বেৰি ধৰিলে। সকলোৱে শুনিবলৈ আৰু জানিবলৈ উৎসুক হৈ পৰিল— 'কওক আতা, কওক, আমি শুনিবলৈ সাজু।'

আতাই মানুহবোৰলৈ এবাৰ চালে। কেইবাখনো গাঁৱৰ পৰা মানুহ আহি গোট খাইছে। চোতালত পো-বোৱাৰীহঁতে ডাঙৰ পাটী-ঢাৰি, কঁঠ, বাঁহৰ সৰু ঢাৰি পাৰি দিয়াত মানুহবিলাক তাতে বহি লৈছে। ডেকা-ল'ৰা কিছুমান থিয় দিয়ো আছে।

আতাই ক'লে— 'মই এটা সপোন দেখিছোঁ। বৰ ডাঙৰ সপোন। এদিন নহয়, একেৰাহে দুদিন। একেটা সপোনকে দেখিয়েই আছোঁ।'

মানুহবিলাকে বুঢ়াৰ মুখলৈ তধা লাগি চালে।

'প্ৰথমদিনাৰ সপোনটো মই কাকো নোকোৱাত যোৱাৰাতি তেওঁক দেখিলোঁ।'

'কাক, আতা?'

'সেই সন্ন্যাসী বাবাজনক। তেওঁ আহি মোক গালি পাৰি গ'ল। মই বোলে সপোনটো কাকো নকৈ বেয়া কাম কৰিছোঁ। কথাবোৰ বোলে বাবা ভোলানাথেহে কোৱাইছে। সেইবাবে আজি তোমালোকৰ সকলোকে মাতি আনি প্ৰথমদিনাৰ সপোনটো ক'ব খুজিছো।'

'প্ৰথমদিনাৰ সপোনত মই ক'ৰবালৈ গৈ আছিলো। বাটতে সেই সন্ন্যাসী বাবাই মোক আগচি ধৰিলে। তাৰ পিছত মোক এখন ঠাইলৈ লৈ গ'ল। ঠাইখন আমাৰ গাঁৱৰ পৰা অলপ দূৰৰ সেই যে বাঁহ-খেৰৰ ঘৰটোত শিব লিঙ্গ আছে, সেইখন। কাষতে থকা ঝাৰণিখন দেখুৱাই ক'লে, বোলে ইয়াতে মহাদেৱৰ আচল লিঙ্গ পোত খাই আছে। পৰ্বত এটা আছিল, ভূঁইকঁপত তললৈ বহি গ'ল। কিন্তু লিঙ্গ থকা ঠাইখন তেনেকৈ বহি যোৱা নাই। সাত-আঁঠ হাত দ পানীত পোত গৈ আছে। বহু যুগ ধৰি এনেকৈ থকাত মহাদেৱে কষ্ট পাইছে। তুমি লাইজক কৈ উদ্ধাৰ কৰা।'

'মই তেতিয়া ক'লো— ইমান জয়াল ঠাই, নানা সৰ্পৰ বাসস্থান কেনেকৈ মানুহ নামিব! সন্ন্যাসীয়ে ক'লে— পাৰিব পাৰিব, ৰাইজে নোৱৰা কাম নাই। মহাদেৱে কৈছে যেতিয়া কোনো ভয় নাই।'

'মই চিন্তা কৰিবলৈ লওঁতেই মহাদেৱৰো আবিৰ্ভাব ঘটিল। জটাধাৰী ছাই নৰণৰ থূলন্তৰ সেই মূৰ্তিৰ ডিঙিত মেৰাই থকা এটি বিশাল নাগ। হাতত ডম্বৰু, পিন্ধনত বাঘ ছাল। সেই মূৰ্তি দেখি মই অকণো ভয় নাখালোঁ। চৰণত দীঘল দি পৰি সেহাই সেহাই ক'লোঁ, 'আদেশ কৰক প্ৰভু!'

'প্ৰভুৱে আদেশ কৰিলে— ভয় নকৰিবি, মই ভূত-প্ৰেত, সৰ্প সকলোকে আঁতৰাই নিম। এমাহৰ পিছত ঠাইখনত পানী শুকাই যাব। তইঁতে দৰকাৰ মতে খেৰা-পাটীদে কাটি ঠাইখন মুকলি কৰি ল'বি। তাৰ পিছত লাহে লাহে কোৰেৰে খান্দিলেই পুৰণি মন্দিৰৰ দুই-এটা শিলাখণ্ড পাবি আৰু তাৰ মাজতে মই অক্ষত হৈ আছোঁ, সহজে উদ্ধাৰ কৰিব পাৰিবি। তাৰ পিছত শিৱ অন্তৰ্ধান হ'ল। আহিল আকৌ সন্ন্যাসী, তেওঁ ক'লে— এমাহৰ পিছত শিৱ চতুৰ্দশী, সেইদিনাই এই ঠাইত ৰাইজ গোটাই এভাগ

ভোগৰ আয়োজন কৰিবা। তুমি নিৰ্দেশ দিলে ৰাইজে সকলো কৰিব। ভোগ দিনতে পাতিবা। খাই-বৈ জাৰণিত নামিবা, সন্ধিয়ালৈ লিঙ্গ উদ্ধাৰ হ'ব। তাৰ পিছত সন্ন্যাসীৰো অন্তৰ্ধান ঘটিল।

'পিছদিনা অৰ্থাৎ কালি গোটেই দিনটো সপোনটোৰ কথাকে চিন্তা কৰি থাকিলোঁ। কাকো কোৱা নহ'ল। যোৱাৰাতি আকৌ সন্ন্যাসীয়ে দেখা দি কামটো কৰিবলৈ আৰু ৰাইজক ক'বলৈ নিৰ্দেশ দিলে।

'ৰাইজক আজি ক'লো। আপোনালোকে আলোচনা কৰি কিবা এটা কৰক।'

সকলোৱে ক'লে— আতাৰ সপোনত খুঁত নাই। মহাদেৱেই তেনেকৈ কোৱা ইছে। আমি সেইমতেই কামখিনি কৰা উচিত। এইদৰে আলোচনা দীঘলীয়া নকৰি শিৱ চতুদৰ্শীৰ দিনাই ভোগ দিবলৈ হ'ল। ভোগৰ সামগ্ৰী ৰাইজেই গোটাব। ভোগ ৰন্ধাত আতা হ'ব গুৰিয়াল। গাঁৱৰ বছা-বছা কেইজনমানে সহায় কৰিব।

সেই মতেই ৰাইজ আগবাঢ়িল। চতুদৰ্শীৰ দিন চাপি আহিল।

সেইদিনা শিৱ চতুৰ্দশী অৰ্থাৎ শিৱ ৰাত্ৰি। শিৱ মন্দিৰ, শিৱস্থানবিলাকত আড়ম্বৰপূৰ্ণভাৱে শিৱ পূজা অনুষ্ঠিত হ'ব। কোনো কোনো শিৱস্থানত ডাণ্ডৱ আয়োজন চলিছে। সন্ন্যাসীসকলে মন্ত্ৰ উচ্চাৰণ কৰি আৰু ভাং খাই বিভোৰ হৈছে। এই ঠাইলৈ কোনো সন্ন্যাসী অহা নাই আৰু কেতিয়াবা অহাও দেখা নাই। কিন্তু হাজাৰ হাজাৰ ৰাইজৰ বাবে ভোগ ৰান্ধি শেষ কৰিবৰ সময়তে হঠাতে এজন সন্ন্যাসী আহি ওলালহি। উপস্থিতসকল অবাক হৈ পৰিল।

আতাই দেখিলে— ৰাতি সপোনত দেখা দিয়া সন্ন্যাসীজন সাইলাখ নহ'লেও, বহু কথাত মিল আছে। সন্ন্যাসীক যথাৱৎ সেৱা-সৎকাৰ কৰি আসন দিয়া হ'ল। তেওঁ দীঘলীয়া মন্ত্ৰ মাতিলে, তাৰ পিছত ধ্যানস্থ হ'ল। কেইপলমান ধ্যানত থকাৰ পিছত তেওঁ ক'লে— 'এয়ে পৰিহৰেশ্বৰ।'

হয়, হয়— এযে পৰিহৰেশ্বৰ। ৰাইজে উচ্চাৰণ কৰিলে। এইবাৰ ৰাইজে ভোগ গ্ৰহণ কৰিলে। ভোগ গ্ৰহণ কৰি শেষ হওঁতে বেলি লহিয়ালে মাত্ৰ। তাৰ পিছত আতাৰ পৰামৰ্শত ৰাইজ ঝাৰণিত নামিল। পানী তেতিয়া শুকাই গৈছে। হাবি-বন কাটি আলসুৱাকৈ কোৰৰ চাব মাৰি এহাতমান দ কৰোঁতে প্ৰথমে শিলৰ টুকুৰা কিছুমান ওলাল। শেষত ওলাল শিৱলিঙ্গ। ৰাইজে উৰুলি-কিৰীলিৰে লিঙ্গ পাৰলৈ আনিলে। সন্ন্যাসীৰ নিৰ্দেশত এঠাইত লিঙ্গ ভাগ ৰাখি পৰিষ্কাৰ পানীৰে ধুই-পখালি সুন্দৰ কৰি তোলা হ'ল।

ৰাতিলৈ বিহিত মন্ত্ৰ পাঠেৰে শিল লিঙ্গ স্থান প্ৰাপ্ত কৰা হ'ল। এঁৱা গাখীৰ, বেলপাত, ফুল আদিৰে ৰাইজে সৰল মিনতিৰে পৰিহৰেশ্বৰ শিৱক আৰাধনা কৰিলে। ৰাইজে দবা-শংখ-নাগাৰাৰে ঠাইখন ৰম্যপুৰীলৈ পৰিণত কৰিলে।

আৰম্ভ হ'ল আৰু এটি বেলেগ যুগৰ।

## দুই

কেইবাটাও শতিকাজুৰি কামৰূপ ৰাজ্যত সঘনে ৰাজবংশৰ পৰিবৰ্ত্তন ঘটি থকাত প্ৰজাঘৰৰ নানা বিষয়ত মন-কাণ দিয়াত বিফল হোৱাই নহয়, নানা খেলি-মেলিয়ে সমাজৰ শৃংখলাও ভঙ্গ কৰি গ'ল। ধৰ্ম-সংস্কৃতিতো কিছু বিড়ম্বনাই দেখা দিবলৈ ধৰিলে। ইতিমধ্যে কামৰূপত বিভিন্ন ধৰ্মৰ ধাৰাই খোপনি পুতিছিল। হিন্দু ধৰ্মৰ বিভিন্ন শাখাই গাঁৱে-গাঁৱে শিপাই কিছুমান বিভেদ সৃষ্টিও কৰিছিল। এখন গাঁও যদি শাক্ত, আনখন শৈব অথবা কোনোবাখন তান্ত্ৰিক। মূলত হিন্দু আৰু বৌদ্ধ মতৰ মাজত টনা-আঁজোৰা আছিলেই। প্ৰায় এহাজাৰ বছৰৰ আগৰে পৰা এই দুই মতৰ টনা-আঁজোৰাত হিন্দু মতৰে প্ৰাধান্য বিস্তাৰ হৈছিল। নবম-দশম শতিকাত বৌদ্ধসকলে কামৰূপৰ বিভিন্ন ঠাইত খোপনি লৈছিল যদিও শাক্ত পীঠবিলাকক ম্লান কৰিব পৰা নাছিল। ইফালে কৈলাস পৰ্বতৰ পৰা কামৰূপলৈ অনাৰ্য দেৱতা শিৱই নিজা ভূমি ৰূপে বিচৰণ কৰি জনগণৰ আৰাধ্য দেৱতাৰ স্থান লাভ কৰিছিল। ৰামায়ণ-মহাভাৰতৰ বহু আগৰে পৰা কামৰূপ নামৰ ৰাজ্যখন সৃষ্টিৰ বহু পূৰ্বে এই ভূমিখণ্ডৰ কোনো এক খণ্ডত দক্ষৰাজৰ নিবাস আছিল। ইয়াতে অনুষ্ঠিত দক্ষযজ্ঞলৈ গণদেৱতা শিৱক নিকৃষ্ট ভাবি আৰ্য ঋষি-মুনিৰ দ্বাৰা পৰিবেষ্টিত যজ্ঞলৈ নিমন্ত্ৰণ দিয়া নাছিল। দক্ষৰ জীয়াৰী সতীৰ স্বামী আছিল শিৱ। শিৱক এনেকৈ অপমান কৰাৰ বাবে সতীয়ে পিতৃৰ যজ্ঞনাশ কৰিবৰ কাৰণে যজ্ঞৰ জুইত আত্মাহুতি দিছিল।

এই ঘটনাই শিৱক ক্ষুব্ধ কৰি তুলিছিল। সতীৰ মৃতদেহ কান্ধত তুলি শিৱই প্ৰচণ্ড প্ৰলয়েৰে পৃথিৱী ভ্ৰমণৰ সংকল্প গ্ৰহণ কৰিছিল। ইয়াতে ভয় খাই দেৱতাসকলে পৰমেশ্বৰ বিষ্ণুক প্ৰাৰ্থনা কৰিলত, পৃথিৱীৰ কল্যাণৰ কাৰণে বিষ্ণুৱে নিজৰ সুদৰ্শন চক্ৰৰ জৰিয়তে সতীৰ দেহ একাৱন্ন খণ্ডত বিভক্ত কৰি সমগ্ৰ ভাৰত ভূমিত নিক্ষেপ কৰিছিল। সতীৰ একো খণ্ড দেহ য'ত য'ত পৰিল, তাতেই সৃষ্টি হ'ল একোখনি শক্তিপীঠৰ।

সতীৰ দেহৰ বিশেষ খণ্ড যোনী পৰিছিল কামগিৰি নামৰ শৈল শিখৰত। কামগিৰিৰ অন্য নাম নীলাচল। এই শৈল শিখৰত প্ৰতিষ্ঠিত শক্তিপীঠৰ নাম কামাখ্যা। কামাখ্যাই

যোনীপীঠ। শক্তিৰ অধিষ্ঠাতত্ৰী দেৱী দুৰ্গাৰ অন্যতম মূল পীঠ। দেৱী কামাখ্যা মাও মহিমা মণ্ডিত। কামৰূপ দেশখন চাৰিটা প্ৰধান খণ্ডত বেষ্টিত। কামপীঠ, ৰত্নপীঠ, স্বৰ্ণপীঠ আৰু সৌমাৰপীঠ। এই চাৰিপীঠৰ সীমা—

ৰত্নপীঠৰ সীমা আছিল পশ্চিমত কৰতোৱা নৈ আৰু পূবত সোণকোষ নৈ।

কামপীঠৰ সীমা হ'ল পশ্চিমত সোণকোষ আৰু পূবত ৰূপহী।

স্বৰ্ণপীঠ হ'ল ৰূপহী আৰু ভৰলীৰ মাজখণ্ড।

সৌমাৰপীঠ হ'ল কামপীঠৰ সীমাৰ ভৰলীৰ পূবৰ ডিক্ৰুং নদীপৰ্যন্ত। বৰ্তমানৰ উজনি অসম এই সৌমাৰপীঠৰ অন্তৰ্গত আছিল।

পৰিহৰেশ্বৰৰ দায়িত্ব গ্ৰহণ কৰা সন্ন্যাসী বাবাই কামৰূপৰ ইতিবৃত্ত খুব ভালকৈ জনা নাছিল। শৈৱ শাক্ত ধৰ্মৰ প্ৰাধান্য তেওঁ উপলব্ধি কৰিছিল। দুৰ্গা দেৱীৰ অৰ্চনা ঘৰে ঘৰে হৈছিল। বিভিন্ন নামত গোসাঁনী পূজিতা হৈ আহিছিল। তেওঁ পূৰ্বতে শুনিছিল— 'অন্যত্ৰ বিৰলা দেৱী, কামৰূপৰ ঘৰে ঘৰে। কামৰূপৰ মানুহ কেৱল শাক্তই নহয়, শৈৱও। গোসাঁনী থাকিলে কাষতে শিৱ মন্দিৰ থকাৰ নিয়ম। শিৱ মন্দিৰৰ সমীপতো দুৰ্গা দেৱীৰ অৱস্থান। শিৱ-দুৰ্গা উভয়েই এই দেশত শক্তিৰ আধাৰ। পৰিহৰেশ্বৰতো এটি দুৰ্গামূৰ্তি স্থাপন হৈছে। কোনে কেতিয়া কৰিছিল, তাক কোনেও নাজানে। বিশ্বাস মতে সতীৰ দেহ কঢ়িয়াই ফুৰোঁতে শিৱই এই ঠাইতে ভাগৰ পলুৱাবলৈ জিৰণি লৈছিল।

সন্ন্যাসী বাবাই দেখিলে— এই দেশৰ মানুহবিলাক কোনো এটি বিশেষ মতৰ প্ৰতি আসক্ত নহয়। শৈৱ, শাক্ত, বৈষ্ণৱ, বৌদ্ধ, তান্ত্ৰিক সকলো মতৰ প্ৰতি কম-বেছি আসক্ত। তদুপৰি সাপ, নদী, গছ, পৰ্বত, বতাহ-ধুমুহা আদি অনেক বিষয়ত পূজা-পাতল আগবঢ়াই অহা জনগোষ্ঠীসমূহৰ অধিকাংশই কিৰাত মূলীয়। আৰ্য বিস্তাৰ ঘটিলেও তুলনামূলকভাৱে এইসকলৰ সংখ্যা কম। কিছু ব্ৰাহ্মণ, কিছু কায়স্থ, ক্ষত্ৰিয় লোক নথকা নহয়। শূদ্ৰসকলো আৰ্য-অনাৰ্যৰ মিশ্ৰণত গঢ় লৈ উঠিছে।

এই দেশৰ ৰজাবিলাক বৈদিক বিচাৰত ক্ষত্ৰিয় নহয়। প্ৰায়বোৰেই অসুৰ। কিৰাত, ম্লেচ্ছ ইত্যাদি। সেইবাবে বৰ্ণাশ্ৰমে ইয়াত প্ৰাধান্য নাপালে। সন্ন্যাসী বাবাই এইবিলাক কথাও সহজে অনুভৱ কৰি ল'লে। ৰাজ বংশৰ সঘন পৰিবৰ্তনে দেশখনক কিছু অস্থিৰ আৰু কিছু উচ্ছৃংখল কৰি তুলিছে। মহাকাব্যৰ যুগৰ বিখ্যাত দানৱ, অসুৰ যুগৰ নৰকাসুৰ, বাণ, ভগদত্ত, ভীষ্মক আদি ৰজাৰ কীৰ্তি কাহিনী জনাৰ লগতে বৰ্মন ৰাজ্যৰ শ্ৰেষ্ঠ ৰজা ভাস্কৰ বৰ্মাৰ কাহিনী তেওঁ জানি পেলাইছে। ইয়াৰ পিছৰ শালস্তম্ভ বংশ আৰু পালবংশীয় ৰজাসকলে উত্থান-পতনৰ মাজেদি দ্বাদশ-ত্ৰয়োদশ শতিকাপৰ্যন্ত কামৰূপ শাসন কৰি আহিছিল। এইসকলৰ অন্তিমত দুৰ্বল ৰজাৰ বাবে এদিন ৰাজধানী

সলনি হৈ সৃষ্টি হ'ল কামৰূপ কমতা ৰাজ্যৰ। এই ঘটনা সংঘটিত হ'ল মোগলৰ প্ৰথম আগমনৰ সময়ত ত্ৰয়োদশ শতিকাত।

ত্ৰয়োদশ শতিকাৰ আৰম্ভণিৰ সময়ত কামৰূপৰ ৰজা পৃথু আছিল। পৃথুৰ দিনতে ১২০৬ খ্ৰীষ্টাব্দত বখ্‌তিয়াৰ খিল্‌জীয়ে কামৰূপ আক্ৰমণ কৰিছিল। চুলতান গিয়াছুদ্দিন ৰজা পৃথুৰ হাতত পৰাজিত হ'ব লগাত পৰিল। আকৌ পৃথু বংশৰ ৰজা সন্ধ্যাৰ দিনত তাম্ৰিল খান মালিক উজবেকে কামৰূপ আক্ৰমণ কৰি পৰাজিত হ'ল। সেই সময়ত কামৰূপৰ ৰাজধানী কামৰূপ নগৰ, বৰ্তমানৰ উত্তৰ গুৱাহাটীত আছিল। বহিঃ আক্ৰমণক বাটতে বাধা দিবৰ বাবে ৰজা সন্ধ্যাই কমতাপুৰলৈ ৰাজধানী স্থানান্তৰ কৰিলে।

সৃষ্টি হ'ল এখন নতুন নামৰ ৰাজ্য। কামৰূপ কমতা ৰাজ্য। এই ৰাজ্যৰ অধীশ্বৰক কামেশ্বৰ ৰূপে পৰিচয় দাঙি ধৰা হ'ল।

কামেশ্বৰ বা কমতাৰ ঈশ্বৰ।

সন্ধ্যাই হ'ল প্ৰথম কামেশ্বৰ। তেতিয়া ত্ৰয়োদশ শতিকাৰ মাজভাগ। তেওঁৰ পৰৱৰ্তী দুজনমান দুৰ্বল ৰজাৰ পিছত কমতাপুৰ আসনত বহিল এজন কায়স্থ ৰজা— নাম প্ৰতাপধ্বজ।

প্ৰতাপধ্বজ আছিল কমতাপুৰৰ ৰজা সিংহধ্বজৰ এজন প্ৰধান অমাত্য। কায়স্থ কুলৰ লহৰীয়া নামৰ এজন অখ্যাত ব্যক্তিৰ পুত্ৰ প্ৰতাপধ্বজে তেওঁৰে গৰাকী তথা ৰজা সিংহধ্বজক হত্যা কৰি ৰাজপাট দখল কৰে। এই কাহিনীয়ে জনসাধাৰণক সচকিত কৰি তুলিছিল। আগৰ ৰজাবিলাকতকৈ ধৰণ-কৰণত ভিন্ন ৰজাজনক বৰ আচহুৱা আৰু অবোধ্য অনুভৱ হৈছিল। সন্ন্যাসী বাবাৰ দৰে বুদ্ধিমানসকলেও ৰজাৰ গতি-প্ৰকৃতি ধৰিব পৰা নাছিল। তেওঁ দৰাচলতে হিন্দু ধৰ্মৰ কোনটো মতৰ সমৰ্থক ধৰিব পৰা নগ'ল। কেতিয়াবা বৈষ্ণৱ মতক সমৰ্থন কৰা যেন অনুভৱ হ'লেও শাক্ত মতৰ ব্ৰাহ্মণসকলকো মাজে-সময়ে আদৰ কৰা দেখা গৈছিল। আচলতে তেওঁ ধৰ্ম-কৰ্মৰ প্ৰতি বিশেষ মন দিবলৈ সমৰ্থ নোহোৱাৰ কাৰণ ৰাজনৈতিক অস্থিৰতা আছিল। ৰাজপাটত বহি প্ৰতাপধ্বজ সম্পূৰ্ণ নিৰাপদ হোৱা নাছিল। তদুপৰি মোগলৰ আক্ৰমণকেইটা প্ৰতিহত হ'লেও কমতাপুৰ ৰাজ্যখনৰ বহুতো মঠ-মন্দিৰত আঘাত হনা হৈছিল। হাজোৰ হয়গ্ৰীৱ মাধৱ মন্দিৰৰ সমান পৰিহৰেশ্বৰৰ ক্ষতি হোৱা নাছিল। কাৰণ, সেই সময়ত পৰিহৰেশ্বৰ শিৱ মন্দিৰৰ অৱস্থা জৰাজীৰ্ণপ্ৰায় হৈছিল। প্ৰায় অৰ্ধশতিকা কালৰ সামাজিক অস্থিৰতা প্ৰতাপধ্বজৰ দিনত কমি আহিছিল। একপ্ৰকাৰে ৰাজ্যত শান্তি প্ৰতিষ্ঠা হৈছিল।

পৰিহৰেশ্বৰ মন্দিৰৰ পৰিচালক তথা পূজাৰী-সন্ন্যাসী বাবাই ৰজা প্ৰতাপধ্বজৰ ওচৰলৈ যোৱাৰ কথা চিন্তা কৰিছিল। মন্দিৰৰ খা-খৰচৰ অনুপাতে ভক্তসকলৰ পৰা অৰ্থ-সম্পদ লাভ কৰা নাছিল। মন্দিৰ-পৰিচালনা কৰা অসম্ভৱেই হৈ পৰিছিল। বিলুপ্ত

হ'বলৈ ওলোৱা মন্দিৰটি সন্ন্যাসী বাবাৰ যত্নত প্ৰাণ পাই উঠিলেও ওচৰ-পাঁজৰৰ মানুহবিলাক দৰিদ্ৰ কৃষক আৰু ভিন্নপন্থী হোৱাৰ বাবে অৰ্থনৈতিকভাৱেও মন্দিৰ দুৰ্বল হৈ পৰিছিল।

বাবাই মন্দিৰলৈ আহি থকা কেইজনমান ভক্তিপ্ৰাণ মানুহৰ আগত তেওঁৰ উদ্দেশ্য দাঙি ধৰিলে।

'কমতেশ্বৰ প্ৰতাপধ্বজ বোলে ৰেকী নৈৰ পাৰৰ ভূটানৰ নামনিত আহি আছেহি। ৰজাৰ ওচৰলৈ গৈ মন্দিৰৰ বাবে কিছু সাহায্য বিচাৰিলে কেনে হ'ব?'

'কথাটো বেয়া নহয়। কিন্তু ৰজাই জানো সহায় কৰিব। এইজন ৰজাৰ কথা আমি ধৰিবই পৰা নাই। ৰজা বোলে কাইথ। কাইথ মানুহবোৰ বোলে বৈষ্ণৱ। বিষ্ণুৰ বাদে আনক পূজা-অৰ্চনা নকৰে। মই শুনিছোঁ ৰেকীৰ পাৰৰ পৰা তেওঁ বোলে হাজোৰ মাধৱ মন্দিৰলৈ যাব।' —এজনে ক'লে।

'মোৰো সন্দেহ আছে অৱশ্যে। তথাপি চেষ্টা এটা কৰা বেয়া হ'ব জানো।' —বাবাই ক'লে।

'বেয়া কিয় হ'ব! ৰজাৰ ওচৰলৈ প্ৰজা যাব। দুখ-দুৰ্দশাৰ কথা ক'লেতো কাটি-মাৰি পেলাব নোৱাৰে। মই ভাবোঁ যোৱা ভাল হ'ব।' —অন্য এজনে ক'লে।

অৱশেষত সকলো একমত হ'ল— যোৱা ভাল হ'ব। কান্দিলেহে কেঁচুৱাই কল পায়। ৰজাৰ ওচৰত ৰাইজো তেনে।

পিছদিনাখন সন্ন্যাসী বাবাৰ নেতৃত্বত পুৱাতে ডুবিৰ পৰা পাঁচজন মানুহে খোজ ল'লে। দুপৰীয়া ভূটানৰ নামনিৰ ৰেকীৰ পাৰ পালেগৈ। দূৰৰ পৰাই কিছুমান মানুহ জুম পাতি থকা দেখা পালে। তাৰ মাজত ৰজাৰ চৰীয়া নিশ্চয় আছে। কিছুমান সৈন্যৰ লগতে কেইজনমান লাঠীধাৰী লোকো দেখা পালে। ৰজাৰ গাৰখীয়া নিশ্চয়।

সন্ন্যাসী বাবাই ক'লে— 'মুখেৰে একো নামাতিবাইক। মোৰ পাছে-পাছে একে শাৰীতে আহি থাকা।'

মানুহকেইজনে সেই মতেই কৰিলে। তেওঁলোক এইবাৰ ৰজাৰ ছাউনীৰ কাষ পালেগৈ। গাৰখীয়া দুজন ওচৰ চাপি আহি সন্ন্যাসী বাবা আৰু দলটোৰ পৰিচয় ল'লে। তাৰ পিছত নিৰস্ত্ৰ মানুহকেইজনক প্ৰতাপধ্বজৰ ওচৰলৈ লৈ যোৱা হ'ল। ছাউনীত দুৱাৰমুখতে এজন বিষয়া আছিল। তেওঁ সকলোকে সোধ-পোছ কৰি ভিতৰলৈ যাবলৈ দিলে।

তামুলী পীৰাৰ দৰে অস্থায়ী আসন এখনত ৰজা বহি আছিল। সন্মুখত এখন তৰোৱাল। ৰজাৰ দুয়ো কাষত কেইবাজনো অস্ত্ৰধাৰী সৈনিক। ৰজাৰ ওচৰত প্ৰৱেশ কৰাৰ লগে লগে সন্ন্যাসী বাবা আৰু আনকেইজনে আঁঠু ল'লে আৰু সেৱা আগবঢ়ালে।

'মহাৰাজৰ জয় হওক।'

ৰজাই ক'লে— 'উদ্দেশ্য ক'ব লাগে।'

সন্ন্যাসী বাবাই ক'লে, 'মহাৰাজ! আমি পৰিহৰেশ্বৰ শিব মন্দিৰৰ পূজাৰী আৰু ভক্ত। আপোনাৰ অনুগ্ৰহপ্ৰাৰ্থী হৈ আহিছোঁ।'

'ইয়াৰ পৰা পৰিহৰেশ্বৰ কিমান দূৰ হ'ব?' —ৰজাই সুধিলে।

'এবেলাৰ বাট। আমি পুৱাতে ওলাই আহি-এতিয়া পাইছোঁহি? পৰিহৰেশ্বৰ দৰ্শন কৰিলে আমি বৰ সন্তোষ পাম।' —বাবাই ক'লে।

'মন্দিৰটি কিমান পুৰণি?' —ৰজাই সুধিলে।

'কামৰূপ অধিপতি ভাস্কৰ বৰ্মাই এই মন্দিৰলৈ অনুগ্ৰহ দেখুওৱাৰ কথা মুখে মুখে চলি আহিছে। মন্দিৰ বোলে তাতোকৈ আগৰ। মই বৰ্তমানৰ পূজাৰী ৰূপে মন্দিৰভাগ পুনৰ উত্থান ঘটাইছোঁ। এটি খেৰীঘৰত বৰ্তমান শিৱলিঙ্গভাগ কৰা হৈছে।'

'মই ইয়াৰ পৰা মাধৱ মন্দিৰলৈ যাম। তাৰ পিছত কামৰূপ নগৰত প্ৰজ্ঞা দৰ্শন কৰিম। বৰ্তমান অৱস্থাত সেই মন্দিৰলৈ যোৱা নহ'ব। পাছে-পৰে চেষ্টা কৰিম। যদি কিবা ক'ব লগা আছে— ইয়াতে কোৱা ভাল।' —ৰজাই ক'লে।

'তেনে অন্য এটি নিবেদনকে কৰোঁ। মন্দিৰ পৰিচালনা কৰা আমাৰ বৰ কষ্টকৰ হৈছে। কেতিয়াবা লঘোনো হয়। ওচৰৰ ৰাইজ বৰ দৰিদ্ৰ; তাতে বহুদিন ধৰি প্ৰকৃতিও নাৰাজ। খেতি-খোলা ভাল হোৱা নাই।' —বাবাই বিনয়েৰে ক'লে।

ৰজাই প্ৰধান অমাত্যক সদ্যহতে একুৰি ৰূপৰ মুদ্ৰা আৰু দহোটা স্বৰ্ণমুদ্ৰা দিবলৈ আদেশ কৰিলে। সেই মতে কাম হ'ল। সন্ন্যাসী বাবাইতে পিছলৈ হুঁহকি আহি ছাউনীৰ বাহিৰ হ'ল।

মুদ্ৰাসমূহ লৈ আনন্দ মনেৰে তেওঁলোক পৰিহৰেশ্বৰলৈ উভতিল।

## তিনি

ৰজাৰ পৰা পোৱা মোহৰকেইটাৰে মন্দিৰ উন্নয়ন কিছু কৰা হ'ল। আগতকৈ শিৱলিঙ্গটি থকা মুল ঠাইখিনি ওখ কৰি কাষে কাষে শিলেৰে বন্ধোৱা হ'ল। কেইজনমান ধনিকৰে বৰ কষ্ট কৰি হাজোৰ ওচৰৰ পাহাৰৰ পৰা শিলাখণ্ডবোৰ আনি চতুৰ্ভুজ আকাৰত কাটি ওপৰৰ পিঠি সমান কৰি পেলাইছিল। পূজাৰী সন্ন্যাসী বাবাই মন্দিৰটোকে এনেকৈ নিৰ্মাণ কৰাৰ কথা ভাবিছিল। কিন্তু লাভ কৰা মুদ্ৰাকেইটাৰে গোটেই কাম সম্ভৱ নহ'ব ভাবি কাঠ-বাঁহ আৰু খেৰেৰেই মন্দিৰৰ উপৰিভাগ নিৰ্মাণ কৰালে। ভক্তসকল বহা স্থান, পূজাৰীৰ বাসস্থান আৰু সাধু-সন্ন্যাসী আহিলে থাকিব পৰাকৈ আৰু এটি ঘৰো সজোৱা হ'ল। ঘৰকেইটা যথেষ্ট মজবুত আৰু দেখিবলৈকো ধুনীয়া হোৱাত সকলোৱে শলাগিলে।

গধূলি পৰত চুবুৰীয়া দুই-চাৰিজনে আহি সন্ন্যাসী বাবাৰ সান্নিধ্য লাভ কৰেহি। সকলোৱে সন্ন্যাসী বাবাক ভাল পায়। বাবা বৰ গুণী-জ্ঞানী আৰু আপোনভোলা মানুহ। তদুপৰি তেওঁ সংসাৰ বৈৰাগী। বহুতৰ মতে, বাবা সাধাৰণ মানুহ নহয়। কোনোবা দেৱতা, সদাশিৱৰ নিৰ্দেশত পূজাৰী হৈ আছেহি। বহুতে চেষ্টা কৰি তেওঁৰ পৰিচয় উলিয়াবলৈ অনেক প্ৰকাৰৰ যত্ন কৰিও সফল হোৱা নাই। তেওঁৰ বোলে কোনো পৰিচয় নাই। ক'ত ঘৰ, কাৰ পুত্ৰ, কি গোত্ৰ, কি নাম তেওঁৰ একোৱেই মনত নাই। মাথোন জানে তেওঁ সদাশিৱৰ কৰুণা ভিক্ষাৰী এজন মানুহ। মানুহে তেওঁক পূজাৰী ৰূপত সজাইছে— বাবা বুলি মাতিছে। তেওঁৰ নাম এতিয়া সন্ন্যাসী বাবা।

সন্ন্যাসী বাবাৰ কিছু মহিমা আছে। বাবাই চিন্তা কৰি কিবা ক'লে সেয়া আখৰে আখৰে ফলিয়ায়। অৱশ্যে তেওঁ যা-তা কথা নকয়। সামান্য অসুখ-বিসুখ হোৱা ল'ৰা-ছোৱালীক মূৰত হাত দি আশীৰ্বাদ দিলে ভাল হয় বুলি সকলোৱে বিশ্বাস কৰে। সদাশিৱৰ পদজল আৰু অন্য ঔষধ দুই-এটা খুৱাই কেইবাজনো মানুহৰ ৰোগ তেওঁ নিৰাময় কৰিছে। ইয়াৰ বাবে তেওঁৰ কোনো অহংকাৰ নাই। সকলো শিৱৰ কৃপা বুলিহে তেওঁ ব্যক্ত কৰে।

মন্দিৰৰ ভৱিষ্যৎ সম্পৰ্কেও তেওঁ যথেষ্ট ভবা-গুণা কৰে। তেওঁ জানে তেওঁ যোগ-সাধনাৰে নিৰোগী হৈ থাকিলেও এদিন কিবা এক কাৰণত তেওঁৰ মাটিৰ দেহা মাটিত মিলি যাব। মানুহ মাত্ৰেই মৰণশীল। অন্তিম ৰোগ-ব্যাধি এটা উপলক্ষ্য— এটা কাৰণ মাত্ৰ। সেইবাবে সন্ন্যাসী বাবাই স্থানীয় যুৱক কেইজনমানক লৈ শিক্ষা-দীক্ষা আৰম্ভ কৰিছে। ইয়াৰ বাবে সংস্কৃতৰ জ্ঞান বৰ আৱশ্যক। কামৰূপৰ নানা ঠাইত গুৰুগৃহত সংস্কৃতৰ শাস্ত্ৰাদি শিক্ষা প্ৰদান কৰা হৈ আহিছে। তেনেকুৱা কেইবাজনো পণ্ডিতৰ বৈকী নৈৰ পাৰত কেইবাখনো টোলত শিক্ষাদান চলি আছে। সেইসকলৰ পৰা পূজাৰী বাবাই মন্দিৰৰ চাহিদা পূৰণ হ'ব বুলি আশা কৰিব নোৱাৰিলে। সেয়েহে নিজেই সময় উলিয়াই এই শিক্ষাদানত ব্ৰতী হৈছে।

সন্ন্যাসী বাবাই ওচৰৰ বিভিন্ন গাঁৱৰ কেইবাজনো ব্ৰাহ্মণ কুমাৰ লাভ কৰিলে। ল'ৰাকেইজন জাতত বামুণ হ'লেও সাধাৰণ শূদ্ৰ ল'ৰাতকৈ কোনো ক্ষেত্ৰতে প্ৰভেদ নাই। সিহঁতৰ গাৰ ৰঙো থলুৱা মানুহবোৰৰ দৰেই মদৰুৱা। কিন্তু পীত-বৰণীয়া হ'লেও ফট্‌ফটীয়া নহয়। চাল-চলনো গ্ৰাম্য দোষদুষ্ট। মুঠতে সম্ভ্ৰান্ত বামুণ বুলিবলৈ বেয়া লাগে।

সন্ন্যাসী বাবাৰ কাষ চপা এজনেও সংস্কৃতৰ লেখা-পঢ়া নাজানে। আখৰ সম্বন্ধেও কোনো জ্ঞান নাই। সেয়েহে তেওঁ আখৰ শিকাওঁতে যথেষ্ট কষ্ট কৰিব লগাত পৰিল। দুজনে টপৰাই শিকিলেও বাকীকেইটা বুদ্ধি-বৃত্তিত যথেষ্ট ভোটা বুলি প্ৰমাণিত হ'ল। তথাপি বাবাই চেষ্টাৰ ত্ৰুটি নকৰিলে। এদিন আটাইকেইজনৰে অক্ষৰ জ্ঞান হ'ল। তাৰ পিছত হস্তাক্ষৰ আৰম্ভ। ইয়াৰ বাবে দৰকাৰ হ'ল কাপ-মৈলামৰ। কিন্তু এইপদ বস্তু সহজলভ্য নহ'ল। বাবাই নিজেই ওচৰৰ বৰ টেকীয়া গছৰ এডাল ঠাৰিৰ পৰা প্ৰত্যেকৰ বাবে একোডাল কাপ তৈয়াৰ কৰিলে। এইবিধ কলমেৰে সাঁচিপাতৰ ওপৰতো লিখিবলৈ ভাল। সাঁচিপাতত পুথি লেখাৰ প্ৰথা তেতিয়া প্ৰচলিত হৈ আছিল। আখৰ লিখিবলৈ বিভিন্ন গছৰ পাত ব্যৱহাৰ কৰা হৈছিল। কিন্তু বাবাই শিষ্যকেইজনক আখৰ শিকাবলৈ ব্যৱহাৰ কৰিলে সহজলভ্য কলপাত। কলপাত কাটি আনি ৰ'দৰ তাপত বা জুইত সেৰেলাই ল'লে সহজে ফাটি নাযায়। কলপাতত লিখিবলৈকো ভাল।

লিখিবলৈ মহী বা চিঞাহীৰ আৱশ্যক। মহী তৈয়াৰ কৰা দুই-এজন মানুহ কামৰূপতো পোৱা যায়। কিন্তু, সেই অঞ্চলত তেনে লোকৰ সন্ধান উলিয়াব নোৱাৰি বাবাই নিজেই এবিধ মহী তৈয়াৰ কৰিলে। সন্ন্যাসী বাবাই কেঁহেৰাজ বন, পুঁৰে শাক আৰু গৰুৰ মূত সংগ্ৰহ কৰি এটা নিজা অনুপানত চিঞাহী তৈয়াৰ কৰি বাঁহৰ আগলিৰ চুঙাত ভৰাই শিষ্যসকলক দিলে। এই মহী-চুঙাবোৰ বাবাই নিজেই তৈয়াৰ কৰিলে। আৰম্ভ হ'ল কলপাতত আখৰ লিখাৰ অনুশীলন।

কিছুদিনৰ ভিতৰতে সন্ন্যাসী বাবাই তেওঁলোকক পূজা-অৰ্চনাৰ পদ্ধতি, ৰীতি-নীতি আদিৰ জ্ঞান আৰম্ভ কৰিলে। এইখিনি কৰ্ম যথেষ্ট কঠোৰ আৰু অৰ্চনা-বন্দনাৰ বহু শ্লোক মুখস্থ কৰিব লগা হোৱাত কেইবাজনেও এদিন-দুদিনকৈ অহা পলম কৰি অনিয়মীয়া হৈ পৰিল। সন্ন্যাসী বাবাই সেইকেইজন শিষ্যৰ পৰা লাভ নহ'ব বুলি জানি তেওঁলোকৰ শিক্ষা শিথিল কৰি দিলে। কিন্তু দুজন শিষ্যই সকলো আয়ত্ত কৰি পাৰঙ্গত হৈ উঠিল। এদিনাখন নিজে নিজে আৰম্ভ কৰিলে— 'ওঁ নমো শিবায়...'।

সন্ন্যাসী বাবা সন্তুষ্ট হৈ পৰিল। শিষ্য দুজনৰ তেওঁ নকৈ নামকৰণ কৰিলে। এজনৰ নাম দেৱদত্ত আৰু আনজনৰ নাম দেৱপ্ৰদত্ত। দুয়োজনেই যৌৱনত প্ৰৱেশ কৰা সুঠাম যুৱক। দুয়োজনকে বাবাই সংযম আৰু নিয়ন্ত্ৰণৰ বিষয়ে প্ৰথমতে ব্যাখ্যা দাঙি ধৰিলে। তাৰ পিছত আৰম্ভ হ'ল ব্ৰহ্মচৰ্যৰ আদি পাঠ। তেওঁ শিকালে পূজাৰী হ'বলৈ হ'লে ৰিপুঞ্জয়ো হব লাগিব। ৰিপু দমন কৰিব নোৱাৰিলে— পূজাৰী হোৱাৰ সাৰ্থকতা নাই। ৰিপুৰ অধীন হৈ থাকি পূজা-অৰ্চনা কৰিলে পাপতহে নিমজ্জিত হ'ব লাগিব।

ৰিপু দমন কৰাটো অতি কঠোৰ। যি মন নিয়ন্ত্ৰণ কৰিব পাৰে, তেৱেঁই এই দিশত কৃতকাৰ্য হ'ব পাৰে। মন নিয়ন্ত্ৰণ কৰিবৰ কাৰণে প্ৰয়োজন যোগ সাধনাৰ। সন্ন্যাসী বাবাই দুয়োজনকে যোগ শিক্ষা দিবলৈ ধৰিলে। প্ৰথমতে কিছুমান সাধাৰণ আসন শিকাই লাহে-লাহে কঠোৰ আৰু এদিন কঠোৰতম যোগাভ্যাগ আৰম্ভ কৰালে।

দেৱদত্ত আৰু দেৱপ্ৰদত্ত দুয়োজনেই সকলোতে সফলতা লাভ কৰিলে। সন্ন্যাসী বাবা সন্তুষ্ট হৈ দীক্ষান্ত পৰামৰ্শ প্ৰদান কৰি দুয়োজনকে পৰিহৰেশ্বৰৰ মন্দিৰৰ উপ-পূজাৰীৰ আসন দিলে। দেৱদত্ত আৰু দেৱপ্ৰদত্তই বিনম্ৰভাৱে এই পদসেৱা গ্ৰহণ কৰিলে।

## চাৰি

পৰিহৰেশ্বৰ দেৱালয়ে সুপ্ত গৌৰৱ যেন ঘূৰাই পালে। সন্ন্যাসী বাবা আৰু শিষ্য দুজন— দেৱদত্ত আৰু দেৱপ্ৰদত্তৰ নিষ্ঠা, একাগ্ৰতা আৰু ঐকান্তিক প্ৰচেষ্টাত মন্দিৰৰ পূজা-অৰ্চনালৈ ভক্তৰ সমাগম অধিক হৈ পৰিল। মাজতে ভক্তৰ সংখ্যা ইমানেই কম হৈছিল যে মন্দিৰৰ উপাৰ্জনেৰে পূজাৰীৰ দুবেলাৰ আহাৰ নোজোৰাত পৰিছিল। এতিয়া ভক্তই আগবঢ়োৱা উপাচাৰবিলাকে তিনিজন পূজাৰীৰ প্ৰয়োজনীয়খিনি পূৰণ কৰিও কিছু ৰাহি হ'বলৈ ধৰিলে। ভক্তসকলে মাহ-প্ৰসাদ, ফলমূলৰ লগতে মন্দিৰলৈ চাউল-পাতো আগবঢ়াবলৈ ল'লে। প্ৰতিদিনে ভোগৰ বাবে আগবঢ়োৱা চাউল আদি সংগ্ৰহ হ'বলৈ ধৰিলে; কাৰণ মন্দিৰত প্ৰতিদিনে ভোগ নহয়। সপ্তাহত দুদিনহে সমূহীয়াকৈ ভোগ ৰন্ধা হয়। সেই দুদিনলৈ সকলো ভক্তক নিমন্ত্ৰণ কৰা হয় যদিও দূৰ-দূৰণিৰ অনেকজন আহিব নোৱাৰে।

দেৱদত্ত আৰু দেৱপ্ৰদত্ত দুয়োজনে যুটীয়াভাৱে ভোগ ৰান্ধে। প্ৰথমতে সন্ন্যাসী বাবাই তদাৰক কৰিছিল। আজিকালি তদাৰক নকৰে, কাৰণ দুয়োজনেই অতি জুতি লগা ভোগ ৰান্ধিব পৰা হ'ল।

সন্ন্যাসী বাবাৰ নেতৃত্বত পৰিহৰেশ্বৰ দেৱালয়ে প্ৰায় অৰ্ধশতিকা অতিক্ৰম কৰিলে। এইখিনি সময়ৰ ভিতৰত বহুতো পৰিবৰ্তন ঘটিল। মন্দিৰ পুণৰ প্ৰতিষ্ঠাৰ অংশীদাৰ বুঢ়া আতাকে ধৰি অনেক ভক্তই ইতিমধ্যে গোলকধামলৈ গতি কৰিলে। নতুন নতুন ভক্তবিলাককো বয়সে আঁচোৰাত বৃদ্ধপ্ৰায় হৈ পৰিল। এইসকল ভক্তই গধূলি বাবা ভোলানাথৰ নামত দুই এচিলিম ভাং হুপিলেও, সমগ্ৰ দিনজুৰি কঠোৰ শ্ৰম কৰে। অঞ্চলটোত কৃষিজীৱীৰ লগতে মৎস্যজীৱী, অন্য বৃত্তিজীৱী লোকো আছিল। ঘাইকৈ, কঁহাৰ, তাঁতী, কুমাৰ, কমাৰ প্ৰভৃতি লোকসকলে কঠোৰ পৰিশ্ৰম কৰিব লগাত পৰে। পৰ্যাপ্ত পৰিমাণে কৃষিভূমি পোৱা গ'লেও, কেৱল কৃষিৰেই এখন সমাজ নচলে। দা-কটাৰী; নাঙলৰ ফাল ধান কটা কাঁচি অনেক লোহাৰ বস্তু কমাৰে গঢ়ে। লো-শলীয়াই লো উৎপন্ন কৰে। কুমাৰে আলটীয়া মাটিৰ পৰা কলহ-টেকেলি-চাকি আদি তৈয়াৰ

কৰি পেট প্ৰৱৰ্তাইছিল। কুঁৱাৰ বাবে পাট, অৱস্থাৱান মানুহৰ ঘৰ নিৰ্মাণৰ বাবে খাপৰী আদি তৈয়াৰ কৰি উলিয়ায়, এই কুমাৰসকলেই।

এৰি পলু, পাট, পলু, মুগাৰ পলু আদি পুহি সূতা কাটি কাপোৰ বৈ ৰজা, বিষয়া আৰু জন সাধাৰণৰ বস্ত্ৰ চাহিদা পূৰণ কৰি অঞ্চলটোৰ বহুত মানুহ শিল্পত নিয়োজিত হৈছে। ওখ অঞ্চলত কপাহৰ খেতি কৰি কপাহী কাপোৰৰ উৎপাদন কৰি নিত্য-ব্যৱহাৰ্য কাপোৰ-কানিৰে সমাজ সমৃদ্ধ হৈছে। অঞ্চলটোত এইবোৰ বৃত্তিত নিয়োজিত মানুহৰ সংখ্যা যথেষ্ট। তথাপি মানুহবিলাক দুখীয়া। দুবেলা দুমুঠি পেট ভৰাই খাবলৈ পালেই সাধাৰণ মানুহ সুখী হয়। ধন-সোণ এসোপা গোটাই অৰ্থৱান হোৱাৰ সপোন সাধাৰণ লোকৰ নাই। তিৰোতাৰ ডিঙি, কাণ আৰু হাতত একোপদ অলংকাৰ দিব পাৰিলেই সন্তুষ্ট হৈ যায়। তেওঁলোকক পেৰাত সাঁচিবলৈ সোণ-ৰূপ নালাগে। এনে এটা নিৰ্মোহ ধাৰণাৰ বাবেই অধিকাংশ তিৰোতাৰ ডিঙিত অলংকাৰ নাই। মণি, কেঁকু পিন্ধিব পাৰিলেই হ'ল। এনে এটা পৰিৱেশতে কিন্তু দুই-চাৰিজনে অঞ্চলটোৰ উৎপন্ন কিছুমান বস্তু দূৰ-দূৰণিত বেচিবলৈ নিয়ে। ছৈ দিয়া নাৱত তুলি এইসকল সাউদে বেপাৰ-বাণিজ্যত সফল হৈ ধন-সোণৰ মেটমৰা সম্ভাৰ গোটাইছে। এইসকল সাউদ তথা ব্যৱসায়ী লাহে লাহে সমাজত মুধাফুটা লোকত পৰিণত হ'ল। এইসকল লোকেও সমাজ নিয়ন্ত্ৰণ কৰিবলৈ ধৰিলে। ইফালে ৰাজবিষয়াসকল আছেই। প্ৰতি অঞ্চল চোৱা-চিতা কৰিবৰ কাৰণে ৰজাই একোজন লোকক বিষয়া নিয়োগ কৰি লৈছে। তেনে এজন বিষয়া হ'ল ধৰ্মৰায়। বজালীৰ ভুবি অঞ্চলটোও তেৱেঁই চোৱা-চিতা কৰে। এদিন ধৰ্মৰায় পৰিহৰেশ্বৰ মন্দিৰলৈ আহিল। মন্দিৰৰ কাম-কাজ, গতি-বিধি লক্ষ্য কৰাই তেওঁ ঘাই উদ্দেশ্য। মন্দিৰৰ প্ৰাচীনতা সম্পৰ্কে তেওঁ অৱগত আছিল। সেইবাবে পৰিহৰেশ্বৰৰ বিগ্ৰহৰ ওচৰত আঁঠু লৈ আশীৰ্বাদ ভিক্ষা কৰিলে।

সন্ন্যাসী বাবাই নিজেই আহি ধৰ্মৰায়ক শিৱ-স্তোত্ৰ পাঠেৰে এটি দীঘলীয়া আশীৰ্বাদ দিলে। ধৰ্মৰায় সন্তুষ্ট হ'ল। মূল মন্দিৰৰ খেৰৰ চাৱনি আঁতৰাই খাপৰী লগোৱাৰ প্ৰস্তাৱ দিলে। ঘন-ঘনকৈ পুৰঠ বজাল বাঁহৰ ৰুৱা লগাই খাপৰী দিলে মন্দিৰ সুন্দৰ হৈ উঠিব। অঞ্চলটোত এইবিধ বাঁহৰ অভাৱ নাই। বাঁহৰ নামেৰেই অঞ্চলৰ নামো হৈছে বজালী।

ৰাজবিষয়া ধৰ্মৰায়। কথা আৰু কামৰ পাৰ্থক্য নাই। তেৱেঁই ধন খৰচ কৰি খাপৰী ক্ৰয় কৰি অনালে। বুঢ়া বাঁহ বিচৰাই আনি এপখেকৰ ভিতৰতে মন্দিৰৰ উপৰিভাগ নিৰ্মাণ কৰি পেলালে। লগতে এটা পাটনাদো খন্দাই দিলে। মন্দিৰ কৰ্তৃপক্ষ আৰু স্থানীয় সকলো ৰাইজ আনন্দিত আৰু পুলকিত হ'ল। নিঃসন্তান ধৰ্মৰায়ক সকলোৱে স্বতঃস্ফূৰ্তভাৱে সন্তানৰ পিতৃ হ'বলৈ আশীৰ্বাদ দিলে। সঁচাকৈ এদিন তেওঁ পুত্ৰ সন্তানৰ

পিতৃ হ'ল। এই ঘটনাই মন্দিৰৰ মহিমা আৰু বঢ়াই তুলিলে।

পৰিহৰেশ্বৰ শিৱমন্দিৰলৈ উপচাৰ আগবঢ়াই বহু লোক ধন্য হৈছিল। বহুকালৰ আগতে এই মন্দিৰলৈ দেৱদাসী ৰূপে কুমাৰী কন্যা আগবঢ়াই বহুত পৰিয়াল উপকৃত হোৱাৰ কথাও প্ৰচাৰ হৈ আছিল। কিন্তু, বহুকাল ধৰি মন্দিৰত দেৱদাসী নাছিল। মন্দিৰটি এতিয়া নতুনকৈ গঢ় লৈ উঠাত সকলো ফালৰ পৰাই পৰিপূৰ্ণ হ'বলৈ ধৰিলে। এদিন ভূটান পাহাৰৰ নামনিৰ এখন গাঁৱৰ পৰা এজনী কুমাৰী কন্যাক মন্দিৰত থ'বলৈ আনিলে। সন্ন্যাসী বাবাই এনেদৰে দেৱদাসী ৰূপে থলুৱা লোকে কন্যাদান কৰিব বুলি ভবাই নাছিল। কন্যাৰ পিতৃ-মাতৃ দুয়ো আহি মন্দিৰত আঁঠু লওঁতেহে জানিব পাৰিলে। পিতৃ-মাতৃয়ে বাবাক ক'লে— 'বাবা, আমি বড়ো মানুহ। আমাৰ কেইবাজনী ছোৱালী হোৱাৰ পিছত পুত্ৰ সন্তানৰ বাবে আশা কৰি বাথৌ দেৱতাৰ ওচৰত প্ৰাৰ্থনা জনাইছিলো। এজন সাধুৱে আমাৰ ছোৱালী এজনী মন্দিৰলৈ দেৱদাসী ৰূপে উছৰ্গা কৰিবলৈ কোৱাত আমি দ্বিতীয় ছোৱালীটিক আগবঢ়াই থৈছিলো। এতিয়া পুত্ৰৰ মুখ দেখাত আৰু তায়ো পুষ্পিতা হোৱাত আজি উছৰ্গিবলৈ আনিলোঁ।'

বাবাই ক'লে— 'বৰ্তমান মন্দিৰত কোনো দেৱদাসী নাই। থকা-মেলাৰ বাবে সুকীয়া ঘৰো নাই। এনে অৱস্থাত গ্ৰহণ কৰা সম্ভৱ নহ'ব। গতিকে সুবিধা থকা কোনো অন্য মন্দিৰলৈ নিলেহে ভাল হ'ব নেকি?'

'নহয় বাবা! সপোনত বাথৌ দেৱতাই এই মন্দিৰলৈহে তাইক পঠিয়াব লাগে বুলি কৈছে। পৰিহৰেশ্বৰ শিৱই আজি যুগ যুগ ধৰি আমাৰ মাজত মহিমা প্ৰচাৰ কৰি আছে।'

'কিন্তু হাজো ধামত সকলো সা-সুবিধা আছে বুলি শুনিছোঁ।'

'নহয় বাবা। আমাৰ ইচ্ছা আৰু বাথৌ দেৱতাৰ আদেশৰক্ষা কৰক। থকা-মেলাৰ নিশ্চয় সুবিধা ওলাব। বাবাই গ্ৰহণ কৰিলেই হ'ব।'

সন্ন্যাসী বৰ চিন্তিত হ'ল। মন্দিৰৰ পূজা-অৰ্চনা আৰু আৰতিৰ বাবে দেৱদাসী থাকিলে ভাল। অসুবিধাও বহুত। সেয়েহে তেওঁ ক'লে— 'কন্যাটিক বাথৌৱেই যোগিব, অকলশৰে তাই ক'ত থাকিব! মন্দিৰত বা পূজাৰীৰ গৃহত তাই থাকিব নোৱাৰে। তাতে আৰু দুজন ডেকা পূজাৰী আছে। অৱশ্যে তেওঁলোক কঠোৰ ব্ৰহ্মচৰ্য্যব্ৰতী। সেয়ে হ'লেওতো বেলেগ ঠাই লাগিব। কি কৰা যায়!'

এনে সময়তে ওচৰৰ এজন ভক্তই ক'লে— 'বাবাই মত দিলে অলপ দিনৰ কাৰণে আমাৰ গৃহতে ছোৱালীহঁতৰ লগত থাকিব পাৰিব। লাহে লাহে ইয়াত ঘৰ এটি নিৰ্মাণ কৰি ল'লেই হ'ল।'

অৱশেষত এই ব্যৱস্থাই হ'ল। মন্ত্ৰপাঠ অনুষ্ঠানেৰে কন্যাটিক দেৱদাসী ৰূপে

মন্দিৰৰ পৰিহৰেশ্বৰ দেৱতালৈ গ্ৰহণ কৰা হ'ল। পিতৃ-মাতৃ আশ্বস্ত হৈ ক'লে— 'এমাহৰ ভিতৰত ময়েই মানুহ আনি ইয়াত এটি গৃহ সজাই দিম। দেৱৰ কৃপাত সকলো হ'ব।'

সেই মতেই ব্যৱস্থা কৰা হ'ল।

কিছুদিনৰ পিছত বড়ো কন্যাৰ পিতৃয়ে দুখন গৰুগাড়ীত বাঁহ-কাঠ, বেত, খেৰ আদি লাগতিয়াল ঘৰ সজা বস্তু লৈ পৰিহৰেশ্বৰ মন্দিৰ প্ৰাঙ্গণ পালেহি। সন্ন্যাসী বাবাৰ লগত আলচ কৰি চৌহদত এটি সৰু ঘৰ সাজিবলৈ ল'লে। দুটা কোঠাৰ ঘৰ। দুদিনতে ঘৰ সম্পূৰ্ণ হৈ উঠিল। ভেটিত মাটিও তুলিলে সিহঁতেই। বেৰ আদি গএগ্ৰা তিৰোতাৰ দ্বাৰা লিপাই-মেলি ল'ব বুলি বাবাই কন্যাৰ বাপেকৰ দলটোক বিদায় দিলে।

এদিন সকলো কাম সম্পন্ন হোৱাত বড়ো কন্যাটিক পৰিহৰেশ্বৰৰ দেৱদাসীৰ গৃহলৈ অনা হ'ল। এই উপলক্ষ্যে মন্ত্ৰপাঠ অনুষ্ঠানেৰে কন্যাক শুদ্ধি-শুচি কৰা হ'ল। সেই দিনটোৰ পৰা তাই হ'ল মন্দিৰৰ একমাত্ৰ দেৱদাসী।

সুগোল মুখৰ কেঁচা সোণ বৰণীয়া ন-গাভৰু বড়ো কন্যাৰ ঘৰুৱা নাম বাদ দিয়া হ'ল। সন্ন্যাসী বাবাই সকলোৰে লগত আলোচনা কৰি তাইৰ নতুন নাম দিলে মেনকা।

মেনকা।

সৰগৰ নৰ্তকী মেনকা।

এইজনী মাটিৰ মানৱী— মন্দিৰৰ দেৱদাসী মেনকা। ইন্দ্ৰৰ ৰাজসভাত এইজনী মেনকাই নানাচে। এতিয়াৰ পৰা তাই নাচিব ডুবিৰ পৰিহৰেশ্বৰ মন্দিৰত, বিগ্ৰহৰ সম্মুখত। দেৱ দেৱ মহাদেৱৰ সন্তুষ্টিৰ বাবে তাই উছৰ্গিত হ'ল। তাইৰ জীৱন-যৌৱনৰ সকলো সপোন পৰিহৰেশ্বৰত বিলীন হৈ গ'ল। তাইৰ কল্পনা জগতত এতিয়া মহাদেৱৰ বিগ্ৰহ ৰূপ। শিৱ-লিঙ্গই তাইৰ উপাস্য। সপোন দেখাৰ আৰম্ভণিয়েই তাইৰ নহ'ল। তাইৰ চাৰিওফালে এতিয়া কেৱল বাস্তৱ। মন্দিৰকেন্দ্ৰিক বাস্তৱতাত তাই হেৰাই গ'ল।

হেৰাই গ'ল— কোনোবা অখ্যাত গাঁৱৰ বড়ো কন্যাৰ আচল নাম। তাইৰ নাম এতিয়াৰ পৰা মেনকা।

মেনকা। সেয়ে তাইৰ পৰিচয়।

সন্ন্যাসী বাবাৰ দিহা-পৰামৰ্শতে তাইৰ নটীৰ জীৱন আৰম্ভ হ'ল। সৰুতে শিকা বাগৰুম্বা তাই পাহৰি গ'ল। মাজে মাজে এইবোৰ, তাইৰ লগৰীয়াকেইজনী, সিহঁতৰ উৎফুল্লিত হাঁহিবোৰ, উদ্দাম নৃত্যবোৰ তাই পাহৰি যাবলৈ যত্ন কৰিছে। তাই এতিয়া মেনকা। সৰগৰ অপ্সৰা নহ'লেও তাই মন্দিৰৰ দেৱদাসী, নৰ্তকী। কেতিয়াবা কিন্তু তাইৰ মেনকাৰ সাজ খুলি উচ্চল বড়ো জীৱনলৈ ঘূৰি যাবলৈ মন যায়। কিন্তু...

অৱশ্যে তাই মানি লৈছে পিতৃ-পৰিয়ালৰ আদেশ। তাইৰ ত্যাগৰ বাবে যদি মাক-

বাপেক-ভায়েকৰ কল্যাণ হয়, নাচি নাচি দেৱতাক তৃপ্ত কৰিবলৈকে যদি তাইৰ জন্ম, তেন্তে সেয়ে হওক। ইয়াতকৈ গভীৰ চিন্তা তাই কৰিব নোৱাৰে। তাইৰ কৰ্মধাৰা সলনি হোৱাৰ দৰেই চিন্তাধাৰাৰো পৰিৱৰ্তন ঘটিল।

মন্দিৰৰ পৰিৱেশত, প্ৰতি প্ৰহৰৰ আৱৰ্তিত নিজেই যেন হেৰাই গ'ল। মাজে-মাজে নৃত্য-গীতৰ প্ৰদৰ্শনো তাই কৰিব লগাত পৰিল।

মন্দিৰলৈ কেতিয়াবা ৰজাঘৰীয়া বিষয়া ডা-ডাঙৰীয়া আহে। সেই সকলৰ সন্মানত পূজাৰীয়ে পূজা-অৰ্চনা কৰাৰ লগতে নৃত্য-গীতৰো আয়োজন চলে। তেতিয়া মেনকাই বাদ্যৰ তালে তালে নাচিব লাগে। পূজাৰীয়ে দেখুৱাই দিয়া দুই-এটা নৃত্য-ভঙ্গিমাৰ লগতে থলুৱা আৰ্হিৰ নাচৰ লয়লাস মেনকাই প্ৰয়োগ কৰে। বয়সৰ দোলনাত তাই যেন ওফন্দি উঠিল। মন্দিৰৰ নৃত্য অনুশীলন চেৰাই গ'ল তাইৰ যৌৱনৰ আবেদনে। নৃত্য উপভোক্তাসকলৰ চকু এতিয়া তাইৰ নৃত্য-ছন্দিলতাত আবদ্ধ হৈ নাথাকিল। চকু ৰ'লগৈ তাইৰ যৌৱনৰ আৱেদনময়ী দেহ-ভঙ্গিমাত। বাহিৰৰ পৰা আহি মন্দিৰত দুই-এৰাতি কটোৱা ভক্তৰ লগতে ওচৰৰ গাঁও-ভূঁইৰ পৰা অহা এচাম নৃত্য-উপভোগকাৰীয়েও মেনকালৈ বেলেগ দৃষ্টিৰে চাবলৈ ধৰিলে।

মেনকা এতিয়া ষোড়শী গাভৰু। তাই মন্দিৰৰ চৌহদত সৰু ঘৰটোত অকলে অকলে বাস কৰে। ৰাতি-বিয়লি তাইৰ অলপ ভয়ো লাগে। জীৱ-জন্তুৰ প্ৰতি তাইৰ বিশেষ ভয় নাই। নাতিদূৰৰ জাৱৰ্ণিখনৰ পৰা কোনো জন্তুৰেই আগমন ঘটা নাই। তাত থকা সৰ্পকুলৰ দুই-একৰ লগত মুখামুখি হ'লেও তাইৰ কোনো হানি-বিঘিনি ঘটোৱা নাই। মন্দিৰৰ গহ্বৰত কেতিয়াবা সৰ্প দেৱতাৰ আগমন ঘটে। বিগ্ৰহক গাত মেৰাই ধৰি ফেট তুলি থকা অৱস্থাতো তাই দেখা পাইছে। মেনকাই প্ৰণিপাত কৰি শ্ৰদ্ধাৰে সদাশিৱৰ অলংকাৰ বুলিহে ভাবি লয়।

সৰ্প দেৱতাক তাই এটা নিৰ্দিষ্ট স্থানৰ পাত্ৰত গাখীৰ দি আহে। কোনো এটা সময়ত গাখীৰখিনি খাই সৰ্পৰাজ আঁতৰি যায়। তেওঁ জাৱৰ্ণিখনৰ ক'ত থাকে মেনকাই নাজানে।

জাৱৰ্ণিখনত অপদেৱতা, ভূত-প্ৰেত অনেক থকা বুলি ওচৰৰ মানুহৰ বিশ্বাস। মেনকাই তেনেকুৱা অপদেৱতা কাহানিও দেখা নাই। অকলশৰীয়া ৰাতিবোৰতো তাই ভয় কৰা নাই। কিন্তু, ভয় লাগে তাইৰ মানুহলৈ। চিকাৰীৰ লোলুপ দৃষ্টিৰে মাজে-সময়ে চাই থকা মানুহবোৰ সুবিধা পালেই যেন জঁপিয়াই পৰিব। মন্দিৰৰ সন্ন্যাসী বাবা শোৱাপাটীলৈ যোৱাৰ পিছত ঠাইখন নিজান হৈ পৰে। তেতিয়া তাইৰ ভয় লাগে। দুদিনমান ৰাতি তাইৰ দুৱাৰখনত কোনোবাই হেঁচুকি খুলিবলৈ যত্নও কৰিছিল। ভিতৰৰ পৰা খুব টানকৈ দুডাল দাং মৰা দুৱাৰখন খুলিব নোৱাৰি সেই কোনোবাবোৰ উভতি যাবলৈ বাধ্য হ'ল।

সন্ন্যাসী বাবাক কথাটো ক'লত তলে তলে অনুসন্ধান চলিল। বাবাই প্ৰথমতে দেৱদত্ত আৰু দেৱপ্ৰদত্তৰ প্ৰতিয়ে সন্দেহ পোষণ কৰিছিল। এই উপ-পূজাৰী দুজন পূৰঠ যৌৱনৰ অধিকাৰী। যৌৱনৰ উদগ্ৰ আহ্বানে কিজানি সিহঁতৰ কোনোবাটোক উদ্বাউল কৰি তুলিছিল। কিন্তু নহয়, বাবাই খুব কম সময়তে ধৰা পেলালে এটা ডেকা সন্ন্যাসীক। প্ৰৱজনকাৰী সন্ন্যাসীটোক বাবাই মন্দিৰৰ পৰা বহিষ্কাৰ কৰি খেদি পঠিয়ালে।...

যাবৰ সময়ত অঞ্চলটোৰ বাহিৰৰ পৰা অহা সন্ন্যাসীটোৱে মন্দিৰৰ দেৱদাসী সাধু-সন্ন্যাসীৰ সম্পত্তি, ভোগৰ উপকৰণ বুলি বাবাক উভতি ধৰিছিল। সি হেনো ভাৰতবৰ্ষিত বহুত মন্দিৰ দেখিছে। তাৰ দেৱদাসীবোৰে যদিও দেৱতাক স্বামী বৰণ কৰি লয়, তথাপি মন্দিৰৰ পূজাৰী-সন্ন্যাসী-সাধুকহে সঙ্গদান কৰে। সিও মেনকাৰ সঙ্গ লাভৰ বাবে ৰাতিৰ আন্ধাৰত গৈছিল। সেয়া তাৰ ভুল নহয়, উচিত পদক্ষেপ বুলি বুকু ফিন্দাই কৈছিল।

সন্ন্যাসী বাবাৰ লগে লগে দেৱদত্ত আৰু দেৱপ্ৰদত্ত দুয়োজন ডেকা পূজাৰীও উত্তেজিত হৈ পৰিছিল। সন্ন্যাসী বাবাই সিহঁতক বাধা প্ৰদান কৰাতহে চুই নিকিলাই এৰিলে। সিহঁতৰ উত্তেজনা দেখি বাবাই উচিত হোৱা নাই বুলি দুয়োকে বুজালে—

'দেৱ-মন্দিৰত আত্ম-উছৰ্গা কৰাসকল ধৈৰ্যবান হ'ব লাগে। সৰু কথাত খং খাব নালাগে। মই তাৰ ব্যৱস্থা কৰিছোঁ। ময়ো সাধুটোক খং কৰি খেদি পঠাইছোঁ। কিন্তু মোৰ খং সংযত। হাত-ভৰি তুলিবলৈ মই নাযাওঁ। তোমালোক ডেকা মানুহ; ভুল হৈ যোৱাৰ পদে পদে ভয়। ভবিষ্যতলৈও সংযত হ'বাহক।'

সন্ন্যাসী বাবাৰ কথাবোৰ সিহঁতে আখৰে আখৰে মানে। বাবা বৰ নিকা আৰু শুদ্ধ মতৰ মানুহ। মানুহে আজিও বিশ্বাস কৰে— পৰিহৰেশ্বৰ শিৱই তেওঁক ইয়ালৈ পঠাইছে। তেওঁৰ আচল ৰূপ বেলেগ। বাবাৰ ঘৰ ক'ত আছিল, নাম কি, পিতৃ-মাতৃ কোন কোনেও নাজানে। এই ৰহস্যময় মানুহ জনৰ শুদ্ধ-সত্য-চিত্ত কিন্তু সকলোৱে উপলব্ধি কৰে। এনে এজন ব্যক্তিৰ সান্নিধ্যই দেৱদত্ত আৰু দেৱপ্ৰদত্তক ব্ৰহ্মচৰ্য ব্ৰতী কৰাই নহয়, পাৰ্থিৱ লোভ-মোহৰ পৰাও আঁতৰাই ৰাখিছে। সিহঁতৰ ওচৰত মেনকাৰ ৰূপ-যৌৱনৰ কোনো আবেদন নাই। সিহঁতে জানে মেনকা সিহঁতৰ তুলনাত তেনেই কম বয়সীয়া ছোৱালী। সেয়েহে দুয়োটাই মন্দিৰলৈ তাই অহাৰ দিন ধৰি ভনীৰ আসনত বহুৱাই ৰাখিছে। মেনকাও সিহঁতৰ দৰেই এজনী কৌমাৰ্যব্ৰতী, উদাসীন শিৱভক্ত দেৱদাসী গাভৰু মাত্ৰ।

বাবাই দুয়োৰে আগত ক'লে— পৰিহৰেশ্বৰৰ দেৱদাসী সদায় পৱিত্ৰ। তেওঁবিলাকৰ গাত আই গোসাঁনী পাৰ্বতী স্থিত হৈ থাকে। এই মন্দিৰৰ দেৱদাসীক কলুষিত কৰি ভোগৰ সামগ্ৰী কৰিবলৈ বিচৰাসকল পূৰ্বতে ধ্বংসৰ মুখত পৰিছে। এই মন্দিৰত

মাজে-সময়ে দেৱতা জাগ্ৰত হয়। পিনাক পাণি শিৱ ইয়াত শায়িত হৈ আছে। তেওঁৰ ৰুদ্ৰ ৰূপে মাজে-সময়ে পাপ বিনাশ কৰে। মেনকাৰ স্বৰূপতো মই গোসানীৰ ৰূপ বিচাৰি পাইছোঁ। তোমালোকে ভনীৰ দৰে কেৱল মৰমেই কৰি ক্ষান্ত নহ'বা, মাতৃৱৎ জ্ঞানো কৰিবা।'

দুয়ো শলাগিলে।

'শুনা, মই এটা কাহিনী কওঁ। পৰিহৰেশ্বৰ মন্দিৰ প্ৰকৃততে কেতিয়া প্ৰতিষ্ঠা হৈছিল কোনেও ক'ব নোৱাৰে। কিন্তু স্বৰ্গত অপ্সৰা উৰ্বশীয়ে যি সময়ত নৃত্য প্ৰদৰ্শন কৰিছিল, সেই সময়ত এই মন্দিৰ এই স্থানতে আছিল। তোমালোকে জানাইতো— শিৱ নৃত্যৰ আদিগুৰু নটবৰ। নটৰাজ মূৰ্তি দেখিছাই। এবাৰ স্বৰ্গত উৰ্বশীয়ে প্ৰাণ ঢালি নৃত্য কৰি থাকোঁতে শিৱৰ মনোহৰণ দিব্য ৰূপ দেখা পালে। উৰ্বশীৰ মনোভাব বুজি শিৱ আহি পৰিহৰেশ্বৰ পালেহি। ইফালে উৰ্বশীয়ে শিৱক পতিবৰণ কৰিবলৈ ইচ্ছা কৰি কামনা-বাসনাত দগ্ধ হৈ স্বৰ্গ এৰি মৰ্ত্য পালেহি।'

'তাৰ পিছত বাবা, কি হ'ল?'

'স্বৰ্গৰ পৰা উৰ্বশী কৈলাসলৈ গ'ল। কৈলাসত ধ্যানস্থ শিৱৰ আগত নাচি নাচি ধ্যান ভঙ্গ কৰিলে। তেতিয়া তাই অভিশপ্ত হৈ পৰিল। অভিশাপমুক্ত হ'বলৈ আৰু মনোকামনা পূৰণ কৰিবলৈ উৰ্বশীয়ে পৃথিৱীৰ শিৱ ক্ষেত্ৰসমূহত ঘূৰি-পকি এই ঠাই পালেহি। তাই বুজি পালে পৰিহৰেশ্বৰ শিৱই ইয়াতেই অৱস্থান কৰিছে। উৰ্বশীয়ে তেতিয়া নাচি নাচি কঠিন পাথৰত শায়িত শিৱক জাগ্ৰত কৰি তুলিলে। পাথৰ মূৰ্তিয়ে প্ৰাণ পালে। শিৱ সন্তুষ্ট হ'ল আৰু উদগ্ৰ কামনাৰ পৰা উৰ্বশীক উদ্ধাৰ কৰি শাপমুক্ত কৰিলে আৰু স্বৰ্গলৈ উভতাই পঠিয়ালে। সদাশিৱৰ অনুগ্ৰহত তেতিয়াৰ পৰা পৰিহৰেশ্বৰ নৰ্তকীৰ গাত আই পাৰ্বতী লম্ভে বুলি ভবা হৈছে। পৰিহৰেশ্বৰত তেতিয়াৰ পৰা দেৱদাসী প্ৰথাৰো আৰম্ভ হৈছে।'

'কিন্তু মেনকাৰ আগতে ইয়াত দেৱদাসী নাছিল নেকি?'

'বহুকাল মন্দিৰভাগ প্ৰাকৃতিক কাৰণত লুকাই পৰিছিল। পাপ বিনাশন কৰিবলৈকে একালৰ ৰুদ্ৰ ৰূপে প্ৰকৃতিৰ সহায়ত ক্ৰিয়া কৰিছিল। পূৰ্বৰ কেইবাগৰাকী দেৱদাসীক কোনো কোনোৱে বেয়া আচৰণ কৰিছিল। তাৰেই ফলত মন্দিৰৰ বিনাশ ঘটি দুৰ্বলগিৰি নামৰ এই ঠাইৰ পৰ্বতটি বসুমতীৰ গৰ্ভত বিলীন হৈ গৈছিল। তেতিয়াৰ পৰা এই ঠাইৰ নাম ডুবি হয়।'

'ইমানবোৰ কথা আপুনি কেনেকৈ জানিলে। কোনোবা পুথিত আছে নেকি?' দেৱদত্তই সুধিলে।

'বাবাৰ মহিমা।' —এইদৰেই সন্ন্যাসী বাবাই সামৰণি মাৰিলে।

# পাঁচ

সন্ন্যাসী বাবাৰ শৰীৰটো ভাল নহয়। বাৰ্ধক্যই হেঁচি ধৰাত বাবা কিছুদিনৰ পৰা বেছি দুৰ্বল হৈছিল। সকলোৱে এই কথা লক্ষ্য কৰি আছিল। সেইবাবে খবৰটো ততালিকে অঞ্চলটোত বিয়পি গ'ল। আনকি এই খবৰ ৰাজবিষয়া ধৰ্মৰায়ৰ কাণতো পৰিলগৈ। ধৰ্মৰায়ে ডুবিৰ পিনাকপাণি শিবৰ মহিমা আৰু সন্ন্যাসী বাবাৰ আশীৰ্বাদ কোনোদিন পাহৰিব নোৱাৰে। বাবাৰ আশীৰ্বাদতে তেওঁ সপুত্ৰক হৈছে। পত্নী-পুত্ৰক লৈ ধৰ্মৰায়ৰ সংসাৰ অতি সুখৰ। সেইবাবে তেওঁ এজন বৈদ্যক মাতি আনি ডুবিলৈ পঠিয়াই দিলে। বৈদ্যজন আয়ুৰ্বেদাচাৰ্য, তান্ত্ৰিক বৈদ্য নহয়। ডুবিত তান্ত্ৰিকৰ অভাৱ নাই। বৈদ্যজন সন্ন্যাসী বাবাৰ কাষত উপস্থিত হ'লহি। তেওঁ ততালিকে বাবাৰ নাড়ী জ্ঞান পৰীক্ষা কৰিলে। তাকে দেখি বাবাই বৈদ্যক ক'লে— 'সময় সমাগত বৈদ্য মহোদয়। বয়স হ'লহি, আমাৰ এতিয়া যাবৰ সময়। আমি থাকিলে পিছৰ চামে ধৰণীৰ দায়িত্ব লব কেনেকৈ?'

এটা পৰম সন্তুষ্টিৰ ভাবত সন্ন্যাসী বাবাই হাঁহি মাৰি আকৌ ক'লে— 'ধৰ্মৰায় মহোদয়ক কবা, তেওঁৰ ব্যৱহাৰত মই মুগ্ধ হৈছোঁ। কিন্তু, মোৰ এতিয়া দৰবৰ প্ৰয়োজন নাই। তুমিতো বুজিছাই বৈদ্যভাই, নাড়ী-নক্ষত্ৰ মোৰ শিথিল হৈ আহিছে। খুব বেছি আৰু দুদিন। কিন্তু মন্দিৰৰ কাকো এই কথা নক'বা, অন্যথা হৈ-চৈ হ'ব। তোমাৰ দোষ ঢাকিবৰ বাবে এনেয়ে দুপালিমান দৰব দি যোৱা।'

বৈদ্যজনে নাড়ীৰ অৱস্থা পৰীক্ষা কৰোঁতেই উপলব্ধি কৰিছিল যে বাবা বেছিদিন সংসাৰত নাথাকে। সেইবাবে দৰব দিয়া বাবে চিন্তা কৰিব লগাত পৰিছিল। বাবাৰ কথাত তেওঁৰ ইন্দ্ৰিয় যেন জাগ্ৰত হৈ পৰিল। তেওঁ মৃত সঞ্জীৱনীৰ ঔষধী গছৰ কিছু অংশ লৈ বটিবলৈ ধৰিলে। সেই দৰব মন্দিৰ কন্যা মেনকাৰ হাতত তুলি দি খুৱাবলৈ পদ্ধতি শিকাই দিলে।

এনে সময়তে দেৱদত্তই দুখন ভোগৰপাত আনি বৈদ্য আৰু বাবাৰ আগত ৰাখিলে। কোনোবা এজন চুবুৰীয়া ভক্তই ভোগ উছৰ্গা কৰিছিল। সেইভোগ আচলতে গাখীৰৰ পৰমান্ন আছিল। বৈদ্যক খাবলৈ কৈ বাবাই নামমাত্ৰ লৈ বাকীখিনি তেওঁৰ ওচৰতে বহি মেনকাক খাবলৈ ক'লে। আন এদিন এনেকৈ পূজাৰী বাবাৰ লগত তাই ভোগ আদি খোৱা নাছিল। এতিয়া বাবাৰ ইচ্ছাত তাই খাবলৈ বাধ্য হ'ল। খালী পাত দুখন লৈ মেনকা আঁতৰি যোৱাৰ পিছত বাবাই ক'লে—

'বৈদ্য ভাই। এই সৰল ছোৱালীজনীৰ ভূত-ভবিষ্যৎ সকলো এই মন্দিৰতে জড়িত। তাই এতিয়া পিতৃ-মাতৃৰ পৰিচয়ো পাহৰি পেলাইছে। তাই মন্দিৰ কন্যা। তথাকথিত দেৱদাসী নহয়। মোৰ পিছত মন্দিৰটি দেৱদত্ত, দেৱপ্ৰদত্ত আৰু মেনকাই মিলিজুলি পৰিচালনা কৰিব। মেনকাৰ শৰীৰত অসুখ-বিসুখ হ'লে তুমি খবৰ পালেই দৰব-পথ্য দি চিকিৎসা কৰিবা। তাইৰ গাত গোসাঁনী শক্তি আছে। তাইলৈ যি বেয়া দৃষ্টিৰে চাব নাইবা তাইৰ যিকোনো অপকাৰ কৰিব, সিয়েই দোষ অনুযায়ী শাস্তি পাব।'

বৈদ্যজনে বাবাৰ কথা সাৰোগত কৰি বিদায় ল'লে। বাবাও থৰক-বৰককৈ বাহিৰলৈ ওলাই আহিল। চৌহদত নিজহাতে ৰোৱা বেলজোপাৰ তলত তেওঁ বহিলগৈ।

'মেনকা।'

মেনকাই মতা শুনি একপ্ৰকাৰ দৌৰি আহিল— 'কওক দেউতা।'

'দেৱদত্ত আৰু দেৱপ্ৰদত্তক মাতি আনচোন আই।'

সেই মতে মন্দিৰৰ নানা কাৰ্যত সেৱা কৰি থকা দুয়োজনকে তাই 'দেউতাই মাতিছে' বুলি মাতি আনিলে। মেনকাই পূজাৰীক 'দেৱ'ৰ পৰা দেউতা কৰি লৈছিল।

'মোৰ আই-বোপাইঁত! আজি মনত পৰিছেতেই কেইটামান কথা কৈ যাওঁ। শুনাহক। মোৰ পিতৃপুৰুষসকলৰ বাসস্থান পাটলিপুত্ৰৰ সমীপৰ নালন্দাত। নালন্দাখন বৌদ্ধসকলৰ পবিত্ৰ ভূমি। সেই স্থানৰ নাতিদূৰত আমাৰ হিন্দু মতৰ শিৱভক্তসকলৰ এখন গাঁও আছে। তাৰে এভাগ মন্দিৰৰ পূজাৰীৰ পুত্ৰ আছিলো। চেঙেলীয়া বয়সতে বাবা ভোলানাথৰ কৃপাত মোৰ চুলিত আপোনা-আপুনি জঁট বান্ধিবলৈ ধৰিলে। কিন্তু পিতৃদেৱতাই মোক সন্ন্যাসী হোৱাটো বিচৰা নাছিল। তেওঁ মোৰ সৈতে অন্য এখন গাঁৱৰ এজনী কন্যাৰ সৈতে বাল্য-বিবাহৰ আয়োজন কৰিলে। মই প্ৰতিবাদ কৰিছিলো। পিতৃইঁতে মনা নাছিল। এদিন ৰাতি শিৱ দেৱতাই মোক দেখা দি ঘৰ-সংসাৰ ত্যাগ কৰি উজনিৰ দিশলৈ যাবলৈ আদেশ কৰিলে। পিছদিনা ৰাতিলৈ মই ঘৰ এৰি গুচি আহিলো। এইদৰে বহু বছৰ অনাই-বনাই মন্দিৰে মন্দিৰে ঘূৰি ফুৰি প্ৰভু সদাশিৱৰ ইচ্ছাত মই এই ঠাই পালোঁহি। তাৰ পিছৰখিনি তোমালোকে আনৰ পৰাও জানিব পাৰিবা।'

মোৰ পৰিয়াল নাই। মই চিৰকুমাৰ। তথাপি তোমালোক তিনিওজনেই মোৰ পুত্ৰ-কন্যা। মোৰ মৃত্যুৰ সংস্কাৰ সাধ্য মতে তোমালোকেই কৰিবা। মোৰ এৰি অহা ঠাইৰ কোনোবা লোকলৈ অপেক্ষা কৰিব নালাগে।'

সন্ন্যাসী বাবাৰ কথা শুনি তিনিওটাই কান্দিবলৈ ধৰিলে।

'তেনে আচৰণ নকৰিবা। কান্দিব নাপায়। সময়ত হাঁহি হাঁহি বিদায় দিয়াহে উচিত। তোমালোক দুজনৰ বাবে মই এজনী ভনী থৈ যাম। তিনিও আজি সান্ধ্য-পূজাত পৰস্পৰক ভ্ৰাতৃ-ভগ্নী ৰূপত বিগ্ৰহৰ ওচৰত অঙ্গীকাৰ কৰি শপত ল'বা আৰু এটা কথা তোমালোকে পূজা-অৰ্চনা কৰিলেও ইচ্ছা মতে গৃহী হ'ব পাৰিবা। ইয়াত কোনো নিষেধ নাই। কিন্তু মেনকা; মেনকাই যেতিয়া দেৱদাসী ৰূপে দেৱতা গ্ৰহণ কৰিলে, তেতিয়াই— শিৱই তেওঁৰ

পতি। বাধা নিষেধ মই একো নকৰোঁ। শিৱ সনাতনৰ আশিস লৈ ভৱিষ্যতে সকলো কামতে ভাগ ল'বা। তেৱেঁই সকলো। আমি তেওঁৰ ভৃত্য-সদৃশ। ইমানকে তোমালোকক ক'লোঁ।'

সন্ন্যাসী বাবাই কথকতা সামৰি মৌন হৈ ৰ'ল।

তিনিওটাই চকুপানী টুকি টুকি নিজ-নিজ স্থানলৈ আগবাঢ়ি গ'ল।

দুদিনৰ পিছত।

সন্ন্যাসী বাবাই পুৱা স্নান কৰিলে। তাৰ পিছত মন্দিৰলৈ সোমাই গৈ শিৱ লিঙ্গৰ আগত প্ৰণিপাত জনাই কিছুপৰ মন্ত্ৰ মাতিলে। তাৰ পিছত দেৱদত্তক মাতি নিৰ্মালি দি প্ৰধান পূজাৰী ৰূপে বৰণ কৰিলে।

'আজিৰ পৰাই তুমি মন্দিৰৰ প্ৰধান পূজাৰী।' তাৰ পিছত দেৱপ্ৰদত্তক মাতি আনি ক'লে— 'তুমি অনুজ বাবে দেৱদত্তৰ সহযোগী হৈ থাকিবা। কিন্তু গুণগতভাৱে তুমিও প্ৰধান পূজাৰীৰ যোগ্য। পূৰ্বতে এভাগ মন্দিৰলৈ তোমাক বিচাৰিছিল, মই এৰি নিদিলোঁ। কিবা এটা মায়াত মই বন্দী হৈ আছিলো। এতিয়া তোমাক উপদেশ দি যাওঁ— যদি কোনো মন্দিৰলৈ তোমাক প্ৰধান পূজাৰীৰ স্থানত আমন্ত্ৰণ দিয়ে, গ্ৰহণ কৰি সেৱা কৰিবাগৈ। এতিয়া বাহিৰলৈ ব'লা।'

দেৱদত্তৰ গাত ধৰি তেওঁ নিজে ৰোৱা বেলজোপাৰ তলত উপস্থিত হ'লগৈ। মেনকাই পাটী এখন তাতে পাৰি দিলেহি। বাবাই লেপেটা কাঢ়ি বহিল। উপস্থিত সকলোঁ ওচৰ চাপি আহিল। বাবাই সকলোকে নমস্কাৰ জনাই ক'লে— 'বাবা ভোলানাথৰ ইচ্ছা।'

তাৰ পিছত মেনকাক ওচৰলৈ মাতি আনি কাষত বহুৱাই লৈ স্পষ্ট ভাষাৰে কলে, 'এইজনী মেনকা নহয়, আই গোসাঁনী পাৰ্বতীহে। মোৰ আই, আই মাতৃ...' তাৰ পিছত আৰু তেওঁ ক'ব নোৱৰা হৈ পৰিল। এটা সময়ত মেনকাৰ কোলাত সন্ন্যাসী বাবা শুই পৰিল। ঘটনাটোত সকলো অভিভূত হৈ পৰিল। সকলোৱে সেৱা জনালে।

দেৱদত্ত আৰু দেৱপ্ৰদত্তই সৰু ল'ৰাৰ দৰে সন্ন্যাসী বাবাৰ চৰণ সাবটি হুকহুকাই কান্দি উঠিল। তেনে সময়তে আগদিনা বৈদ্যজনে গৈ বাবাৰ অৱস্থা কোৱাত পুৱাতে কেইক্ৰোশ মানৰ দূৰৰ হাউলীৰ পৰা আহি ধৰ্মৰায় উপস্থিত হৈছিলহি। খন্তেকৰ আগতে বাবাই নশ্বৰ দেহ এৰি স্বৰ্গধামলৈ গতি কৰিছিল। ধৰ্মৰায় দুখত ভাগি পৰিল। বাবাৰ মুখলৈ চাই চাই তেওঁৰ দুচকুৰে লোতক বৈ আহিল। এজন ৰাজবিষয়াৰ চকুত ধাৰাসাৰ লোতক দেখি সকলোৱেই যেন আচৰিত হ'ল। সেয়াও বাবাৰেই চমৎকাৰ বুলি কোৱা-কুই কৰিলে।

খবৰটো ততালিকে বিয়পি পৰাত ল'ৰা-তিৰোতা-বুঢ়া সকলো সমন্বিতে মন্দিৰৰ বিশাল চৌহদ জন-অৰণ্যত পৰিণত হ'ল। শৈৱ-শাক্তসকলৰ লগতে বৌদ্ধমতীয়া তান্ত্ৰিকসকলো উপস্থিত হ'লহি। সকলো মিলি বাবাক ৰাজহুৱাকৈ সংকাৰ কৰাৰ ব্যৱস্থা কৰা হ'ল।

# ছয়

পৰিহৰেশ্বৰ এতিয়া ডুবি নামেৰেহে প্ৰখ্যাত হৈ পৰিল। সন্ন্যাসী বাবাৰ মন্ত্ৰত ঠাইখনে ন-ৰূপ গ্ৰহণ কৰিলে। ওচৰৰ গাঁও বিলাকৰ বাসিন্দা নানা গোষ্ঠীৰ জনসাধাৰণে ডুবিক আপোন কৰি ল'লে। এই সকলৰ মাজত নানা মতৰ মানুহ আছিল। কিন্তু সকলোৱেই আদিম দেৱতা সদাশিৱৰ প্ৰতি শ্ৰদ্ধা-ভক্তি অটুট ৰাখিছিল।

ডুবি অঞ্চলৰ মানুহৰ মাজত শৈৱ মতৰ লগে লগে শাক্ত মতৰ প্ৰচলন ঘটিছিল। কিছুমান মানুহৰ মাজত বিষ্ণুৰ মহিমা প্ৰচাৰ হৈ বৈষ্ণৱ মতো স্থাপিত হৈছিল। সনাতনপন্থীসকলে শিৱ আৰু বিষ্ণুৰ মাজত পাৰ্থক্য ৰখা নাছিল। দুয়ো মূলতে এক বুলি মানিছিল। আনহাতে শাক্তসকলে দুৰ্গা দেৱীক স্বয়ং ভগৱতী ৰূপত ধৰি জগতৰ মাতৃ— আইৰ আসনত বহুৱাইছিল। মুঠতে সকলোৱেই বৈদিক আদি সকলো মতক মানি লৈছিল।

সেইবাবে অঞ্চলটোৰ নানা ঠাইত শিৱ পূজা, দুৰ্গা পূজা আৰু অন্যান্য দেৱ-দেৱী পূজাৰ লগতে বিষ্ণু পূজাও অনুষ্ঠিত হৈছিল। সন্ন্যাসী বাবাই কেৱল শিৱ পূজা কৰিছিল যদিও অন্য বৈদিক পূজা-পাতলৰ পৰা ডুবি অঞ্চলৰ মানুহক আঁতৰাই আনিবলৈ যত্ন কৰা নাছিল।

কিন্তু সন্ন্যাসী বাবা আছিল তান্ত্ৰিক মতৰ সম্পূৰ্ণ বিৰোধী। ইয়াৰ প্ৰচলন কামৰূপ-কমতাৰ নানা ঠাইত ব্যাপকভাৱে আছিল। মানুহবিলাকে অন্য নহ'লেও সাধাৰণ তন্ত্ৰ-মন্ত্ৰক বৰ গুৰুত্ব দিছিল। যিকোনো নৰীয়াত পৰিলে তন্ত্ৰ-মন্ত্ৰ-বেজালিৰ ওচৰ চাপিছিল। এটা সময়ত এই বেজালিৰ প্ৰচলন অতি ব্যাপক হৈ পৰিছিল। অন্য ঠাইৰ মানুহে ভূটান পৰ্বতৰ নামনিৰ এই অঞ্চলটোকে বেজালি দেশ বুলি বুজাইছিল। বাহিৰৰ মানুহেও তন্ত্ৰ-মন্ত্ৰৰ সহায় বিচাৰি এই অঞ্চল পাইছিলহি। মানুহৰ পেট চলিলে, হাগনি হ'লে, পেট ওফন্দি থাকিলেও বেজৰ ওচৰলৈ ঢাপলি মেলিছিল। নানা ধৰণৰ জ্বৰ, আনকি সন্নিপাত জ্বৰতো তন্ত্ৰ-মন্ত্ৰৰ সহায় লৈছিল। তিৰোতাৰ প্ৰসূতি ৰোগতো কেৱল মন্ত্ৰ— বেজালি। অৱশ্যে কিছু লোকে কবিৰাজৰো আশ্ৰয় লৈছিল। সন্ন্যাসী বাবাৰ

বুজনিত বহুতো প্ৰজাৰ তন্ত্ৰ-মন্ত্ৰৰ প্ৰতি থকা ধাউতি কমি আহিছিল। বাবাইতো তন্ত্ৰ-মন্ত্ৰ বিশ্বাস কৰা নাছিল। সেয়েহে মৰিবৰ সময়তো ইয়াৰ বিৰোধিতা কৰি গৈছিল।

বেজালিৰ পৰাই বজালী। আন এটা মত অনুসৰি আকৌ বজাল বাঁহৰ ঠাই বাবেহে বজালী হ'ল। এটা বিশাল অঞ্চল জোৰা এই ঠাইখনক বাহিৰত বজালী নামেৰে জনাজাত হ'লেও ডুবি অঞ্চলটোৰ স্বতন্ত্ৰ পৰিচয় ৰৈ গৈছিল। সন্ন্যাসী বাবাৰ আগমনে ডুবিক আৰু গাম্ভীৰ্য দান কৰিছিল। বাবাৰ এতিয়া মহা-প্ৰস্থান ঘটিলেও ডুবিৰ নিজস্ব গৌৰৱ অকণো কমা নাই।

ডুবিৰ লগতে এতিয়া দেৱদত্ত আৰু দেৱপ্ৰদত্ত দুয়োৰে নাম বৈ-বৈ গৈছে। সন্ন্যাসী বাবাৰ প্ৰকৃত উত্তৰাধিকাৰী বুলি মানুহৰ মুখত সহজে শুনা গ'ল। দুয়োজনৰে পৰিচয় এতিয়া ডেকা সন্ন্যাসী বুলিয়েই প্ৰচলিত হৈছে। ৰজাঘৰলৈকে দুয়োজনৰ নাম প্ৰচাৰ হৈছে। বজালীৰ বিভিন্ন ঠাইত থকা সকলো ব্ৰাহ্মণ-কায়স্থই এই ডেকা সন্ন্যাসী দুজনক যেন স্বীকাৰ কৰি লৈছিল। তেওঁলোকৰ নিষ্ঠা, দক্ষতা আৰু কৰ্মনিপুণতাত সন্দেহ নথকাৰ দৰেই চৰিত্ৰতো কাৰো সন্দেহ নাছিল।

দুয়োজনেই আছিল সজ চৰিত্ৰবান থলুৱা যুৱক। বাহিৰৰ পৰা মাজে-সময়ে অহা শিশু ব্ৰহ্মচাৰী তেওঁলোক নহয়। মন্দিৰৰ দেৱদাসী তেওঁলোকৰ বাবে ভোগৰ সামগ্ৰী নহয়। দেৱতাৰ সেৱাৰ বাবে উছৰ্গিত ভক্তিপ্ৰাণ চৰিত্ৰৱতী ব্ৰহ্মচাৰিণী সেৱিকা মাত্ৰ। তেওঁলোক দেৱ মন্দিৰৰ ভ্ৰাতৃ-ভগ্নী, আত্মীয়-স্বজন। বাবাই শিকাই গৈছে— য'ত জীৱ ত'ত শিৱ। শিৱই সকলো,— তেওঁ সৰ্বত্ৰ বিদ্যমান। এনে এটা বহল ভাৱৰ অধিকাৰী দেৱদত্ত আৰু দেৱপ্ৰদত্তৰ ওচৰত মন্দিৰৰ একমাত্ৰ দেৱদাসী মেনকা এগৰাকী দেৱী— তেজ-মঙহৰ গাভৰু নহয়। মেনকাৰ বাবেও তেওঁলোক একোজন দেৱতা— দেৱাদিদেৱৰ সন্তান। এনে এটা মহান ভাবধাৰাকে সন্ন্যাসী বাবাই ডুবিত ৰোপণ কৰি গৈছে।

সেইবাবে ডুবি দেৱালয় সৰ্বত্ৰ বিখ্যাত হৈ পৰিছে। দূৰ-দূৰণিৰ অনেক মানুহেই ইয়ালৈ ঢাপলি মেলিছে। শান্তিকামী মানুহৰ বাবে ডুবি যেন কৰুণাৰ সাগৰ। দেৱদত্ত আৰু দেৱপ্ৰদত্তৰ মুখৰ এষাৰ বাণী এই মানুহবিলাকৰ পাথেয়। সকলো ধৰ্ম-মত নেওচি প্ৰত্যেকেই এই মন্দিৰত জীৱাত্মাৰ সন্ধান লাভ কৰি আহিছে। পিনাকপাণি শিৱৰ স্বৰূপ দুয়োজনে সুন্দৰকৈ ভক্তৰ মাজত প্ৰচাৰ কৰিছে। পৰিহৰেশ্বৰ দেৱালয় প্ৰতিষ্ঠাৰ সময়ত শিৱৰ স্বৰূপ আছিল ধনুৰ্ধৰ। ধনু বা পিনাক তেওঁৰ হাতত আছিল। শিৱৰ এই ৰূপ বৈদিক। বেদত তেওঁ ৰুদ্ৰ দেৱতা। পৌৰাণিক বৰ্ণনাত শিৱ হ'ল ত্ৰিশূলধাৰী ত্ৰিশূলী। ত্ৰিশূল অগ্নিৰে প্ৰতীক। জগতৰ কল্যাণৰ বাবেই ত্ৰিশূল ব্যৱহাৰ হয়। শিৱ পিনাকপাণিয়েই হওক বা শূলপাণিয়েই হওক, তেওঁক যুগে যুগে মানুহে পূজা-অৰ্চনা কৰি আহিছে।

শিৱ তমঃ গুণৰ অধিকাৰী তমোহৰ দেউ। সত্ত্বঃগুণৰ অধিকাৰী বিষ্ণু, ৰজঃগুণৰ অধিকাৰী ব্ৰহ্মাৰ সৈতে শিৱ মূলতঃ একে। এই ত্ৰিদেৱৰ মাজত ভিন্নতা নাই। ব্ৰহ্মা-বিষ্ণু যেন শিৱতে বিলীন হৈ আছে। লিঙ্গ পুৰাণে এই অভিন্নতা দাঙি ধৰিছে।

শিৱই মূলতঃ বীজ আৰু বীৰ্য। বীৰ্য বহন কৰে লিঙ্গই। গতিকে শিৱৰ মূৰ্তিতকৈ পূজিত হয় লিঙ্গ। মহাভাৰতৰ দিনৰ পৰাই শিৱ আৰু লিঙ্গ অভেদ হৈ আহিছে।

'প্ৰত্যক্ষমাহি দেৱেন্দ্ৰ পশ্য লিঙ্গং ভগাংকিতম্

দেৱদেৱেন ৰুদ্ৰেন সৃষ্টি হেতু না...'

প্ৰাচীন কালৰে পৰা বৰ্ধিত এই লিঙ্গ পূজাই পৰিহৰেশ্বৰ দেৱালয় প্ৰতিষ্ঠাৰ দিন ধৰি পূজিত-অৰ্চিত হৈ আহিছে। অতীতৰ সকলো কথা বিস্মৃত হ'লেও পিনাকপাণি শিৱৰ মহিমা সদায়ে অক্ষুণ্ণ হৈ আছে। যুগে যুগে মানুহেই এই ঠাইখনক স্মৰণীয় আৰু সজীৱ কৰি ৰাখিছে।

সন্ন্যাসী বাবাই দেৱদত্ত আৰু দেৱপ্ৰদত্তক কেৱল পূজা অৰ্চনাৰে উপযুক্ত কৰি যোৱা নাছিল। তেওঁ দুয়োকে সংস্কৃতৰ শিক্ষা দি শাস্ত্ৰ অধ্যয়নৰ উপযুক্ত কৰি থৈ গৈছে। তদুপৰি বাবাই শিৱক অধিদেৱতা ৰূপে গ্ৰহণ কৰা বিভিন্ন পুৰাণ, উপ-পুৰাণৰ বহুত পুথিও সংগ্ৰহ কৰি গৈছে। বাবা নিজেও সংস্কৃত জ্ঞানৰ অধিকাৰী আছিল। তমঃ গুণ প্ৰধান শিৱ পুৰাণসমূহৰ সংগ্ৰহে বাবাক অনন্য কৰি গৈছে। এই পুৰাণবিলাকৰ ভিতৰত আছিল- লিঙ্গ পুৰাণ, বৰাহ পুৰাণ, কূৰ্ম পুৰাণ, ব্ৰাহ্মণ পুৰাণ, ব্ৰহ্মাণ্ড পুৰাণ আদি। শিৱ আৰু অগ্নি এই পুৰাণসমূহৰ অধিকাৰী দেৱতা। অগ্নিৰ অন্য ৰূপ ৰুদ্ৰ। ৰুদ্ৰ শিৱৰ বৈদিক ৰূপ।

দুয়োজনে পুৰাণ অধ্যয়ন নিয়মীয়াকৈ কৰে। তেওঁলোকে অন্য পূজাৰীৰ দৰে ভাং, আফিং একো সেৱন নকৰে। মন্দিৰত উছৰ্গিত এই বস্তুবিলাক সমবেত হোৱা ভক্তসকলৰ মাজত ভগাই দিয়ে। কোনো কোনোৱে চিলিম টানে, আফিং সেৱন কৰে— সেইটো নিজ ইচ্ছাৰ ওপৰত নিৰ্ভৰশীল।

দুয়োজন পূজাৰীয়ে অঞ্চলটোৰ বাহিৰতো এইবোৰ কথাৰ বাবে জনাজাত হৈ পৰিছে। এনে একোজন পূজাৰী পালে মন্দিৰ ধন্য হয়। ডুবিত দুজন পূজাৰী থকা বুলি জানি বহুলোকে এজনক নিজৰ মন্দিৰলৈ নিয়াৰ চেষ্টাও মাজে-মাজে কৰি আহিছে। কিন্তু পৰিহৰেশ্বৰ এৰি যাবলৈ এজনেও ইচ্ছা নকৰে। দেৱদত্ত প্ৰধান পূজাৰী, বয়সতো তেওঁ ডাঙৰ, জ্ঞান-পাণ্ডিত্যতো তেওঁক শ্ৰেষ্ঠ বুলি দেৱপ্ৰদত্তই ইমান দিনে মানি আহিছে। দেৱপ্ৰদও চিৰদিন দেৱদত্তৰ সহায়ক হৈ থকাত আপত্তি নাই। অৱশ্যে দেৱদত্তৰ সকলো নিৰ্দেশ মানি চলিবলৈ সি কুণ্ঠাবোধ নকৰে।

কিছুদিনৰ পিছত পাঁচ-ছজনীয়া দল এটা আহি পৰিহৰেশ্বৰত ওলালহি। প্ৰথমতে

তেওঁলোকে মন্দিৰত পূজা-সেৱা জনালে। দেৱদত্তই পৰিচয় সোধাত মুখিয়ালজনে কৈ গ'ল।

'আমি কোচ হাজোৰ পৰা আহিছোঁ। সেই ৰাজ্যত এখন শিৱথান প্ৰতিষ্ঠিত হৈছে। আমি কেউজন সেই থানৰে ভক্ত, সেৱাইত বুলিও ক'ব পাৰে। কুৰি বছৰমান আগতে ৰাইজে এই থানখন পাতিছিল। এজন গৰখীয়াই গৰু বিচাৰি গৈ পাহাৰ এটিৰ নামনিত এটি শিৱলিঙ্গ দেখা পালে। সি গঞাক আহি কোৱাত ভালেমান গঞা লোক সেই ঠাইলৈ গৈ লিঙ্গভাগ দৰ্শন কৰিলেগৈ। গঞাসকল যাবৰ সময়ত লিঙ্গভাগৰ ওপৰত এটি সৰ্পই বিচৰণ কৰিছিল। ৰাইজে তুতি-মিনতি কৰাত তেওঁ এৰি গ'ল। ৰাইজে লিঙ্গভাগ ভালকৈ চালে আৰু অনুমান কৰিলে বহুত পুৰণি। তেতিয়া পাহাৰৰ নামনি ঠাইখন পৰিষ্কাৰ কৰি এটি ঘৰ সাজি লিঙ্গটি যথাস্থানত স্থাপন কৰিলে আৰু গঞা ৰাইজে ভাং-ধতুৰা আদিৰে পূজা-পাতল কৰিবলৈ ল'লে। পিছলৈ এজন পূজাৰীৰো যোগাৰ হৈছিল। কিন্তু...।'

মানুহজন বৈ গ'ল।

দেৱদত্তই ক'লে— 'তাৰ পিছত কওক।'

মানুহজনে ক'লে— 'পূজাৰীজন আজি নাই।'

'মৰিল নে ক'ৰবালৈ গ'ল?'

'এৰা তেনেই। ক'বলৈ ভাল লগা নাই। কিবা আপদীয়া কথা যিটো আপোনাক ক'বলৈ সৎ যোৱা নাই।' তেওঁ আন এজন মানুহলৈ চাই ক'লে— 'ধৰ্মকান্ত, বাকীখিনি তয়ে ক'চোন।'

'মইনো কি ক'ম।' ধৰ্মকান্তই আৰম্ভ কৰিলে— 'ৰাতিকান্তই সকলো ক'লেই। পিছে পূজাৰী পলাল— বেয়া কাম কৰি পলাই গ'ল।'

'কিয় পলাই গ'ল?'

'কৈছোঁ। আমাৰ মাজতে দুখুনী বাঁৰী মানুহ এজনী আছিল। তাইৰ সতি-সন্ততিও নাছিল। তাই মন্দিৰৰ পৰা প্ৰায়ে মাহ-কল, চাউল-পাত আনি চলি আছিল। মন্দিৰৰ পূজাৰীয়ে ভক্তই দি যোৱা এই বস্তুবোৰ খাই শেষ কৰিব নোৱাৰিছিল; সেইবাবে মানুহক বিলাই দিছিল। পিছলৈ সেই মানুহজনীক বেছিকৈ দিবলৈ ধৰাত তাই মন্দিৰৰ সৰা-মোচা কামবোৰো কৰিবলৈ ধৰিলে। গণ্ডগোলটো ইয়াতে হ'ল। তাই পূজাৰীৰ দ্বাৰা ধৰ্ষিতা হ'ল। পিছে তাই কাকো নক'লে। কিন্তু এদিন কথাটো সকলোৱে জানিলে। এইবোৰ দুবছৰমান আগৰে কথা। পূজাৰীয়ে তাইক লৈ পলাই গ'ল। ক'ত গ'ল আজিলৈকে কোনেও গম নাপালে।'

'বুজি পালোঁ, এতিয়া আপোনালোকৰ সমস্যাটোনো কি?' দেৱদত্তই সোধাত এইবাৰ ধৰ্মকান্ত নামৰ মানুহটোৱে ক'লে—

'পূজাৰী নোহোৱাকৈ আমিবোৰেই ধূপ-চাকি জ্বলাই সন্ধিয়া পূজা কৰি আছিলো। কিছুদিনৰ পৰা আমি এজন উপযুক্ত পূজাৰী বিচাৰি আছিলো। এদিন গম পালোঁ এই পৰিহৰেশ্বৰ বাবাৰ থলীত এজন পূজাৰী আছে। তেৰাকে বিচাৰি ইয়ালৈ আহিছোঁ।'

'হয় হয় দেৱ, আমাক এইকণ সুবিধা কৰি দিয়ক আৰু।' —আন এজনে কাতৰভাৱে ক'লে।

'মন্দিৰত আমি দুজন আছোঁ সঁচা, কিন্তু অন্য ঠাইলৈ যাবলগীয়া লোকতো নাই।' দেৱদত্তই ক'লে।

'ইয়াৰে এজনে যদি আমাক বাট দেখুৱাই দিয়ে, বৰ ভাল হয়।' —ৰাতিকান্তই ক'লে।

'মই বাৰু ইজনক মাতি আনিছো। আপোনাসৱ বহক।' এইবুলি দেৱদত্তই দুপৰীয়া চাউলমুঠি সিজাই থকা দেৱপ্ৰদত্তৰ ওচৰ পালেগৈ। তেওঁ সকলো ভাঙি-পাতি ক'লে। দেৱদত্তৰ সৈতে দেৱপ্ৰদত্ত ওলাই আহি মানুহকেইজনক মাত লগালেহি। সিহঁতে অনুনয়-বিনয় কৰিবলৈ ধৰিলে— 'হে দেৱ, আপুনি আমাৰ ৰাইজখনক উদ্ধাৰ কৰক।'

ইয়াৰ পিছত বিশদভাৱে সকলো আলোচনা হ'ল। দেৱপ্ৰদত্তৰ মন উগুল-থুগুল হ'ল। এবাৰ যাবলৈ মন যায়, আকৌ এবাৰ পৰিহৰেশ্বৰ এৰিবলৈ মন নাযায়। দেৱদত্তই কোনো সমিধান নিদিয়াকৈ দেৱপ্ৰদত্তৰ ওপৰত সকলো এৰি দিলে, দেৱপ্ৰদত্তই এপষেক সময় বিচাৰিলে। 'মই ভাবি-চিন্তি চাওঁ। আমাৰ দেৱাদিদেৱৰ ওচৰত প্ৰণাম জনাই অনুমতি বিচাৰিব লাগিব। বাবাৰ যহতে আমি ইয়াত থিতি আছোঁ। সেইবাবে সময় লাগে। পষেক গ'লে এজন বা দুজন আহিব। যাব লগা হ'লে, বাবাৰ ইচ্ছা হ'লে— যাব লাগিব।

মানুহকেইজন কিছু আশ্বস্ত হ'ল। তেওঁলোক নিজ ঠাইলৈ উভতি গ'ল।

এপষেকৰ পিছত মানুহকেইজন আকৌ আহিল। কোচ হাজোৰ পৰা দিনটো খোজকাঢ়ি আহি সন্ধিয়াৰ আগে আগে ভুবি পালেহি। এইবাৰ তেওঁলোকে সিধা-পাতি লগত আনিছিল। ৰাতিটো পৰিহৰেশ্বৰৰ চৌহদতে তেওঁলোক ৰ'ল। পূজাৰী দুজনেই বান্ধি-বাঢ়ি খুৱালে। পুৱা বেলাতে সকলো যাবলৈ সাজু হ'ল। পৰিহৰেশ্বৰ বাবাক সেৱা জনাই দেৱপ্ৰদত্ত যাবলৈ ওলাল। দেৱদত্তই থোকা-থুকি মাতেৰে ক'লে— 'বাবাৰ আদেশ বুলি ধৰিবা। সেই ঠাইত ভাল নাপালে— অসুবিধা হ'লে আকৌ উভতি আহিবা। এই দেৱালয় তোমাৰেই ক্ষেত্ৰ। মই নিমিত্ত বুলি ধৰা।'

দেৱপ্ৰদত্তৰ বিদায়ত মেনকায়ো এটোপাল চকুলো মচিলে।

# সাত

কেদাৰ পৰ্বতৰ নামনিত প্ৰতিষ্ঠিত শিৱ মন্দিৰটিত উপস্থিত হৈ দেৱপ্ৰদত্তৰ বেয়া নালাগিল। কাৰণ, অঞ্চলটো নৈসৰ্গিক দৃশ্যৰে অতি সুশোভিত। তাতে মন্দিৰৰ শিৱলিঙ্গভাগ অতি পুৰণি। কেদাৰ পৰ্বতৰ ওপৰত থকা পুৰণি মন্দিৰটি ত্ৰয়োদশ শতিকাৰ আৰম্ভণিতে মোগল সেনাই ইবন বখ্‌তিয়াৰৰ নেতৃত্বত এই ঠাইত ঘাটি পাতিছিল আৰু তেতিয়াই এই মন্দিৰ ধ্বংস কৰিছিল। মানুহৰ মুখৰ পৰা এনে অনেক কাহিনী দেৱপ্ৰদত্তই শুনিছিল আৰু শুনিছিল যে মন্দিৰটি বখ্‌তিয়াৰে আক্ৰমণ কৰোঁতে তাত কেইবাগৰাকী দেৱদাসী আছিল। আক্ৰমণত ভয় খাই কেইজনীমান হয়গ্ৰীৱ মাধৱ মন্দিৰলৈ পলাই গ'ল আৰু দুজনীমান ক'ত হেৰাল কোনেও নাজানে। বহুতৰ মতে মোগল সেনাপতিৰ ৰক্ষিতা হ'ব লগাত পৰিল। দেৱপ্ৰদত্তই ইতিমধ্যে গম পাই গ'ল যে কিছু মোগল সেনা সেই ঠাইত ৰৈ গ'ল আৰু কালক্ৰমত নিম্ন হিন্দু কিছুমান লোকৰ পৰা তিৰোতা গ্ৰহণ কৰি সেই অঞ্চলতে স্থায়ী বসতি পাতিলে। এইদৰে বহু বছৰ পাৰ হৈ গ'ল।

দেৱপ্ৰদত্ত যোৱাৰ পিছত ডুবি দেৱালয়ত কিছু পৰিবৰ্তনৰ ঢৌ আহি পৰিল। দেৱদত্ত আৰু মেনকাৰ বয়স বাঢ়ি গৈ থাকিল। অঞ্চলটোৰ পৰিবেশো যথেষ্ট সলনি হৈ পৰিল।

ডুবি প্ৰথমতে দুৰ্বলগিৰি পৰ্বত থকা গাঁওখন হ'লেও পিছত কেইখনমান গাঁও লৈ ডুবি অঞ্চলটো গঢ়ি উঠিল। কালদিয়া নৈ খনৰ পাৰে পাৰে এই গাঁওবিলাক আছিল। কালদিয়াৰ দুয়োপাৰ পহুমৰা নৈ আদি সামৰি গঢ়ি উঠা বহল অঞ্চলটোৰ নাম তেতিয়া বজালী। বেজালি মন্ত্ৰৰ ঠাই। গাঁৱে-গাঁৱে সৰু-বৰ অনেক বেজে বেমাৰ-আজাৰত তন্ত্ৰ-মন্ত্ৰ তথা বেজালি পুথিৰে জৰা-ফুকা কৰে বাবেই দূৰৰ মানুহে ঠাইখনক বেজালিৰ দেশ বা বজালী বুলি হেনো কৈছিল।

বজালী কামৰূপৰ মধ্যম খণ্ডতে বুলিব পাৰি। কামৰূপ তন্ত্ৰ-মন্ত্ৰৰ দেশ। মায়াৰ দেশ। এই দেশত হেনো বাহিৰৰ মানুহক ভেড়া কৰি পেলোৱা হয়।

এইখন শিৱ-পাৰ্বতীৰ দেশ। কালিকা পুৰাণৰ দেশ। পৰ্বতে পৰ্বতে শিৱৰ অৱস্থান। কৈলাস পৰ্বতৰ পৰা আহি এই ঠাইতে শিৱ কঠোৰ ধ্যানত মগ্ন হৈছিল। এই ধ্যান ভঙ্গ কৰিবাৰ কাৰণে পঠোৱা হৈছিল মদন দেৱতা কামদেৱক।

শিব সেই সময়ত প্ৰাগ্‌জ্যোতিষপুৰ ৰাজ্যত। বাবা ব্ৰহ্মপুত্ৰৰ— উত্তৰ আৰু দক্ষিণে এই ঠাইত শাৰী শাৰী পৰ্বত। ইয়াৰে দক্ষিণত নীলাচলত পাৰ্বতী-গোসাঁনীৰ কামাখ্যা ৰূপী অৱস্থান। উত্তৰ পাৰৰ পূব দিশত দিৱানগিৰি পৰ্বত। ইয়াতে শিৱ ধ্যানস্থ হৈছিল। শিৱৰ ৰুদ্ৰ ৰূপে পৃথিৱী সংহাৰ কৰাৰ আশঙ্কাতে পৰমেশ্বৰ বিষ্ণুৱে পুত্ৰ মদন দেৱতাক পঠিয়াই তপস্যা ভঙ্গ কৰিছিল। মদনে দেৱতা কামদেৱে পত্নী ৰতিক লগত লৈ এই কাৰ্য কৰিছিল। মদনে কাম শৰ মাৰি শিৱৰ দেহ অস্থিৰ কৰি তুলিলে আৰু ৰতিদেৱীয়ে কামোন্মাদ নৃত্যৰে তপস্যা ভঙ্গ কৰিবলৈ সমৰ্থ হ'ল। কিন্তু শিৱৰ তাণ্ডৱ ৰূপত কামদেৱ ভস্মীভূত হৈ পৰিল। তেতিয়া ৰতি দেৱীৰ আকুল প্ৰাৰ্থনাত ক্ষান্ত হৈ তমোহৰ দেউৰ ৰূপত ৰতিৰ সৈতে নৃত্য কৰি জন্ম দিলে পৃথিৱীৰ আদিম নৃত্য-শৈলীৰ। অৱশেষত নটৰাজ ৰূপত শান্ত হৈ পুনৰ ৰতিৰ নিবেদনত কামদেৱক নতুন ৰূপ দিলে। মদন দেৱতাই কামৰূপত্ব লাভ কৰিলে।

এইদৰেই প্ৰাগ্‌জ্যোতিষপুৰ ৰাজ্যৰ নাম হ'ল কামৰূপ। দিৱানগিৰি পৰ্বতৰ শিৰস্থানত প্ৰতিষ্ঠিত হ'ল এটি মন্দিৰ। গৰ্ভ-গৃহত পূবমুৱাকৈ আলিঙ্গনৰত অৱস্থাত এটি যুগল মূৰ্তি। উমা-মহেশ্বৰৰ মূৰ্তি বুলি ভাবিলেও সৰহ লোকে ৰতি-কামদেৱৰ যুগল মূৰ্তি বুলিহে ভাবে। সেইবাবে এই মন্দিৰৰ নাম 'মদন কামদেৱ'। এই মন্দিৰত এই ৰূপান্তৰৰ স্বাক্ষৰ এতিয়াও ধ্বনিত হৈ আছে— 'কামদেৱো ৰজা লিঙ্গিত বিগ্ৰহঃ'। আকৌ— 'ৰাতিপ্ৰিয় মাধবাত্মজ কন্দৰ্প কামায় দেৱ দেৱস্য, মূৰ্তয়ে'। তদুপৰি যজ্ঞত আহুতি দিবৰ সময়ত 'ৰত্যা সাহিত্যে কামদেৱায় স্বাহা' উচ্চাৰণ কৰা হয়।

এই মদন কামদেৱ মন্দিৰ যেন প্ৰাচীন কালৰে পৰা শৈৱ-বৈষ্ণৱ উভয় মতৰ ঐক্যস্থান। দেৱপ্ৰদত্তৰ এই কথা বুজোঁতে অকণো পলম নহ'ল। হাজোৰ হয়গ্ৰীৱ মাধৱৰ পৰা মদন কামদেৱলৈকে বিস্তৃত বহুকেইটা মন্দিৰ তেওঁ দৰ্শন কৰিলে। কামৰূপত বৈদিক ধৰণে সকলো মতৰে চৰ্চা আছে— তাক উপলব্ধি কৰিলে।

কামৰূপৰ উৎপত্তি আৰু তন্ত্ৰ-মন্ত্ৰৰ বিকাশ দেৱপ্ৰদত্তই এনেদৰে হোৱা বুলি বিশ্বাস কৰিলে। দেৱদাসী প্ৰথা সম্পৰ্কেও তেওঁৰ বহুত জ্ঞান হ'ল। হয়গ্ৰীৱ মাধৱ মন্দিৰৰ দেৱদাসী নৃত্য সম্পৰ্কে বুজ ল'বলৈকো তেওঁ আগবাঢ়ি গ'ল। অৱশ্যে তেওঁ দেৱতাৰ চৰণ বন্দন কৰা দেৱদাসীৰ নাচ দেখা নাছিল। এই মন্দিৰত কিন্তু দেৱদাসী বা নটী নাচৰ লয়-তাল-মুদ্ৰাৰ এক কলাত্মক প্ৰকাশ দেখা পালে। এনে নাচৰ অনুশীলন হোৱা উচিত। দেৱদত্তক কৈ মেনকাক কেইদিনমান হাজোৰ মন্দিৰত অনুশীলন কৰিবলৈ অনোৱা উচিত হ'ব।

কিছুদিনৰ পিছত দেৱপ্ৰদত্তই ডুবিলৈ যাত্ৰা কৰিলে। ডুবিয়ে যেন তেওঁক মাতিয়েই আছে। ডুবিতে তেওঁৰ কৈশোৰ-যৌৱন অতিক্ৰম হৈছে। সন্ন্যাসী বাবাৰ অনুশাসনতে

কঠোৰ ব্ৰহ্মচৰ্যৰ শিক্ষা লাভ কৰিছে। এতিয়া বাৰ্ধক্যই দুই-এডাল ৰূপালী চুলিৰ উপহাৰ দিলেও নিজৰ কৰ্তব্যৰ পৰা বিচ্যুত হোৱা নাই।

দেৱপ্ৰদত্ত ভুবিত উপস্থিত হ'লত দেৱদত্তই আঁকোৱালি ল'লে। দুজন ভ্ৰাতৃৰ মিলনত পৰিহৰেশ্বৰ যেন টল্‌বলাই উঠিল। মেনকাও দৌৰি আহিল। পাছে পাছে আহিল দুজনী কিশোৰী নৃত্যাঙ্গনা।

কিশোৰী দুজনী দেখি দেৱপ্ৰদত্তই নাম-ধাম সুধিলে। মেনকাই ক'লে— 'আমি দুয়োজনীৰ নাম সলনি কৰি সোণফুলী আৰু ৰূপফুলী কৰিছোঁ। এইজনী সোণফুলী, এইজনী ৰূপফুলী।'

দুয়োজনীয়ে দেৱপ্ৰদত্তক যথাৱৎ প্ৰণাম জনালে। তাৰ পিছত আহাৰ গ্ৰহণ কৰিলে দুয়োজন দেৱ নানা আলোচনাত বহিল। কামৰূপৰ জন্মৰ পৰা তন্ত্ৰ-মন্ত্ৰৰ প্ৰচাৰ-প্ৰসাৰ, বৌদ্ধ মতৰ ক্ৰমশঃ বিলোপন, শৈৱ-শাক্তৰ সমানে ফেৰ মাৰি প্ৰসাৰ লাভ কৰা বৈষ্ণৱ মতেও আলোচনাত স্থান লাভ কৰিলে। ধৰ্ম ভেদ, মতভেদ, জাতিভেদ আদিয়েও ঠাই পালে। ব্ৰাহ্মণ-শূদ্ৰ এই দুই জাতিৰ ভেদাভেদ ক্ৰমান্বয়ে বাঢ়ি অহা বৃত্তি ভিত্তিত জাত-পাত সৃষ্টি হৈ ভেদাভেদ প্ৰবল হৈ উঠাৰো সম্ভেদ তেওঁলোক ইজনে সিজনক দিলে। পূৰ্বৰ বজালী অঞ্চলৰ কাইথবিলাকৰ ক্ষুদ্ৰ ক্ষুদ্ৰ সামন্ত ৰাজ্যৰ ঠাইত এফালে কোচ সাম্ৰাজ্য আৰু আনফালে আহোম সাম্ৰাজ্যৰ আগ্ৰাসন বৃদ্ধি হৈ অহাৰ প্ৰসঙ্গৰ লগতে মোগল আক্ৰমণৰ ফলত সৃষ্টি হোৱা পৰিস্থিতিৰ বিষয়েও মতামত বিনিময় কৰিলে।

দেৱপ্ৰদত্তই ষোড়শ শতাব্দীত মাজভাগত হাজোৰ মাধৱ মন্দিৰ, কামাখ্যা মন্দিৰ আদি ভঙাৰ মোগল আক্ৰমণৰ কাহিনী ক'লে। সেই সময়ত দেৱদত্তইঁতৰ জন্মই হোৱা নাছিল। সম্ভৱতঃ সন্ন্যাসী বাবাই তেনে সময়তে পৰিহৰেশ্বৰলৈ আহি দায়িত্ব গ্ৰহণ কৰিছিল।

বঙ্গদেশৰ ঢাকা তেতিয়া মোগলৰ দখলত। ঢাকাৰ নবাব চুলেমান কৰনানি। তেওঁৰ দুৰ্দান্ত সেনাপতিৰ নাম কালাপাহাৰ। আচল নাম কোনেও নাজানে। ইতিমধ্যে কমতাপুৰৰ ভূএগ্ৰা ৰজাবিলাকৰ পৰা বিচু নামৰ হাৰিয়া মণ্ডলৰ পুতেক এজনে ৰাজ্যখন দখল কৰি লয়। তেৱেঁ নিজকে কমতেশ্বৰ বুলি ঘোষণা কৰি কামৰূপ কোচ ৰাজ্য প্ৰতিষ্ঠা কৰিছিল। বিচুৱেই কোচবিহাৰত ৰাজধানী পাতে। সেই সময়তে কামৰূপৰ নানা ঠাইত বহুতো মোগলে স্থায়ীকৈ বাস কৰিবলৈ ধৰিছিল। হাজো অঞ্চলতো এনে গাঁৱৰ সৃষ্টি গৈছিল। কোচ ৰজা নৰনাৰায়ণৰ দিনতে কালাপাহাৰৰ নেতৃত্বত মোগলে আকৌ এবাৰ কামৰূপ আক্ৰমণ কৰিছিল। এহাতে কোচ ৰজা নৰ-নাৰায়ণৰ দিনতে কালাপাহাৰৰ নেতৃত্বত মোগলে আকৌ এবাৰ কামৰূপ আক্ৰমণ কৰিছিল। এহাতে কোচ আৰু আনদিশে আহোম ৰজাৰ পৰাক্ৰমত তিষ্ঠিব নোৱাৰিলে। কিন্তু কালাপাহাৰে

মঠ-মন্দিৰ ভাঙি, ধন-সোণ আদি সম্পত্তি লুটি লৈ গৈছিল। কালাপাহাৰেই হয়গ্ৰীৱ মাধৱ মন্দিৰ, কামাখ্যা মন্দিৰ আদি ভাঙি চূৰমাৰ কৰি গ'ল।

অৱশ্যে কোচসকলে হাজো অঞ্চল অধিকাৰ কৰি পুনৰ হয়গ্ৰীৱ মাধৱ মন্দিৰ আৰু কামাখ্যা দেৱালয় নিৰ্মাণ কৰে। এইদৰেই দেৱপ্ৰদত্তই ইতিমধ্যে জনা কথাখিনি দেৱদত্তক কলে। তেৱোঁ কিছু কথা আগতে জানিছিল। কাৰণ, তেওঁলোক মন্দিৰলৈ অহাৰ সময়ত যিজনা ধৰ্মৰায় নামৰ ৰাজবিষয়াক লগ পাইছিল; তেওঁ প্ৰকৃততে এজন কোচ সামন্ত আছিল।

সময়ছোৱা আছিল কোচ ৰজা নৰনাৰায়ণ আৰু তেওঁৰ সেনাপতি ভ্ৰাতৃ চিলাৰায়ৰ গৌৰৱময় দিন। তেওঁলোকে মোগল, আহোম, কছাৰী জয়ন্তীয়া, ত্ৰিপুৰী আদি সকলো ৰজা, উপৰজাক পৰাজয় কৰি বৃহত্তৰ সাম্ৰাজ্য গঢ়ি তুলিছিল। উজনিত আহোমসকল মহাপ্ৰতাপী হৈ পৰিছিল। কিন্তু ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত আহোমে খোপনি হেৰুৱাই পেলাইছিল।

এই সময়তে নৱ-বৈষ্ণৱ ধৰ্মই শ্ৰীমন্ত শঙ্কৰদেৱৰ নেতৃত্বত ব্যাপকভাৱে প্ৰচাৰিত হৈছিল। কিন্তু আহোমৰ অত্যাচাৰত তিষ্ঠিব নোৱাৰি কোচ ৰাজ্যলৈ ভটীয়াই গৈ কামৰূপৰ বৰপেটা, সুন্দৰী, পাট বাউসী আদি ঠাইত বাস কৰিবলৈ ল'লে আৰু শাস্ত্ৰ ৰচনা, ধৰ্ম প্ৰচাৰ আদিত মনে-প্ৰাণে লাগি গ'ল। কোচ ৰাজ্যত কোনো বাধা নোপোৱাকৈ বৈষ্ণৱ সত্ৰ প্ৰতিষ্ঠা কৰি আন্দোলন ব্যাপক কৰি তুলিলে।

শঙ্কৰদেৱ আৰু তেওঁৰ প্ৰধান শিষ্য মাধৱদেৱ, দামোদৰদেৱ আদিয়ে নানা সত্ৰ প্ৰতিষ্ঠা কৰিলে। সত্ৰবিলাকৰ জৰিয়তে ভাগৱতী বৈষ্ণৱ ধৰ্মত দীক্ষিত হ'ল অনেক ভকত-শিষ্য। এই গুৰুসকলৰ শিষ্যই চুকে-কোণে সত্ৰ পাতি ভাগৱতৰ মত প্ৰচাৰ কৰি গ'ল। বজালী অঞ্চলতো এই মতৰ ব্যাপক প্ৰচাৰ চলিল। কেইবাখনো সত্ৰ প্ৰতিষ্ঠা হ'ল। উদাৰমতীয়া গোপালদেৱে ভবানীপুৰত সত্ৰ প্ৰতিষ্ঠা কৰি সকলো বৃত্তিয়াল জাতিক সমানাধিকাৰ আগবঢ়ালে। তেওঁ কালঝাৰত সত্ৰ পাতি ছজন ব্ৰাহ্মণ, ছজন শূদ্ৰক প্ৰশিক্ষণ দিলে আৰু জাতি-জনজাতি, মাছমৰীয়া আদিৰ লগতে মাতৃজাতিক বৈষ্ণৱ মত গ্ৰহণৰ দ্বাৰ উন্মোচন কৰি গ'ল। এনে এটা অভিমতে সকলোকে চুই গ'ল। ভূএগসকলৰ ৰাজত্ব কালত আধিপত্য বিস্তাৰ কৰিব নোৱৰা বৈষ্ণৱ ধৰ্ম মতে কোচ ৰজাৰ দিনত কামৰূপত প্ৰাধান্য বিস্তাৰ কৰিলে। অৱশ্যে একেবিলাক মানুহেই সদাশিৱ-পাৰ্বতীক অৰ্চনা কৰাৰ লগে লগে বিষ্ণু উপাসনাও কৰিবলৈ ল'লে।

বৈষ্ণৱ ধৰ্মৰ বৈদিক পূজা-পাতল চলি থকাৰ লগতে ভাগৱতৰ বিষ্ণু মহিমা প্ৰদায়ক নাম-প্ৰসঙ্গৰো প্ৰচলন বাঢ়ি গৈ থাকিল। হৰ হৰ মহাদেৱৰ লগতে ৰাম ৰাম হৰি হৰি ধ্বনিয়ে বজালীৰ আকাশ চুই গ'ল। কোচ ৰজা নৰনাৰায়ণৰ ভ্ৰাতৃ চিলাৰায় দেৱানলৈ শঙ্কৰদেৱৰ ভ্ৰাতৃ ৰামৰায়ৰ সুন্দৰী জীয়াৰী ভুবনেশ্বৰীক বিধি অনুসৰি বিবাহ

দিয়া হ'ল। কন্যাদান কৰিলে শঙ্কৰদেৱে নিজে। এনে এক মহান আদৰ্শই সত্ৰশালৰ ৰামৰায় কুঠী আৰু বৈষ্ণৱ মতক কোচসকলৰ মাজত জনপ্ৰিয় কৰি তুলিলে। ব্ৰাহ্মণসকলৰ উছটনিত পৰি কোচ ৰজা নৰনাৰায়ণে শঙ্কৰদেৱক ৰাজসভাত বিতৰ্কৰ সন্মুখীন কৰাই বৈষ্ণৱ তৰ শ্ৰেষ্ঠতা নিৰ্ণয় কৰালে।

ডুবিৰ ইতিহাসো আগবাঢ়ি গৈ থাকিল। গাঁওবোৰত বৈষ্ণৱ মত প্ৰচাৰ হ'লেও, ডুবিৰ প্ৰভাৱ হ্ৰাস নাপালে। পূৰ্বৰ দৰেই দূৰ-দূৰণিৰ পৰা ভক্ত আহিয়েই থাকিল। জাতি-জনজাতি সকলোৱে ডুবিত যেন কিবা এটা বিচাৰি পায়। এটা সময়ত পৰিহৰেশ্বৰত বৌদ্ধ মতেও ঠাই পাইছিল। তেতিয়াৰ পৰা বহুতো ভুটীয়া লোকৰ আহ-যাহ চলিয়েই আছিল। হাজোলৈ অহা ভোট-তিব্বতীসকলৰো দুই-চাৰিজনে ডুবিতো পাক এটা মাৰি যায়। এইদৰেই ডুবিৰ মহিমা অটুট হৈ ৰ'ল।

সময় বাগৰি গ'ল।

কোচ সাম্ৰাজ্যৰো পৰিৱৰ্তন ঘটি দুই খণ্ডত পৰিণত হৈছে। চিলাৰায়ৰ মৃত্যুৰ পিছত পুত্ৰ ৰঘুদেৱ কোচ হাজোৰ অধিকাৰী হ'ল। তেওঁ ভাবিছিল যে কোচ ৰাজ্যৰ একমাত্ৰ অধিকাৰী হ'ব। কিন্তু নৰনাৰায়ণৰ এটি পুত্ৰ সন্তান হোৱাত ৰঘুদেৱৰ আশাত পানী পৰিল। ফলত বিৰোধ সৃষ্টি হ'ল। ৰজা নৰনাৰায়ণ প্ৰজাৰঞ্জক, ধৰ্মপ্ৰাণ আৰু শান্তিপ্ৰিয় আছিল বাবে ভতিজাক ৰঘু আৰু পুতেক লক্ষ্মীনাৰায়ণৰ মাজত বিশাল কোচ সাম্ৰাজ্য ভাগ কৰি দিলে। কোচবিহাৰ আৰু কোচ হাজো নামৰ এই দুখন ৰাজ্যৰ সীমা হ'ল সোণকোষ নদী। পশ্চিমত কোচবিহাৰ আৰু সোণকোষৰ পূব পাৰৰ পৰা ভৰলী নৈলৈকে কোচ হাজো গঠিত হ'ল। এই বিশাল ৰাজ্য গাৰোপাহাৰপৰ্যন্ত ব্যাপ্ত হৈ পৰিল।

কোচ হাজোত বজালী হ'ল এখন গুৰুত্বপূৰ্ণ স্থান। কোচসকল হিন্দু হ'লেও মূলতঃ শিৱভক্ত আছিল। সেইবাবে কোচ হাজোত ডুবিৰ পৰিহৰেশ্বৰে গুৰুত্ব লাভ কৰিছিল। বজালীৰ সামন্ত এজনক মন্দিৰ আদি চোৱা-চিতাৰ ভাৰ দিছিল। কোচ ৰজাৰ শক্তিশালী সামন্ত ৰূপে প্ৰতিষ্ঠিত এইজনৰ নাম সূৰ্যনাৰায়ণ। ডুবি মন্দিৰলৈ এওঁৰ সঘন আহ-যাহ আছিল।

এনে সময়তে দেৱদত্তৰ স্বাভাৱিক মৃত্যু হ'ল। খবৰ পাই দেৱপ্ৰদত্ত হাজোৰ পৰা ডুবিলৈ ততাতৈয়াকৈ আহিব লগা হ'ল। হাজোৰ কেদাৰ পৰ্বতৰ নামনিৰ নতুন মন্দিৰৰ ভাৰ এজন ডেকা পূজাৰীক দি কেওঁ ক'লে— 'দেৱদত্ত মোৰ ধৰ্মীয় ভাই। সতীৰ্থ। তেওঁ এৰি যোৱা কাম-কাজ হয়তো ময়েই সমাধা কৰিব লাগিব। তেতিয়া তুমিয়েই এই মন্দিৰৰ পূজাৰী হ'ব লাগিব। গতিকে, বুজি-বাজি চলিবা। তুমি ডেকা মানুহ। এতিয়াও কঠোৰ ব্ৰহ্মচাৰী হোৱা নাই। সেইবাবে মন্দিৰত দেৱদাসী আহিলেও নাৰাখিবা। ব্ৰহ্মচৰ্য ৰক্ষা কৰিব নোৱৰা যেন লাগিলে বিবাহ কৰাবা। মন্দিৰৰ পূজাৰীয়ে বিবাহ কৰাব পাৰে। মুঠেই ব্যভিচাৰী নহ'বা। মহাদেৱে আশীৰ্বাদ কৰিব। তোমাৰ ভাল হ'ব।'

## আঠ

দেৱপ্ৰদত্ত দেৱদত্তৰ সমনীয়াই আছিল। মানসিকভাৱে তেৰোঁ ভাগি পৰিছিল। বাহিৰত একো প্ৰকাশ নকৰিলেও পিনাকপাণিৰ চৰণত শিৰ অৱনত কৰি সদায়েই দেৱদত্তৰ দৰে নিজৰো কষ্টহীন প্ৰস্থান কামনা কৰিলে। মেনকাৰো বয়স হৈ আহিল। তাই এতিয়া মন্দিৰত নিজে নাচ-বাগ নকৰে। সোণফুলী আৰু ৰূপফুলীক শিকাই-বুজাই লৈছে। ইতিমধ্যে মন্দিৰত কেইজনমান বাদ্যকাৰো নিয়োগ কৰা হৈছে। বঙ্গালী সামন্ত সূৰ্যনাৰায়ণে এই সুবিধা কৰি দিছে। মন্দিৰ চলাবলৈ তেওঁ মাজে-সময়ে অৰ্থৰ যোগানো ধৰে।

সূৰ্যনাৰায়ণ যিহেতু সামন্ত— ৰাজবিষয়া, তদুপৰি বৰ শক্তিশালী গতিকে তেওঁৰ ওপৰত কাৰো মাত নাই। দেৱপ্ৰদত্তই মানুহটোৰ স্বভাব-চৰিত্ৰত যথেষ্ট সন্দেহ কৰে। সোণফুলী আৰু ৰূপফুলীৰ বাবেহে তেওঁ ঘনকৈ ডুবিলৈ আহে। পূজা-সেৱা যেন তেওঁৰ লক্ষ্য নহয়। সোণফুলীহঁতৰ চেহেৰা-পাতি বৰ সুন্দৰ। নৃত্য-গীততো বিশেষ পাৰ্গত। ডুবিলৈ আহি পূজাৰীৰ ভাৱ লোৱাত দেৱপ্ৰদত্তৰ এইবোৰ চকুত পৰিছে। পূৰ্বতে সন্ন্যাসী বাবাই দেখুৱাই যোৱা নিষ্কাম পথৰ পৰা যেন বিচ্যুতি ঘটিব। মনৰ মাজত উৎপন্ন সন্দেহ এদিন তেওঁ মেনকাৰ আগত উত্থাপন কৰিলে। মেনকাই ক'লে— 'মোৰ কোনো শক্তি নাই। এই দুজনীৰ অতীত অন্য মন্দিৰৰ লগত জড়িত আছিলে। সেইবোৰ ঠাইত দেৱদাসীবিলাক এক প্ৰকাৰৰ বেশ্যা। শক্তিশালী বিষয়া, ধনী মানুহ, পূজাৰী এইবিলাকৰ ৰক্ষিতা হৈ থাকে। সেইবোৰ কথা সিহঁতে মোৰ আগত কৈছে। মোকো সিহঁতে দেৱদত্তৰ ৰক্ষিতা জ্ঞান কৰিছিল। পিছলৈ অৱশ্যে ভুল ভাগিল। কিন্তু সূৰ্যনাৰায়ণৰ পৰা সিহঁতক আপুনিহে ৰক্ষা কৰিব পাৰিব। জুই কাষৰ ঘিউ আপুনি নাতৰালে ৰক্ষা নপৰিব।'

দেৱপ্ৰদত্তই মেনকাৰ কথাক যথেষ্ট গুৰুত্ব দিলে। কিন্তু কি ব্যৱস্থা কিদৰে ল'ব পাৰিব ভাবিবলৈ ধৰিলে। দেৱদত্তৰ সমান তেওঁৰ দক্ষতা আৰু ক্ষমতা নাই। তেওঁ হাজোৰ নটী বা দেৱদাসীবিলাকৰ ভিতৰুৱা কথা কিছুমান গম পাই আহিছে। প্ৰায়বোৰ মন্দিৰৰ দেৱদাসীয়ে নামতহে বিগ্ৰহক বিয়া কৰায়; কিন্তু অন্য পুৰুষৰ সঙ্গ লাভ কৰি

সুখ-ভোগত মত্ত হয়। সতি-সন্ততি নহ'লে পূজাৰীয়েও একো নকয়। দুই-চাৰিজনীৰ এনে নোহোৱাকৈ থকা নাই। মন্দিৰৰ পৰা সিহঁতক বহিষ্কাৰ কৰাৰ পিছত কোনো পুৰুষে আদৰি নলয়। ফলত সিহঁতে ভিক্ষাৰী বা সাধাৰণ গণিকাৰ বৃত্তি গ্ৰহণ কৰিব লগাত পৰে। মেনকাৰ জৰিয়তে এইবোৰ কথা সোণফুলীহঁতক দেৱপ্ৰদত্তই জানিবলৈ দিলে। কামৰূপৰ বাহিৰৰ পৰা অহা দুই-এজন সন্ন্যাসীয়ে সিহঁতক ভোগৰ সামগ্ৰী কৰিবলৈ মাজে-সময়ে যত্ন কৰা দেৱদত্তই গম পাইছিল। তেৱেঁই আনৰ অজানিতে প্ৰতিহতো কৰি আছে। এই দুজনী দেৱদাসী কম বয়সীয়া আৰু অধিক চঞ্চল। সেইবাবে তেওঁ যথেষ্ট ভয় কৰিব লগাত পৰিছে। তেওঁৰ দিনত যাতে এইবোৰ হ'বলৈ নাপায়। এনে যত্ন তেওঁ বহু সময়ত কৰি আহিছে।

কিন্তু সামন্ত সূৰ্যনাৰায়ণৰ পৰা ইহঁতক কেনেকৈ ৰক্ষা কৰিব, দেৱপ্ৰদত্তই ভাবি পোৱা নাই। গোপনে গোপনে অভিসাৰ চলে বুলি তেওঁ সততে ভয় কৰি আহিছে। কাৰণ, মন্দিৰৰ ৰখীয়া স্বৰূপ সেৱাইত সকল বা বাদ্যকাৰসকল— প্ৰত্যেকেই সূৰ্যনাৰায়ণৰ প্ৰজা হোৱাত কোনেও বিৰুদ্ধাচৰণ কৰিব নোৱাৰে।

মেনকাৰো এনে সন্দেহ নথকা নহয়। দেৱদাসী দুজনীক চম্ভালা এতিয়া তাইৰ বাবে টান হৈ পৰিছে। মেনকাৰ শৰীৰ ভাল নহয়। অলপতে হাত-ভৰি কঁপে, মুৰ ঘূৰায়। বেছি চিন্তা কৰিলে বুকু ধপ্‌ধপাই উঠে। তদুপৰি সূৰ্যনাৰায়ণ যে নাৰীঘটিত কেলেংকাৰিত জড়িত হৈ পৰিছিল; তাকো তাই জানে।

ডুবি গাঁৱৰ সীমামূৰলীয়া এখন গাঁৱৰ দুজনীমান তিৰোতা মন্দিৰলৈ আহোঁতে সূৰ্যনাৰায়ণৰ কথা গম পাইছিল। তেওঁৰ হাউলীলৈ বোলে বিভিন্ন নাৰীৰ আহ-যাহ হয়। এবাৰ ভুটীয়া ছোৱালী কেইজনীমানৰ লগত সম্পৰ্ক কৰি ভুটীয়াৰ হাতত লাঞ্ছি হ'ব লগাতো পৰিছিল। গতিকে, সূৰ্যনাৰায়ণ এটা নাৰীখাদক— ৰাক্ষস, বাঘ। ইহঁত দুজনীক সতৰ্ক কৰি দিছে যদিও— তলে তলে সন্দেহ কৰি আছে। কাৰণ ছগাৰ মৰণ চাকিৰ শিখাত। মেনকাই এনে শিক্ষা নিজৰ জীৱনৰ পৰাই লাভ কৰিছে। তাইৰ দৰে কঠোৰ আদৰ্শ সকলো নাৰীয়ে পালন কৰিব নোৱাৰে। মন স্থিৰ কৰিলেও দেহে বিদ্ৰোহ কৰি উঠে। তেনে দুৰ্বল মূহূৰ্তত নাৰী পুৰুষৰ হাতৰ পুতলা হৈ পৰে। যেনেকৈ নাচিবলৈ দিয়ে, তেনেকৈয়ে নাচিবলৈ ধৰে। যুগে যুগে এনে এটা দুৰ্বলতাই বহুতো নাৰীক বিপথগামিনী কৰি আহিছে। সন্ন্যাসী বাবাৰ দৰে পুৰুষৰ ছত্ৰছায়াত অৱশ্যে প্ৰায়বোৰ নাৰীয়েই কঠোৰ ব্ৰতী হ'ব পাৰিছিল। তেনে পুৰুষ কিমাননো আছে!

সন্ন্যাসী বাবা; দেৱদত্ত আৰু দেৱপ্ৰদত্ত মানুহ নহয়, দেৱতাহে। এনে লোকৰ সংশ্ৰৱত পাপীও পৱিত্ৰ হয়। মেনকাৰ দৈহিক পাপ কোনোদিন নাই। মনৰ গহন কোণত তেনে এটা ভাব আছিল। কিন্তু চালি-জাৰি ধুই-মোহাৰি তাই পৰিষ্কাৰ হৈ পৰিল। সন্ন্যাসী বাবাৰ ব্যক্তিত্বই তাইক এই উত্তৰণ ঘটালে। এতিয়া মেনকাৰ দেহ-মনত কামনা-বাসনাৰ গোন্ধ-ভাপ একো নাই। অসুখবোৰে লগ লোৱাৰ পিছত তাই

বিচাৰিছে মুক্তি, জীৱন মুক্তি। পুৱা-সন্ধ্যাৰ অৰ্চনাত মেনকাই মহাদেৱৰ ওচৰত এই প্ৰাৰ্থনাই জনাই আহিছে। কিন্তু মেনকাৰ হৃদ-কম্পন বেছি হৈ গৈ থাকিল। শ্বাস কষ্টকৰ হ'বলৈ ধৰিলে। এজন প্ৰসিদ্ধ কবিৰাজে তাইক এই ৰোগৰ বড়ি কিছুমান খাবলৈ দিলে। কামত অৱশ্যে নাহিল। এদিন পুৱাবেলা পূজা-অৰ্চনা সামৰি ঘৰলৈ অহাৰ পথতে তাই পৰি গ'ল। মন্দিৰত হুৱাদুৱা লাগিল। সকলোৱে গম পালে মেনকাৰ হৃদ-স্পন্দন চিৰদিনৰ বাবে স্তব্ধ হৈ পৰিল।

মেনকাৰ মৃত্যুৱে দেৱপ্ৰদত্তক বৰ অসহায় কৰি তুলিলে। মেনকাৰ আপোন বুলিবলৈ তেওঁৰ বাদে আন কোনো নাছিল। মৃত্যুৰ বেলা উপস্থিত হোৱা দূৰৰে কথা, সংবাদটো দিবলৈকো পৰিয়ালৰ কাকো বিচাৰি পোৱা নগ'ল। মূলতঃ তাই এজনী বড়ো ছোৱালী; তাৰ বাদে আন পৰিচয় লুকাই পৰিল। আনকি তাইৰ ঘৰুৱা নামটোও কোনেও জনা নাছিল। পিতৃ-মাতৃয়েও কিছুদিনৰ পিছত তাইৰ খা-খবৰ ল'বলৈ এৰি দিছিল। দেৱপ্ৰদত্তই এইবিলাক চিন্তা কৰি পাৰ নোপোৱাত পৰিল। দেৱতাৰ নামত এনেকৈ ছোৱালী উছৰ্গা কৰিব নাপায়। সকলো ধৰণৰ ত্যাগ কৰিও মেনকাৰ নিচিনা নাৰীবিলাকৰ একমাত্ৰ পৰিচয় দেৱদাসী— মন্দিৰৰ নটী। বিগ্ৰহৰ লগত সিহঁতৰ বিয়া হয়; কিন্তু জীৱন কালত বিগ্ৰহৰ এধানমানো অনুগ্ৰহ পায় জানো! এনে কিছুমান পৰস্পৰবিৰোধী ভাবত মেনকাৰ মৃতদেহৰ কাষত বহি চিন্তা কৰি থাকোঁতে এটা শকত ফেঁটী সাপ কাষৰ জাৰণিখনৰ পৰা ওলাই আহি মেনকাৰ শৰীৰ স্পৰ্শ কৰি ফেট তুলি ৰৈ গ'ল। উপস্থিতসকলৰ মাজত আলোড়ন সৃষ্টি হ'ল। মেনকাৰ মৃতদেহৰ এফালে সৰ্প দেৱতা আৰু আনফালে দেৱপ্ৰদত্ত। কোনোবাই চিঞৰি কৈছিল যদিও দেৱপ্ৰদত্তৰ ভাব সলনি নহ'ল। 'ওম শিবায়ে নমঃ' বুলি তিনিবাৰ তেওঁ উচ্চাৰণ কৰিলে।

সোণফুলীহঁতে জানে, এইজন সৰ্পদেৱতাই প্ৰতি পষেকৰ এটা তিথিত উপস্থিত হৈ মেনকাই দিয়া গাখীৰ খাই যায়হি। সেই বাবে এটা পাত্ৰত গাখীৰ আনি ওচৰত দিয়া হ'ল। সৰ্পজনাই ফণা সামৰি গাখীৰখিনি শুঙি চাই নোখোৱাকৈ জাৰণিখনলৈ গতি কৰিলে।

দেৱপ্ৰদত্তই ভাবিলে— তেওঁৰ ভুল হৈছিল। শিৱৰ অলঙ্কাৰ এই সৰ্পৰাজৰ মাজতে মেনকাৰ প্ৰাপ্তি আছে। মেনকা অতি পুণ্যৱতী দেৱদাসী। সৰ্পৰ ৰূপত পিণাকপাণি শিৱই তেওঁৰ গাখীৰ গ্ৰহণ কৰি প্ৰাপ্য মৰ্যাদা দান কৰি গৈছে। সন্ন্যাসী বাবাই বহু দিনৰ আগতেই কৈছিল— মেনকাৰ দেহত গোসাঁনী— আই পাৰ্বতী শক্তি আছে। দেৱপ্ৰদত্তই সেই প্ৰমাণ আজি পালে। তেওঁ দেৱদাসী মেনকাৰ মৃতদেহত দীঘল দি সেৱা জনালে। সকলো স্তম্ভিত হ'ল। তাৰ পিছত অন্তিম যাত্ৰা আৰম্ভ হ'ল। সোণফুলীহঁতে মাতৃহাৰা হ'লোঁ বুলি চিঞৰি চিঞৰি কান্দিলে।

# ন

কোচ হাজো আৰু কোচবিহাৰ এই দুটা প্ৰধান খণ্ডত কোচ ৰাজ্য ভাগ হ'লত বহু পৰিমাণে কোচৰ শক্তি কমি আহিছিল। এটা মান শতিকাও শান্তিৰে পাৰ নহ'ল। পশ্চিমৰ পৰা মোগলৰ আক্ৰমণ আৰু পূব ফালৰ পৰা আহোমৰ আক্ৰমণত কোচ সাম্ৰাজ্যৰ শক্তি শিথিল হৈ আহিবলৈ ধৰিলে। হাজো অঞ্চল বহুদিন মোগলৰ তলত থাকিল। ডুবি-বজালী অঞ্চলত এনে ৰাজনৈতিক বতাহ গৰম হৈ নুঠিলেও মোগল-আহোমৰ টনাটনিয়ে স্পৰ্শ নকৰাকৈ নাথাকিল।

কোচ ৰজা নৰনাৰায়ণৰ দিনৰ পৰা কামৰূপৰ পশ্চিম খণ্ডত মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ, গোপালদেৱ আদিৰ দ্বাৰা বৈষ্ণৱ ধৰ্ম-মত সুপ্ৰতিষ্ঠিত হোৱাত ধৰ্ম আৰু সংস্কৃতিৰ দিশত একেডাল সূতাৰে বিভিন্ন জনগোষ্ঠী-উপগোষ্ঠীক বান্ধি পেলাইছিল। ইতিমধ্যে উজনিৰ চুকাফাৰ আদৰ্শত উজনিৰ আহোম ৰাজ্য বিস্তাৰ ঘটি সৰু সৰু ৰাজ্যবোৰ তলতীয়া কৰি পশ্চিমলৈ আগুৱাই গৈ কোচ হাজোত খোপনিও পুতিছিল। হাজোত কেতিয়াবা কোচ-মোগল, কেতিয়াবা মোগল-আহোমৰ যুঁজ-বাগৰ চলি আছিল। সপ্তদশ শতিকাৰ আৰম্ভণি কালত এই দৃশ্য পটত দিল্লীশ্বৰৰ দুৰ্বলতাই এক কৰুণ অধ্যায় যোগ দিছিল।

দিল্লীৰ সম্ৰাট চাহজাহানৰ শক্তি কমি আহিল আৰু ৰোগ, শয্যাৰ আশ্ৰয় ল'লে। এই দুৰ্যোগৰ সুবিধা ল'লে চাহজাহানৰ চাৰি পুত্ৰই— দাৰা, চুজা, ঔৰঙ্গজেৱ আৰু মুৰাদৰ মাজত ক্ষমতা লাভৰ যুদ্ধ চলিল। এই সুবিধাতে বিশাল মোগল সাম্ৰাজ্যত তলতীয়া হ'ব লগা হোৱা ভালেমান ৰজাই বিদ্ৰোহ ঘোষণা কৰি নিজ ৰাজ্য দখল কৰিবলৈ উঠিপৰি লাগিল। কোচবিহাৰ আৰু কোচ হাজোৱেও এনে বিদ্ৰোহত যোগ দিলে।

সেই সময়ত কোচবিহাৰৰ ৰজা আছিল প্ৰাণনাৰায়ণ। তেওঁ কোচ ৰাজ্য উদ্ধাৰৰ কাৰণে আহোমৰ সাহায্য বিচাৰি হতাশ হৈছিল। ইফালে কোচ হাজোৰ ৰজাৰ মৃত্যু হৈছিল আৰু মোগলে কোচ হাজো নিজ ৰাজ্যত চামিল কৰিছিল। তেওঁৰ কেইবাজনো

ভাতৃ আছিল, তাৰে ভিতৰত বলিনাৰায়ণ নামৰ এজনে আহোম ৰাজ্যত প্ৰৱেশ কৰি আশ্ৰয় গ্ৰহণ কৰিলে।

স্বৰ্গদেউ প্ৰতাপসিংহৰ দিনত মোগল আহোম ৰাজ্যৰ সীমা সন্ধি অনুসৰি বৰনদী হৈছিল, কাৰণ বৰনদীপৰ্যন্ত আহোমে দখলত ৰাখিছিল। আহোম ৰজাই অৱশেষত বলিনাৰায়ণক বৰনদী আৰু ভৰলীৰ মাজৰ ভূখণ্ডত প্ৰতিষ্ঠা কৰি তেওঁৰ নাম ৰাখিলে ধৰ্মনাৰায়ণ। আহোমৰ তলতীয়া এই ৰজাজনৰ পৰাই সৃষ্টি হ'ল দৰঙী ৰাজ্যৰ। ইতিপূৰ্বে পৰীক্ষিতনাৰায়ণৰ মৃত্যু হোৱাত কোচ হাজো মোগল সাম্ৰাজ্যত চামিল হৈছিল। তেতিয়া মোগলৰ তলতীয়া ৰজা হ'ল লক্ষ্মী নাৰায়ণ। সংকুচিত এই কোচ হাজো ৰাজ্যত প্ৰকৃততে মোগলৰে দখল আছিল।

কোচবিহাৰ ৰাজ্যত সেই সময়ত প্ৰাণনাৰায়ণ আছিল। মোগল সাম্ৰাজ্যৰ অস্থিৰতাৰ সুযোগ বুজি মোগলৰ তলতীয়া কোচ ৰজাসকলে প্ৰায় কুৰি বছৰ মোগল-আহোমৰ যুঁজ-বাগৰ নোহোৱাকৈ শান্তিৰে থকাৰ পিছত বিদ্ৰোহ ঘোষণা কৰিলে। চাহজাহানৰ চাৰিপুত্ৰৰ পাৰস্পৰিক যুদ্ধত ঔৰঙ্গজেৱে আন তিনিজন ভ্ৰাতৃক হত্যা কৰি দিল্লীৰ সিংহাসনত বহিছিল। পুৱত এই বিদ্ৰোহ দমাই সমগ্ৰ কামৰূপ আৰু আহোম ৰাজ্য দখললৈ আনিবৰ বাবে তেওঁ আৰম্ভ কৰিলে এখন শক্তিশালী যুদ্ধ।

মিৰজুমলাৰ নেতৃত্বত শক্তিশালী মোগল ফৌজ পঠোৱা হ'ল। ঔৰঙ্গজেৱে বঙ্গৰ চুবেদাৰ মিৰজুমলাক কঠোৰ নিৰ্দেশ দিলে। কাৰণ চাহজাহানৰ দিনৰ সন্ধি তেতিয়া প্ৰায় ভঙ্গ হৈ পৰিছিল।

মিৰজুমলাই প্ৰথমে তলতীয়া ৰজা প্ৰাণনাৰায়ণৰ কোচবিহাৰ অতি সহজে দখল কৰি কামৰূপ তথা কোচ হাজোত প্ৰৱেশ কৰিলে। তেওঁ বিনাবাধাৰে মানাহ নৈ অতিক্ৰম কৰিলে। সৈন্যবাহিনী দুভাগ কৰি এটা ভাগ যোগীঘোপাইদি আহোম ৰাজ্য তথা গুৱাহাটী দখলৰ বাবে পঠিয়ালে। তেওঁ আনটো বাহিনী লৈ কোচ হাজোৰ ভূমি খণ্ডইদি আগবাঢ়ি আহিল। হাজোত মোগলৰ তলতীয়া ৰজা থকাত ৰাজবংশৰে আন এজন সামন্ত বজালী খণ্ডত অতি শক্তিশালী হৈ পৰা বুলি জানি মিৰজুমলাই ডুবিৰ সমীপৰ ওখ ঠাই এখনত বাহৰ পাতিলেহি। লক্ষ্য বজালীৰ সামন্ত সূৰ্যনাৰায়ণ।

সূৰ্যনাৰায়ণে অতি বিক্ৰমেৰে মিৰজুমলাক আগচি ধৰিলে। মিৰজুমলা উজাব নোৱৰা হ'ল। প্ৰায় দুমাহ কাল আবদ্ধ হৈ থকাৰ পিছত এদিন সুৰুঙা বুজি কেইজনমান সৈন্যক ৰাতিৰ আন্ধাৰত ডুবি মন্দিৰ আক্ৰমণ কৰিবলৈ পঠিয়ালে। মোগল সেনাপতিয়ে খবৰ পাইছিল যে সূৰ্য নাৰায়ণৰ হাউলীৰ সৈতে ডুবিৰ দেৱদাসী দুজনীৰ হলি-গলি আছিল। গতিকে, সেই নটী দুজনীক হাত কৰিলে সূৰ্যনাৰায়ণৰ সংবাদ তথা শক্তি আৰু দুৰ্বলতাৰ সুযোগ পোৱা যায়।

সেই মতেই কাম। ৰাতিৰ আন্ধাৰত আহি সৈন্যৰ দলটো কাষৰ জোপোহাৰ

আঁৰ লৈ আলেখ-লেখ চাই থাকিল। সন্ধিয়াৰ আৰতি শেষ হোৱাৰ পিছত ওচৰৰ ভক্তসকল ঘৰাঘৰি গ'লত, মন্দিৰৰ চৌহদত দেৱপ্ৰদত্ত পূজাৰী আৰু দেৱদাসী দুজনীহে ৰ'লগৈ। পূজাৰী দেৱপ্ৰদত্তৰ কেইদিনমানৰ পৰা দেহা থৰক-বৰক হৈ আছিল। দেৱদত্ত আৰু মেনকাৰ মৃত্যুত তেওঁ যথেষ্ট ভাগি পৰিছিল। নিজৰ দেহ বেছিদিন তিষ্ঠাৰ সম্ভাৱনা হেৰাই গৈছিল। তেওঁ অন্য এজন পূজাৰীৰ সন্ধানো কৰি আছিল। বাহিৰৰ পূজাৰীৰ বহু বছৰ মন্দিৰলৈ আগমন ঘটা নাছিল আৰু ওচৰৰ গাঁওবোৰতো উপযুক্ত ডেকা মানুহ পোৱা নগৈছিল। সৰহভাগ ব্ৰাহ্মণেই নিজৰ ভিতৰতে বৈদিক মতে দহা-শ্ৰাদ্ধ-বিবাহ আদি কৰাৰ যোগ্যতা অৰ্জন কৰিবলৈহে যত্ন কৰিছিল। তদুপৰি শাক্ত মতৰ লোকসকলে শৈৱ মত ল'ব খোজাও নাছিল। কিছুমানে আকৌ বৈষ্ণৱ মত আচৰিবলৈহে ধৰিছিল।

এনে এটা অৱস্থাই দেৱপ্ৰদত্তক যথেষ্ট অসুবিধাত পেলালে। ইফালে ৰাজ্যৰ দুৰৱস্থা, কোচ হাজোৰ পতন আৰু ডুবিৰ পৰা কিছু দূৰত মোগলৰ অৱস্থান ঘটাত পূজাৰী যথেষ্ট উত্তেজিত হৈ পৰিল। আঢ়ৈ কুৰিমান বছৰৰ আগৰ মোগল আক্ৰমণলৈ তেওঁৰ মনত পৰিল। তেতিয়া ডুবিৰ বিশেষ ক্ষতি নহ'লেও, হাজো অঞ্চলত বহু সমস্যাৰ সৃষ্টি হৈছিল।

দেৱপ্ৰদত্তৰ শাৰীৰিক অৱস্থা শোচনীয় দেখি দুয়োজনী দেৱদাসী তেওঁৰ ওচৰতে মাটিতে লেপেটা কাঢ়ি বহিল। পূজাৰীৰ ৰাতিৰ আহাৰ তেওঁলোকেই ৰান্ধিবলৈ ল'লে। মেনকা যোৱাৰ পিছত সোণফুলী, ৰূপফুলীয়ে ৰান্ধি-বাঢ়ি যতনাই দিয়া খাদ্য দেৱপ্ৰদত্তই গ্ৰহণ কৰিছিল। সেইদিনাও সামান্য পৰিমাণৰ ভাত তেওঁ খালে। সোণফুলীয়ে তেওঁৰ গাত হাত দি চাই দেখিলে। পূজাৰীৰ গাত যথেষ্ট জ্বৰ আছে। মাজে-মাজে কঁপনিও উঠা লক্ষ্য কৰিলে। সেইবাবে দুয়োজনীয়ে আলচ কৰি ৰাতিটো দেৱপ্ৰদত্তৰ কাষতে শুই-বহি থকাৰ সিদ্ধান্ত ল'লে। কিবা এটা অজান আশঙ্কাত দুয়োজনী যেন ধৰফৰাই থাকিল।

চাৰিওফালে নিৰ্জনতাই সাবটি ধৰাৰ পিছত মোগল সৈন্যৰ দলটো মন্দিৰৰ চৌহদত সোমাল। সিহঁতে মন্দিৰটো আৰু দেৱদাসীহঁত থকা ঘৰটো প্ৰথমে চলাথ কৰি কিছুমান বস্তু ধ্বংস কৰিলে। দেৱপ্ৰদত্ত আৰু দেৱদাসীহঁতে প্ৰথমতে বুজি পোৱা নাছিল। দেৱপ্ৰদত্তই বুজি পাই সিহঁতক পলাবলৈ কৈ নিজেও বিগ্ৰহৰ ফালে খোজ ল'লে। সোণফুলী-ৰূপফুলী পলোৱাৰ আগতেই কেইটামান সৈন্যই আহি বেৰি ধৰিলে। দুয়োজনীকে সিহঁতে টানি-আঁজুৰি, চোঁচৰাই-বগৰাই লৈ গ'ল। প্ৰথমতে সিহঁতে চিঞৰিছিল যদিও সৈন্যৰ হাতৰ তৰোৱালৰ ভয়ত নিস্তব্ধ হৈ পৰিল।

এনে সময়তে মন্দিৰৰ ঘৰবোৰত জুই জ্বলি উঠিল। খেৰৰ ঘৰ, ততালিকে ভস্মীভূত হ'ল। মোগল সৈন্যৰ আক্ৰমণ বুজি ওচৰৰ কোনো মানুহেই ওলাই আহিবলৈ

সাহস নকৰিলে। সিহঁতক আগচি ধৰিলে নিৰ্ঘাত মৃত্যু। নিষ্ঠুৰ মোগলে পালে কেৱল হত্যা, তৰোৱালৰ ঘাপত থকা-সৰকা হ'ব লাগিব।

পুৱা সকলোৱে দেখিলে ডুবি মন্দিৰ ৰাতিৰ জুইত জ্বলি-পুৰি শেষ হৈ গৈছে। মন্দিৰৰ পূজাৰী আৰু দেৱদাসী দুজনী ক'ত গ'ল উপস্থিতসকলে ধৰিব নোৱাৰিলে। জুইত পুৰি মৰিলেই নে ক'ৰবালৈ পলালে একো তৎ নাপালে। মূল মন্দিৰৰ শিৱলিঙ্গ আৰু শিলৰ খুঁটাবোৰ ছাইৰ মাজত থিয় দি থাকিল।

সোণফুলী আৰু ৰূপফুলীৰ ৰাতিৰ ভিতৰতে শিবিৰলৈ ধৰি-বান্ধি নি মিৰজুমলাৰ আগত থিয় কৰোৱা হ'ল। দুয়োজনীৰ মুখত মাত নাই। থক্-থক্কৈ কঁপিছে দুয়োজনী। প্ৰাণৰ সংশয়। মিৰজুমলাই দুয়োজনীৰে মূৰৰ পৰা ভৰিলৈকে চালে। তাৰপিছত ক'লে—'বাঃ ধুনীয়া গাভৰু!'

সোণফুলীহঁতৰ বুকু কঁপি উঠিল। মিৰজুমলাক সিহঁতৰ এটা চিকাৰী বাঘৰ দৰে লাগিল। এই যেন জপিয়াই পৰিব।

'কি নাম তহঁতৰ?' —মিৰজুমলাই সুধিলে।

'আমি মন্দিৰৰ দেৱদাসী, সেয়ে আমাৰ নাম।'

'বাৰু হ'ব! তহঁতৰ নাম-ধাম-কাম সকলো মোৰ জনা আছে। সবেইজানে তহঁত যে মন্দিৰৰ বেশ্যা। এই মিৰজুমলাই বহুত মন্দিৰ দেখিছে। তহঁতৰ হিন্দু মন্দিৰৰ দেৱদাসী মানেই বেশ্যা। তহঁতৰ কোনো ইজ্জত নাই। মই শুনিছোঁ, তহঁত দুজনী বোলে সূৰ্যনাৰায়ণৰ ৰক্ষিতা। ভালেই হ'ল এতিয়া মোৰ লগত থাকিবি।' মিৰজুমলাই যি ভাষাত কথাবোৰ ক'লে— সিহঁত অতি ক্ষুব্ধ হ'ল। প্ৰতিবাদ কৰাৰ আগতে সৈনিক কেইটামানে সিহঁতক অন্য ঠাইলৈ লৈ গ'ল।

দিনত দুইজনীক নানা ভয় খুৱালে। মিৰজুমলাই সিহঁতৰ পৰা নানা কথা উলিয়াবলৈ যত্ন কৰিলে। সিহঁতে ভিতৰুৱা কথা মুঠেই ক'ব খোজা নাছিল। কিন্তু সিহঁতৰ ওপৰত সৈন্যৰ দল মেলি দিয়াৰো ভয় দেখুৱালে। ইতিমধ্যে সিহঁতৰ ওপৰত কিছু নিৰ্যাতন কৰা হৈছিলেই। এপাল সৈন্যৰ মাজত সিহঁতক এৰি দিলে মৃত্যুৰ মাজলৈহে যাব লাগিব। তথাপি, সিহঁতক বশ কৰোঁতে সেনাপতিৰ কেইদিনমান লাগিল।

সোণফুলী আৰু ৰূপফুলীৰ পৰা নানা নিৰ্যাতনৰ ভয় দেখুৱাই সূৰ্যনাৰায়ণৰ বহুতো গোপন কথা উদ্ধাৰ কৰিলে। অৱশেষত মিৰজুমলাই সূৰ্যনাৰায়ণক আক্ৰমণ কৰিলে। তিনি দিন ধৰি বজালী অঞ্চলত হাহাকাৰ সৃষ্টি কৰি মোগলে পৈশাচিক আক্ৰমণ চলাই গ'ল। সূৰ্যনাৰায়ণৰ প্ৰকৃততে বীৰত্ব আছিল। তেওঁ মোগলৰ সমানে সমানে যুঁজ দি গ'ল। *টেঙৰ মোগলে কৌশলেৰে তেওঁক বন্দী কৰিলে। ইয়াৰ পিছত মোগলে বিশেষ কষ্ট নকৰাকৈ এখন এখনকৈ ঠাইবোৰ নিজৰ অধীন কৰি লৈ থাকিল। কোচ হাজোৰ বিভিন্ন অংশত মোগলৰ আংশিক শাসন চলিবলৈ ধৰিলে।... বজালী ডুবি অঞ্চললৈ অন্ধকাৰ নামি আহিল।*

# দহ

বজালী অঞ্চলত হাজোৰ দৰেই মোগলৰ উৎপাত চলি থাকিল। সাধাৰণ প্ৰজাৰ বিলাই-বিপত্তি নাইকিয়া হৈ পৰিল। ৰছদ-পাতি সংগ্ৰহৰ পৰা নাৰী অপহৰণলৈকে অনেক ঘটনা ঘটিল। অঞ্চলটো শাসনৰ বাবে মোগলে বিষয়া নিয়োগ কৰি বজালী পৰগণা সৃষ্টি কৰিলে। সুৰ্যনাৰায়ণক পৰাস্ত কৰাটো মিৰজুমলাৰ বাবে যথেষ্ট লাভজনক হ'ল। ভূটান পৰ্বতৰ নামনিত কিছু সমতল ভূমি ভুটানী কিছুমানে দখল কৰিছিল যদিও মিৰজুমলাই এই দিশলৈ মুৰ নাদাঙিলে। তেওঁৰ লক্ষ্য হ'ল পূৰ্বতে মোগলে আহোমৰ হাতত তুলি দিয়া কোচ হাজোৰ পুব খণ্ড অৰ্থাৎ দৰঙী ৰাজ্য। স্বৰ্গদেউ প্ৰতাপ সিংহৰ সৈতে মোগলে কৰা সন্ধি অনুসৰি কোচ হাজোত মোগল-আহোমৰ সীমা হৈছিল বৰনদী। আহোমক মোগলে অহম (অসম) বুলিছিল। কোচ হাজোৰ প্ৰজাই আহোমক অসম নামেৰে অভিহিত কৰিছিল। পঞ্চদশ শতিকাৰ শেষৰ পৰা কামৰূপ,— কামৰূপ কমতা আৰু কালক্ৰমত কোচ-হাজোৰ প্ৰজাসকলে, আনকি শঙ্কৰদেৱ-মাধৱদেৱ আদি বৈষ্ণৱ গুৰুসকলেও অসম (অহম উচ্চাৰণ) বুলি উজনি খণ্ডৰ ৰজা-প্ৰজাক বুজাইছিল।

সপ্তদশ শতিকাৰ প্ৰথম ভাগত (১৬৩৯ খ্ৰীষ্টাব্দ) হোৱা মোগল আক্ৰমণত কোচ হাজোৰ ক্ষমতা মোগলৰ হাতলৈ গৈছিল। পৰীক্ষিতনাৰায়ণ নামৰ ৰজাক পুতলা ৰজা হিচাপে গণ্য কৰিলত কেইবাজনো কোচ ৰজাৰ কোঁৱৰ যেনি-তেনি পলাই গৈছিল। মোগলো পূবলৈ দখল কৰি উজাই গৈ থাকিল।

মোগলে আহোম ৰাজ্যতো আক্ৰমণ চলাইছিল। গুৱাহাটীৰ পৰাও উজাই গৈ কাজলী-চকী আক্ৰমণ কৰিছিল। তেতিয়া প্ৰতাপ সিংহই মোগলক খেদি আনি বহু অঞ্চল মুক্ত কৰি ল'লে। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে আক্ৰমণ কৰি ভৰলী নৈৰ পৰা বৰনদীলৈকে কোচ হাজোৰ মোগলৰ তলতীয়া অংশ এটা অধিকাৰ কৰি পেলালে। দক্ষিণ পাৰে মোগল গুৱাহাটীলৈ ভটীয়াই যাবলৈ বাধ্য হ'ল। শেষত মোগলৰ ফালৰ পৰা সন্ধি কৰি ভৰলীৰ পৰা নামনিৰ বৰনদীপৰ্যন্ত ভূমি খণ্ড আহোমক এৰি দিলে।

স্বৰ্গদেউ প্ৰতাপ সিংহই কোচ হাজোৰ আশ্ৰিত ৰাজকোঁৱৰ বলিনাৰায়ণক তলতীয়া ৰজা পাতি এই খণ্ড কোচ সাম্ৰাজ্যৰ নাম দৰঙী ৰাজ্য কৰিলে। বলিনাৰায়ণৰ নতুন নাম হ'ল ধৰ্মনাৰায়ণ।

এইদৰে কিছু বছৰ পাৰ হৈ গ'ল। এই সন্ধিত মোগল যথেষ্ট লজ্জিত হৈছিল। সেইবাবে, ঢাকাস্থিত গৌড় নবাবে আক্ৰমণ কৰি পুণৰ উদ্ধাৰ কৰাৰ ছেগ চাই আছিল। ইতিমধ্যে প্ৰতাপ সিংহৰ মৃত্যু হ'ল।

মিৰজুমলাই কোচ হাজো, গুৱাহাটী আদি দখল কৰাৰ লগতে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে বজালীক তলতীয়া কৰি বিনাবাধাৰে বৰনদীৰ পাৰত উপস্থিত হৈ দৰঙী খণ্ড আক্ৰমণ কৰিবলৈ প্ৰস্তুত হ'ল। তেতিয়া আহোম ৰাজ্যৰ স্বৰ্গদেউ আছিল জয়ধ্বজ সিংহ।

মিৰজুমলাৰ নেতৃত্বত মোগল বাহিনী ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে কোঁচ হাজো অতিক্ৰম কৰি আহোম ৰাজ্য আক্ৰমণ কৰিলে। মোগলৰ প্ৰচণ্ড শক্তিক প্ৰতিৰোধ কৰিব নোৱাৰি জয়ধ্বজ সিংহ আৰু প্ৰধান বিষয়াবৰ্গই গড়গাঁৱৰ ৰাজধানী এৰি নামৰূপ পালেগৈ। গড়গাঁও ততালিকে মোগলৰ তললৈ আহিল। নামৰূপ আক্ৰমণৰ লক্ষ্য লৈ মিৰজুমলা মথুৰাপুৰত উপস্থিত হ'ল। উত্তৰ পাৰেও বৰনদী, ভৰলী আদি অতিক্ৰম কৰি সৌমাৰ খণ্ডলৈ আগবাঢ়িল। এনে সময়তে বেমাৰ-আজাৰ, খাদ্যাভাৱ আৰু মিৰজুমলাৰ অসুখ হোৱাত আহোম-মোগলৰ আকৌ সন্ধি হ'ল। সন্ধি অনুসৰি উত্তৰ পাৰে ভৰলী নৈ আৰু দক্ষিণ পাৰে কাজলীমুখৰ কলং নৈ মোগল আৰু আহোমৰ নতুন সীমা হ'ল। মোগলে আহোম ৰাজ্যৰ এখণ্ড আৰু কোচ ৰাজ্যত পূৰ্বতে হেৰুওৱা দৰঙী খণ্ড উদ্ধাৰ কৰিলে। গুৱাহাটীত ৰছিদ খানক ফৌজদাৰ পাতি সসৈন্যে মিৰজুমলা বঙ্গদেশলৈ উভতি গ'ল।

সম্পূৰ্ণ নামনি কামৰূপ তথা কোচ হাজো, দৰং, যোগীঘোপা, বৰপেটা, ক'লাপানী, ৰঙামাটি, গুৱাহাটীত মোগল শাসন চলিবলৈ ধৰিলে। এক অস্থিৰতাৰ মাজত জনসাধাৰণে যথেষ্ট দুৰ্ভোগ ভুগিবলৈ ধৰিলে। দুবি অঞ্চলৰ সাধাৰণ প্ৰজাৰ দুখে কুলাই-পাচিয়ে নধৰা হ'ল।

সময় গৈ থাকিল।

স্বৰ্গদেউ চক্ৰধ্বজ সিংহ আহোমৰ ৰাজপাটত বহিল। তেওঁ মোগলক আক্ৰমণ কৰি দেশখনৰ পৰা খেদি পঠোৱাৰ লক্ষ্য ল'লে। প্ৰথমতে তেওঁ পূৰ্বৰ সন্ধি মতে দিবলগীয়া কৰ-কাটল মোগলক দিয়া বন্ধ কৰি দিলে। মোগলেও গুৱাহাটীৰ ফৌজদাৰ ৰছিদ খানক সলনি কৰি ফিৰোজ খানক দায়িত্ব দি গড়গাঁও আক্ৰমণ কৰিবলৈ আদেশ কৰিলে। কিন্তু ফিৰোজ খানৰ সৈন্যবল পৰাস্ত হ'ল আৰু আহোমে গুৱাহাটী, পাণ্ডু, শৰাইঘাট বা শ্ৰীঘাটপৰ্যন্ত অধিকাৰ কৰি ল'লে। তেতিয়া ১৬৬৭ খ্ৰীষ্টাব্দ।

ফিৰোজ খানে উভতি গৈ মোগল সম্ৰাট ঔৰংজেবক সকলো বিবৰি ক'লেগৈ। ঔৰংজেব ক্ষুব্ধ হৈ উঠিল। তেওঁ ৰামসিংহক নতুন সেনাপতি পাতি পূৰ্বৰ গুৱাহাটীৰ থানাদাৰ ফিৰোজ খানৰ সৈতে আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ পঠিয়ালে। ১৬৬৯ খ্ৰীষ্টাব্দত হাজোত ৰামসিংহ দলে-বলে উপস্থিত হ'ল। তেওঁ অশ্বাৰোহী, পদাতিক, নৌ-

বাহিনী আৰু কোচবিহাৰৰ পৰা পোন্ধৰ হাজাৰ কাঁড়ীৰ সৈতে তেষষ্ঠী হাজাৰ সৈন্য লৈ উপস্থিত হ'ল। লক্ষ্য গুৱাহাটী, পাণ্ডু আদিৰ লগতে সমগ্ৰ আহোম ৰাজ্য মোগলৰ অধিকাৰলৈ অনা। কিন্তু ৰামসিংহ সফল নহ'ল। কোনো কোনো অঞ্চলৰ যুদ্ধত জিকি সমগ্ৰ উত্তৰ খণ্ড অধিকাৰ কৰিলে যদিও ই দীৰ্ঘদিনীয়া জয় হৈ নাথাকিল। ৰজা জয়ধ্বজ সিংহৰ শক্তি-কৌশল আৰু সেনাপতি লাচিত বৰফুকনৰ বীৰত্ব আৰু দেশপ্ৰেমৰ ওচৰত হাৰ মানি ৰামসিংহই অসমীয়া (অহমীয়া) সেনাৰ যুদ্ধনিপুণতা স্বীকাৰ কৰি পিছুৱাবলৈ বাধ্য হ'ল। ৰামসিংহই শৰাইঘাট যুদ্ধত উত্তৰ পাৰেদি দৰং অধিকাৰ কৰি ভৰলীপৰ্যন্ত আগুৱাই গৈছিল। কিন্তু চক্ৰধ্বজৰ মৃত্যু হোৱাত তেওঁৰ ভ্ৰাতৃ মাজু গোহাঁয়ে উদয়াদিত্য সিংহ নাম লৈ উত্তৰ পাৰেও আহোমৰ জয় পুনৰ নিশ্চিত কৰিলে। তেওঁ দৰং কাঢ়ি লৈ চন্দ্ৰনাৰায়ণক দৰঙী ৰজা হিচাপে আসনত বহুৱালে। আনহাতে গন্ধৰ্বনাৰায়ণক বেলতলাৰ ৰজা মনোনীত কৰিলে। ইফালে গাৰো আৰু ৰাণীৰ ৰজাই আহোমৰ পক্ষ লোৱাত ৰামসিংহ চাৰিওফালে বিপদত পৰিল। তেতিয়া ১৬৭১ খ্ৰীষ্টাব্দ। এইবাৰ ৰামসিংহ ভটীয়াই গৈ ৰঙামাটিৰ ওচৰৰ হাৰণ নৈৰ পাৰ পালেগৈ। ৰজা উদয়াদিত্যই এই সম্ভেদ পাই হাদিৰা চকীত মোগলক আক্ৰমণ কৰিলত, মানাহ নৈ উত্তৰ পাৰে মোগল আৰু আহোমৰ সীমা ৰূপে নিৰ্ধাৰণ হ'ল।

এইবাৰ কামৰূপত সম্পূৰ্ণ প্ৰত্যক্ষভাৱে অহম (অসম) ৰাজ্য প্ৰতিষ্ঠা হ'ল। বহুদিন অশান্তিত ভুগি থকা দেশখনলৈ শান্তিৰ ৰেঙনি আহিল। ঐক্য-সংহতিয়ে সৰু সৰু ৰজা-সামন্ত সকলোকে সামৰি লৈ এখন বৃহত্তৰ অসম গঢ়ি তুলিলে। নৱ-বৈষ্ণৱ ধৰ্মৰ বাণীৰে ইতিমধ্যে মানুহবিলাকক একতাৰ ডোলেৰে বান্ধিছিলেই; ৰাজনৈতিকভাৱেও সকলো সাঙোৰ খাই পৰিল।...

বজালী-ডুবি অঞ্চললৈকো শান্তিৰ বতাহ বলিল। মানুহে খেতি-বাতি, বেহা-বেপাৰ আদি নিৰ্ভয়ে কৰিবলৈ ধৰিলে। আহোম ৰজাৰ পৃষ্ঠপোষকতাত মন্দিৰবিলাকেও পুনৰ সাৰ পাই উঠিল। কিন্তু প্ৰায় এটা দশক জুৰি আহোমৰ গৃহ কন্দলৰ বাবে মোগলে পুনৰ গুৱাহাটী দখল কৰিবলৈ সক্ষম হ'ল।

গদাপাণি আৰু জয়মতীৰ কাহিনীয়ে চুই গ'ল সমগ্ৰ অসম। বুঢ়াগোহাঁইৰ পুতলা ৰজা চুলিকফা বা ল'ৰাৰজাই চলোৱা নাৰকীয় অত্যাচাৰৰ ওৰ পেলাই গদাপাণিয়ে গদাধৰ সিংহ নাম লৈ ১৬৮১ খ্ৰীষ্টাব্দত ৰাজপাট দখল কৰিলে। পিছৰ বছৰতে ইটাখুলিৰ ৰণত হৰুৱাই মোগলক পুনৰ মানাহ নৈৰ পাৰ কৰি দিলে। আহোম বা অসম ৰাজ্য এইবাৰ মানাহৰ দুয়োপাৰলৈ সম্প্ৰসাৰিত হ'ল।

গদাধৰ ৰজাই কঠোৰ হাতেৰে গৃহ যুদ্ধৰ অৱসান ঘটাই ৰাজ্যখনলৈ শান্তি ঘূৰাই অনাত কৃতকাৰ্য হ'ল। চুবুৰীয়া সৰু সৰু ৰাজ্যবিলাকে আহোমৰ আনুগত্য স্বীকাৰ কৰাত প্ৰাচীন কামৰূপখন অসম নামেৰে খ্যাত হৈ পৰিল। ৰজাৰ দূৰদৰ্শিতাৰ বাবেই মোগলৰ শক্তি এই দেশত ছিন্ন-ভিন্ন হৈ পৰিল। অৱশ্যে অসমৰ বিভিন্ন স্থানত যুদ্ধত হৰা কিছুমান মোগল সৈন্য স্থায়ী বাসিন্দা হোৱাত আহোম ৰজাসকলে বাধা দিয়া

নাছিল। সম্প্ৰীতিৰ এনাজৰীডালে বিভিন্ন ধৰ্ম-মতক বান্ধি ৰাখিছিল এইখন দেশত। হাজোত এই সম্প্ৰীতিৰ এখন স্পষ্ট ছবি বহু পূৰ্বৰে পৰা গঢ়ি উঠিছিল। হিন্দু, বৌদ্ধ আৰু ইছলাম ধৰ্মৰ পীঠ স্থান হ'ল হাজো। নানা মতৰ প্ৰজাই হাজোৰ দৰেই দেশখনলৈ ঐক্য-সংহতি কঢ়িয়াই আনিলে। গদাধৰ সিংহ হিন্দু শাস্ত্ৰ মতাশ্ৰয়ী ৰজা। উজনি অসমত তেওঁ বৈষ্ণৱসকলক যথেষ্ট নিৰ্যাতন দি গৈছে। বৈষ্ণৱ ভক্ত-মহন্তৰ নিৰ্যাতনৰ এটা কাৰণ হ'ল যে তেওঁ পলাই ফুৰা দিনত জখলাবন্ধাত কোনো বৈষ্ণৱ মহন্ত-ভক্তই তেওঁক আশ্ৰয় দিয়া নাছিল আৰু ল'ৰাৰজাৰ বিৰুদ্ধে তেওঁক সহায় কৰিবলৈ মান্তি হোৱা নাছিল। সেইবাবে বৈষ্ণৱসকলক ধৰাই আনি ধোদৰ আলি নামৰ ৰাজপথ নিৰ্মাণ কৰাইছিল। গদাধৰে শাক্তসকলক সকলো দিশতে অগ্ৰাধিকাৰ দিছিল। গুৱাহাটীৰ উমানন্দ মন্দিৰ তেওঁ নিৰ্মাণ কৰোৱাৰ লগতে অন্য মন্দিৰ- দেৱালয়বো পৃষ্ঠপোষকতা কৰিছিল।

গদাধৰ সিংহৰ মৃত্যুৰ পিছত তেওঁৰ বৰপুত্ৰ ৰুদ্ৰসিংহ অসমৰ ৰাজপাটত বহে। পিতাকৰ দৰেই তেৰোঁ শাক্ত মতত শৰণাপন্ন হৈছিল। ব্ৰাহ্মণসকলৰ প্ৰতি তেওঁৰ আনুগত্য যথেষ্ট আছিল। গদাধৰ সিংহৰ দৰেই প্ৰজাহিতকৰ কামত তেওঁ আগভাগ লৈছিল। মাতৃ জয়মতীৰ স্মৃতি ৰক্ষাত যথেষ্ট গুৰুত্ব দি ৰাজধানী ৰংপুৰ ইটাৰে পুনৰ নিৰ্মাণ কৰাইছিল। উজনি-নামনি জুৰি সমগ্ৰ অসমৰ উন্নয়নত গুৰুত্ব প্ৰদান কৰিছিল। ৰুদ্ৰসিংহৰ ৰাজত্ব কালত যুদ্ধ-বিগ্ৰহ নথকাত সকলো শ্ৰেণীৰ মানুহৰ কল্যাণ সাধন হৈছিল। অসম বুৰঞ্জীত এইজন ৰজা অন্যতম শ্ৰেষ্ঠ ৰজা ৰূপে প্ৰতিষ্ঠিত হৈছে। ৰুদ্ৰসিংহৰ ৰাজত্বই সপ্তদশ শতিকা অতিক্ৰম কৰি গ'ল। তদুপৰি তেওঁৰ শাসন কালতে ভাৰতবৰ্ষৰ অন্যান্য অঞ্চলৰ লগত সাংস্কৃতিক যোগাযোগ হ'বলৈ ধৰে। পাৰস্পৰিক আদান-প্ৰদান, অন্য ৰাজ্যৰ শাসন প্ৰণালী, ধৰণ-কৰণ আদিৰ বুজ ল'বলৈ নানা দল পঠাইছিল। আনকি তেওঁ ৰাজ্যখনৰ বহুত ব্ৰাহ্মণ যুৱকক বাহিৰত শিক্ষা গ্ৰহণৰ বাবেও পঠাইছিল। ব্ৰাহ্মণৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা অসীম। সেইবাবে তেওঁ কৃষ্ণৰাম ভট্টাচাৰ্যৰ দৰে বহুতো ব্ৰাহ্মণক নবদ্বীপ আদিৰ পৰা অনাইছিল। পূজা-পাতল চলোৱাৰ বাবে এইসকলক নিয়োগ কৰিছিল।

নামনি খণ্ডৰ বিভিন্ন স্থানতো এইসকল ব্ৰাহ্মণৰ অনেকক বহুৱাইছিল। বজালী পৰগণাও এই অঞ্চলবোৰৰ অন্যতম আছিল। গদাধৰ ৰজাৰ দিনৰে পৰা অসমৰ ভূমি পিয়ল তথা জোখমাখ আৰু শ্ৰেণী বিভাজন হৈছিল। ৰুদ্ৰসিংহই কাজলী চৰ্কীলৈকে এই জৰিপ চলাইছিল...। অষ্টাদশ শতিকাৰ আৰম্ভণিতে ১৭১৪ খ্ৰীষ্টাব্দত তেওঁৰ মৃত্যু হ'ল।

ৰুদ্ৰসিংহৰ পাঁচজন পুত্ৰৰ জ্যেষ্ঠজন শিৱসিংহ। পিতাকৰ দৰেই তেৰোঁ জনকল্যাণমূলক কামত অগ্ৰসৰ হৈছিল। তেওঁ নামনি খণ্ড তথা কামৰূপ খণ্ডৰ জৰিপ কৰাইছিল। বজালী ডুবি অঞ্চলৰ জৰিপ প্ৰত্যক্ষ কৰিবলৈ গৈ এদিন উপস্থিত হৈছিল পৰিহৰেশ্বৰ মন্দিৰৰ স্থানত। ইতিমধ্যে কেইবছৰমানৰ আগৰে পৰা সেই ঠাইত শিৱ লিঙ্গ উদ্ধাৰ হৈছিল। ইও এক অনুপম কাহিনী আছিল।

# এঘাৰ

সোণফুলী আৰু ৰূপফুলী নামৰ মন্দিৰৰ নৰ্তকী দুজনীক হাত কৰাৰ বাবে মিৰজুমলাই সৈন্য লগাই পৰিহৰেশ্বৰ মন্দিৰত আক্ৰমণ কৰাইছিল। সেই সময়ত দুয়োজনী পূৰ্ণ-যৌৱনা লাৱণ্যময়ী গাভৰু আছিল। সামন্ত সূৰ্যনাৰায়ণৰ লগত সিহঁতৰ গোপন সম্পৰ্ক থকা বুলি জনাজাত আছিল। সূৰ্যনাৰায়ণে সুবিধা পালেই মন্দিৰত উপস্থিত হৈছিল। পূজাৰী দেৱপ্ৰদত্তই সামন্তজনৰ কু-মতলব জানিছিল। সেইবাবে নৰ্তকী দুজনীক কঠোৰ শাসনত ৰাখিছিল।

সন্ন্যাসী বাবাৰ দিনৰে পৰা ডুবি মন্দিৰ কিছুমান বিষয়ত কঠোৰ হৈছিল। মন্দিৰত উছৰ্গিত দেৱদাসী ভোলানাথৰ পত্নী; আই পাৰ্বতী তেওঁলোকৰ গাত লম্ভে। সাধাৰণ ভক্ত, সন্ন্যাসী বা ভণ্ডুৱা দলৰ ভোগৰ সামগ্ৰী নহয়। যুগে যুগে মন্দিৰবিলাকৰ দেৱদাসীক এইদৰে কামনালোলুপ মানুহে ধ্বংস কৰি আহিছে। সন্ন্যাসী বাবাই জানিছিল যে অঙ্গ, বঙ্গ, কলিঙ্গ, তামিল-তেলেংগানা-কেৰল, কাশী আদি অনেক মন্দিৰত এই প্ৰথা আছিল আৰু সুবিধাবাদী পূজাৰীৰ পৰা ভণ্ডুৱা নাগাবাবা সকলোৱে গণিকা ৰূপে ব্যৱহাৰ কৰিছিল। ক্ষমতাশালী সামন্ত বিষয়াই শয্যাসঙ্গিনী কৰিবৰ কাৰণে এই দেৱদাসীসকলক মন্দিৰৰ কৰ্তৃপক্ষক সন্তুষ্ট কৰি নিজক্ষেত্ৰলৈ লৈ গৈছিল। দেখুৱাই নৃত্য-গীতৰ প্ৰদৰ্শনৰ বাবে নিছিল যদিও, উদ্দেশ্য ৰাতিৰ শয্যাসঙ্গিনী আছিল। সন্ন্যাসী বাবাই এই ব্যৱস্থাক অন্তৰৰ পৰা ঘিণ কৰিছিল বাবেই আজলী বড়ো ছোৱালী মেনকাক পবিত্ৰ দেৱদাসী ৰূপত গঢ়ি তুলিছিল। দেৱদত্ত-দেৱপ্ৰদত্তহঁতো সেই আদৰ্শতে গঢ়ি উঠা পূজাৰী। অতিসংযমী। সোণফুলীহঁতক দেৱপ্ৰদত্তই সেইবাবে কাঢ়া শাসন কৰিছিল। কিন্তু তেওঁ বিফল হৈছিল। সূৰ্যনাৰায়ণৰ ক্ষমতা আৰু নৰ্তকী দুজনীৰ চঞ্চল স্বভাৱৰ ওচৰত তেওঁ যেন হাৰ মানিছিল।

সোণফুলী-ৰূপফুলীহঁত কিন্তু মন্দিৰৰ ভিতৰুৱা খেলাৰ সামগ্ৰী নাছিল। বাবা জাতীয় ভণ্ডুৱা সন্ন্যাসীয়ে সিহঁতলৈ লোলুপ দৃষ্টিৰে চালেও একো ক্ষতি কৰিব পৰা নাছিল। চুবুৰীয়া উতনুৱা দলৰতো কথাই নাই। তথাপি...

মিৰজুমলাৰ সৈন্যাই মন্দিৰত জুই দি দুয়োজনীকে ধৰি নিলে। ডুবিৰ নাতিদূৰৰ মোগল-কোঠত মিৰজুমলাৰ আগত থিয় কৰোৱা হ'ল। দুয়োজনীৰ সৌন্দৰ্যত মিৰজুমলা অতি মুগ্ধ হৈ নিজ শিবিৰত ৰখাৰ নিৰ্দেশ দিলে।

সোণফুলী-ৰূপফুলী দুয়োজনীয়েই সেনাপতিৰ মন যোগাই নৃত্য-গীত কৰি অংকশায়িনী হ'ব লগাত পৰিল। দুয়োজনীকে ফুচুলাই ভয় দেখুৱাই সূৰ্যনাৰায়ণৰ বহুত তথ্য উদ্ধাৰ কৰিলে। ফলস্বৰূপে মোগলে বীৰ সূৰ্যনাৰায়ণক বন্দী কৰি সমগ্ৰ ডুবি-বজালী অধিকাৰ কৰি পেলালে। তেতিয়া মিৰজুমলাই সোণফুলীক নিজৰ ৰক্ষিতা কৰি ৰাখিলে আৰু ৰূপফুলীক হাজোৰ বিষয়া-বাহৰলৈ পঠিয়াই দিলে। আহোমৰ লগত সন্ধি কৰি মিৰজুমলাই কামৰূপ এৰাৰ পূৰ্বে সোণফুলী এদিন শিবিৰৰ পৰা পলাই গ'ল। তাই গম পাইছিল যে সেনাপতিয়ে তাইক উভতি যাওঁতে বঙ্গপৰ্যন্ত লৈ যাব। মিৰজুমলাৰ মানুহে সোণফুলীক বিচাৰি নাপালে। আনহাতে বিষয়া কেইটামানৰ উমৈহতীয়া হৈ থকা ৰূপফুলীক হাজোত এৰি থৈ সকলো মোগল ভটীয়াই গ'ল।

ৰূপফুলীয়ে হাজোৰ ওচৰত ঘৰ সাজি থাকিবলৈ লোৱা কিছুমান মোগল সৈন্যৰ গাঁৱত ওলালগৈ। নিঠৰুৱা নিৰাশ্ৰয়া ৰূপফুলীক এজন বিবাহিত মুছলমানে উপ-পত্নী কৰি নিজ ঘৰত স্থান দিলে। মানুহটোৱে তাইৰ ৰূপত মুগ্ধ হৈছিল। বহুভুক্তা বুলি জানিও সি আশ্ৰয় দিছিল, যিহেতু তাৰ প্ৰথম পত্নীগৰাকী যথেষ্ট অসুখীয়া আছিল। ৰূপফুলীয়ে নিজৰ নাম-ধাম আৰু তাই যে দেৱদাসী আছিল; সেইবোৰ একোকেই নক'লে। কেৱল ধৰ্মান্তৰিত হৈ এটা মুছলমান নাম গ্ৰহণ কৰি হিন্দু সমাজৰ পৰা হেৰাই গ'ল।

সোণফুলীও কেইবাবছৰ ভিক্ষাৰী ৰূপত অনাই-বনাই ঘূৰি ফুৰি স্বাস্থ্য-শ্ৰীৰ কিছু হানি ঘটালে। মিৰজুমলাৰ পিছত ৰামসিংহৰ দ্বাৰা পুনৰ আক্ৰমণৰ কথাও তাই গম পালে। বহুতে তাইৰ যৌৱন দেখি বল প্ৰয়োগ কৰিব খুজিছিল। কিন্তু কোনোজনেই সফল নহ'ল। দিনবোৰ গৈ থাকিল। এদিন তাই গম পালে যে কামৰূপ-কমতা ৰাজ্যৰ বাহিৰ কৰি মোগলবিলাকক খেদি পঠিয়ালে। তেতিয়াৰ পৰা আহোম ৰাজত্ব আৰম্ভ হ'ল। দেশতো কিছু শান্তি প্ৰতিষ্ঠা হৈছে। এনে সময়তে বাট সুধি সুধি কালদিয়া নৈ পাৰ হৈ তাই ডুবি অঞ্চলত উপস্থিত হ'লহি।

সোণফুলীয়ে ডুবি মন্দিৰ থকা স্থানৰ অলপ দূৰত এজোপা গছৰ তলত বহি বহি মন্দিৰ স্থানলৈ চাই ৰ'ল। চকুৰ আগত জিলিকি উঠিল কাল ৰূপ ধাৰণ কৰা সৈনিক কেইটামানে দুয়োজনীকে মন্দিৰৰ পৰা চোঁচৰাই নিয়াৰ সেই ভীষণ দৃশ্য। চকুৰ আগতে জুয়ে গ্ৰাস কৰা মন্দিৰ! নিমিষতে জুয়ে প্ৰচণ্ডভাৱে আগুৰি ধৰা দৃশ্যৰ মাজতে দেৱপ্ৰদত্তই অসুখীয়া থৰক-বৰক দেহাৰে বিগ্ৰহৰ ফালে আগবাঢ়ি যোৱা অতি নিকৰুণ দৃশ্য। তাৰ পিছত কি হ'ল তাই নাজানে। ঘটনা দেখি তাই মূৰ্ছা গৈছিল হয়তো! চেতনা লাভ কৰিলত দেখা পালে— সহস্ৰ মোগল সেনাৰ মাজত মাথোন দুজনী নাৰী, তাই আৰু ৰূপফুলী।

গছৰ তলত সোণফুলীক বহুতে দেখা পালে। কিন্তু কোনেও চিনিব নোৱাৰিলে। মন্দিৰৰো কোনো চিন-চাব নাই। মন্দিৰ থকা ঠাইখন কিছুমান সৰু সৰু গছ আৰু বিৰিণাৰ দৰে বনে ছানি পেলাইছিল। আমন-জিমনকৈ বহুত কথা ভাবি ভাবি তাই গছজোপাত হেলান দি ভাগৰ মাৰিবলৈ ধৰিলে।

কিছু সময়ৰ ভিতৰতে তাইৰ টোপনি আহিল। তাই এটা সপোন দেখিলে। সপোনত তাই এসময়ত মাতৃবৎ শ্ৰদ্ধা কৰা মেনকা দেৱদাসীয়ে যেন ক'লে—

সোণফুলী, তই অশুচি নহয়। দুৰ্বৃত্তই তোক চুৱা কৰিব নোৱাৰে। দেৱপ্ৰদত্তই তইঁতক ৰক্ষা কৰিব নোৱাৰি নিজেই জুইত জাহ গ'ল। পৰিহৰেশ্বৰ বিগ্ৰহ এতিয়াও নিজ স্থানতে আছে। আঢ়ৈ কুৰি বছৰমান হ'ল— মানুহে মোগলৰ ভয়ত মন্দিৰৰ কথা বাদ দিলে। কিন্তু বিগ্ৰহো আছে, ময়ো আছোঁ। মই এতিয়া এজনী কপিলী গাই। ৰাতিপুৱালৈ ইয়াতে দেখা পাবি। গাইৰ পিছে পিছে তই গৈ থাকিলে এঘৰ বামুণত ওলাবিগৈ। মানুহটো পণ্ডিত। তই তাতে কাম-বন কৰি থাকিব পাৰিবি।

তাৰ পিছত সপোন ভাগি গ'ল। সঁচাকৈ পুৱা এজনী গাই আহি জোপোহা বিৰিণা এজোপাৰ ওপৰত ওহাৰখন ৰাখি গাখীৰ দিবলৈ ধৰিলে। সোণফুলী ওচৰলৈ গৈ সকলো চালে। তাইৰ বোধ হ'ল যে সেই স্থানতে বিগ্ৰহ আছে। চাবলৈ বৰ মন গৈছিল যদিও বিধৰ্মীৰ দ্বাৰা পতিতা হোৱাত তাইৰ আশা মনতে মাৰ গ'ল। পৱিত্ৰ বিগ্ৰহক কলুষিত কৰিব নোৱাৰি।

এনেতে গাইজনীয়ে হেম্বেলিয়াই দিলে। সোণফুলী গাইৰ কাষ চাপি গ'ল। নেজ জোকাৰি জোকাৰি গৈ থকা কপিলীজনীৰ পাছে-পাছে সোণফুলী গৈ থাকিল। বামুণৰ পদূলিত গাইজনীয়ে সোণফুলীৰ গাৰ কাপোৰত কামুৰি ধৰি টানি লৈ গ'ল। বামুণৰ ঘৰৰ সকলো অবাক। বামুণজনৰ নাম ৰঘুবৰ। ৰঘুবৰ দেৱ শৰ্মন।

'তুমি ক'ৰ পৰা আহিছা?' ৰঘুবৰে সুধিলে।

'মোৰ ঘৰ-দুৱাৰ নাই। পৰিয়াল স্বজনো নাই। মই পূৰ্বৰ পৰাই অকলশৰীয়া। খুজি-মাগি খাই য'তে-ত'তে পৰি থাকোঁ।' —তাই ক'লে।

'তুমি তেনে খোজনীয়া?'

'হয় দেউ! যোৱাৰাতি পৰিহৰেশ্বৰ মন্দিৰৰ কাষৰ গছ এজোপাৰ তলতে কটালোঁ। ৰাতি দেৱী এগৰাকীৰ আবিৰ্ভাৱ ঘটি পুৱা এই গাইজনীৰ লগত আহিবলৈ ক'লে। গাইজনী আপোনাৰ নিশ্চয়।'

'হওঁতে হয়। কপিলী গাইত দেৱতা লম্ভে। এইৰো তেনে হৈছে, পুৱা গাখীৰ খীৰাবলৈ নিদিয়ে। খুলি নিদিলে পঘা ছিঙি যায়। গতিকে খুলিয়েই দিওঁ।' —বামুণে ক'লে।

'ক'ত যায় জানেনে?' —সোণফুলীয়ে সুধিলে।

'ক'ত যায় নাজানো। নৈৰ পাৰত চৰি-মেলি গধূলি আহে। আজিহে পুৱাই উভতি আহিছে। তোমাক জানো এইদৰে কিয় টানি আনিছে!'

'ময়ো নাজানো। মহাদেৱৰ কৃপাতে এনে হৈছে নেকি! মাগনী বুঢ়ী হ'লেও মই শিৱভক্তা।' —তাই ক'লে।

'নিশ্চয়। তোমাৰ গাত কিবা দৈৱিক গুণ দেখা পাইছে। বেয়া নাপালে আজিৰ পৰা ইয়াতে থাকিব পাৰিবা।'

'কিন্তু মই খুজি-মাগি খোৱা মানুহ, কেনেকৈ এঠাইত থাকিম!!'

'ইয়াত থাকিলে খুজি-মাগি খাব নালাগে। গাইজনীক চোৱা-চিতা কৰিবা। মোৰ খেতি-বাতি ভাল হয়। জ্যোতিষ চৰ্চা কৰিও কড়ি-চৰতীয়া কিছু পাওঁ।' —ৰঘুবৰে ক'লে।

কপিলী গাইজনীয়ে হেম্বা কৰি মূৰ দুপিয়ালে। সোণফুলীয়ে ভাবি-চিন্তি ক'লে— 'মই এতিয়া বুঢ়ী হ'লো দেউ। বয়সত আপোনাতকৈ ডাঙৰেই হ'ম। ঘৰুৱা কাম-কাজ কৰিব নোৱাৰিম। তাতে মোৰ ধৰ্মাধৰ্ম নাই; য'তে ৰাতি ত'তে কাটি।'

ৰঘুবৰ সকলো কথাত মান্তি হ'ল। বুঢ়ী সোণফুলীক থকাৰ বাবে ঠাই এখন ঠিক কৰি দিয়া হ'ল। দুদিনমানৰ পিছত সোণফুলীয়ে বামুণক ক'লে— 'দেউ! কপিলী যোৱা ঠাইখন চাবলৈ কাইলৈ ওলাব লাগিব। কপিলী গায়ে বোলে নিজৰ গোসাঁইক গাখীৰ দিবলৈহে তেনেকৈ যায়।'

সেইমতে পিছদিনা যাবলৈ ওলাল। ৰাতি সপোনত এজন দেৱতা আহি ৰঘুবৰক ক'লে— 'গাইজনী যোৱা ঠাইতে মই আছোঁ। তইহে মোক উদ্ধাৰ কৰিব পাৰিবি।'

ৰঘুবৰ খকমকাই সাৰ পালে। বামুণী আইক সকলো ভাঙি-পাতি ক'লে। পুৱা তেওঁ মাগনী বুঢ়ীৰ লগত কপিলীৰ পাছে পাছে সেই স্থানলৈ গৈ থাকিল। কপিলীয়ে এটা জোপাৰ ওপৰত বৈ গাখীৰ দি আছে। ৰঘুবৰ স্তম্ভিত হৈ পৰিল। তেওঁ কপিলী আৰু বুঢ়ী মাগনীক আই সম্বোধন কৰি ঘৰলৈ নিমন্ত্ৰণ কৰি লৈ আহিল। ঘৰত বুঢ়ীয়ে বামুণীৰ পৰা কঁডিয়া এটা লৈ কপিলীৰ গাখীৰ খীৰালে। বামুণীয়ে সেই গাখীৰৰ পৰা ভোগ ৰান্ধিলে। তাৰ পিছত দেৱতাৰ চৰণত অৰ্পণ কৰিলে।

পৰিহৰেশ্বৰ শিৱ মন্দিৰৰ স্থান বুলি ঠাইখনক ৰঘুবৰে সৰুৰে পৰা জানি আহিছিল। মোগল আক্ৰমণত ধ্বংস হোৱাৰ কথাও তেওঁ জানিছিল। এইবাৰ তেওঁ বৰ আপ্লুত হৈ পৰিল। কোৰ এখন লৈ তেওঁ সেই স্থানলৈ আগবাঢ়িল। দুদিন ধৰি হাবি-জংঘল পৰিষ্কাৰ কৰি অৱশেষত শিৱলিঙ্গভাগ কপিলীয়ে গাখীৰ দিয়া জোপাটোত দেখা পালে।

প্ৰথমে তেওঁ দীঘল দি পৰিল। তাৰ পিছত তেওঁ দা-কোৰ লৈ কামৰ হাবি-

বনবোৰ উঘালি পেলালত লিঙ্গভাগ অক্ষত অৱস্থাত ওলাই পৰিল। তদুপৰি হাবি-বনৰ মাজে মাজে এহতীয়া-ডেৰহতীয়া ব্যাসৰ কিছুমান শিলাখণ্ডও দেখা পালে। এইবিলাক কৰা অকলে সম্ভৱ নোহোৱাত চুবুৰিৰ কেইজনমান লোকক মাতি আনিলেগৈ। সকলোৱে ধৰি-মেলি শিলাখণ্ডবোৰ উদ্ধাৰ কৰিলে। ৰঘুবৰে বুজিলে, এইবোৰ পুৰণি মন্দিৰৰ খুঁটাত ব্যৱহৃত হৈছিল। তেওঁলোকে লিঙ্গভাগৰ চৌপাশে শিলাখণ্ডবোৰ বেৰৰ দৰে দিলে। ৰঘুবৰৰ নিৰ্দেশত বাৰীৰ পৰা বাঁহ কাটি আনি এখন চালি তৈয়াৰ কৰিলে। ঠাইখনৰ আশে-পাশে অনেক বিৰিণা বন আছিল। সেইবিলাক কাটি আনি খেৰ কৰা হ'ল আৰু চালিখন সেই খেৰেৰে ছোৱা হ'ল। সেই ঠাইত ইকৰা-পাটীদৈৰ অভাৱ নাছিল। দীঘল দীঘল ইকৰা কাটি আনি বেৰবিলাক বৈ দিয়া হ'ল। লিঙ্গভাগৰ ওপৰত একেদিনাই চালিখন সজা হৈ গ'ল।

গধূলি পৰলৈ সেই ঠাইত বহুত মানুহ গোট খালে। ৰঘুবৰক তেওঁলোকে এই কামৰ বাবে অলেখ ধন্যবাদ জনালে। সেইদিনাৰ সন্ধিয়াই তেল-বন্তিৰে ঠাইখন পোহৰাই তোলা হ'ল। পৰিহৰেশ্বৰ পুনৰ জিলিকি উঠিল।

কিছু দূৰৰ পৰা সোণফুলীয়ে সকলো চাই ৰ'ল। বিগ্ৰহৰ প্ৰতি দূৰৰ পৰাই প্ৰণাম জনালে। ওচৰলৈ আহিবলৈ তাইৰ সৎ নগ'ল। বহুত মন্দিৰৰ দেৱদাসীবোৰ বহু পুৰুষৰ বলি হৈ বেশ্যাত পৰিণত হয়— সেই কথা তাই জানে। কিন্তু, তাই একাধিক পুৰুষৰ কামনাৰ বলি হ'লেও, বিধৰ্মী মোগলৰ দ্বাৰা ধৰ্ষিতা নাৰী। সেইবাবে তাই আঁতৰতে থাকিল। ৰঘুবৰে তাইক দেখি মাতিছিল। কিন্তু সোণফুলী ওচৰ নাচাপিল। বহুত লোকে সোণফুলীক বুঢ়ী আই বুলি শ্ৰদ্ধা কৰিছিল। তেওঁলোকে মতাতো তাই নগ'ল। বাধ্যত পৰি তাই পতিতা হোৱাৰ বাদে অন্য কোনো কাম মনৰ বিৰুদ্ধে কৰা নাছিল; গতিকে নকৰেও। ইয়াৰ পিছত সোণফুলী সন্ধিয়া হলেই মন্দিৰলৈ আহে। পূজাৰ সময়ত, আৰতিৰ সময়ত অস্ফুতভাৱে গীত আওঁৰায়।

মন্দিৰৰ চালি নিৰ্মাণ হোৱাৰ পিছৰে পৰা কপিলীজনীক বামুণী আয়েও খীৰাব পৰা হ'ল। সোণফুলীয়ে গৰুজনীক তামোল-পাণ এটা দি মাতবোল কৰি এই কাম কৰোৱালে। কিন্তু কপিলীৰ গাখীৰৰ সৰহভাগ মন্দিৰৰ ভোগ ৰন্ধাত লগাব লাগিব। সেয়ে কৰিলত, কপিলী সেই ঠাইত চৰিবলৈ প্ৰতিদিনেই আহে আৰু গধূলি ৰঘুবৰৰ ঘৰলৈ উভতি যায়। এইদৰে দিনবোৰ পাৰ হৈ গৈ থাকিল।

এদিন ৰঘুবৰক সোণফুলীয়ে নিজৰ আৰু মন্দিৰৰ কাহিনী শুনালে। সন্ন্যাসী বাবা, দেৱদত্ত, দেৱপ্ৰদত্ত, মেনকা, ৰূপফুলীৰ কথা বিৱৰি ক'লে। প্ৰায় আঢ়ৈ কুৰি বছৰৰ আগৰ পৰিহৰেশ্বৰৰ কাহিনী আৰু মোগল আক্ৰমণত ধ্বংসপ্ৰাপ্ত হোৱাৰ ধৰ্ষিতা

হৈ বন্দীৰ জীৱন কটাইছিল— তাৰো সবিশেষ জনালে। মুছলমানৰ দ্বাৰা ধৰ্ষিতা হৈ তাই বিধৰ্মী আৰু অপবিত্ৰ হ'ল। সেইবাবে তাইৰ মন্দিৰত স্থান নাই। সোণফুলীয়ে তাইৰ গোপন কাহিনী ৰাজহুৱা নকৰিবলৈ ৰঘুবৰক খাটনি ধৰিলে। ৰঘুবৰে কিন্তু শাস্ত্ৰৰ বিহিত ব্যৱস্থা মতে বুঢ়ী আই ৰূপী সোণফুলীক প্ৰায়শ্চিত্ত কৰি পুনৰ ধৰ্মত তুলিলে।

ৰঘুবৰে জানে— সকলো মানুহ জন্মতে শূদ্ৰ। তদুপৰি জন্মৰ সময়ত জাতক-জাতিকাৰ কোনো ধৰ্ম নাই। পিছত ডাঙৰ হৈ নিজে যাক দেৱতা মানে, ঈশ্বৰ মানে তেওঁৰেই ভক্ত, তেওঁৰেই শিষ্য হয়। সকলো ধৰ্ম মূলতঃ একেই। শৈৱ, শাক্ত, বৈষ্ণৱ, বৌদ্ধ, ইছলাম— সকলো ধৰ্মৰ মূল মন্ত্ৰ একেই।

শিৱ হ'ল গণদেৱতা। সকলো জনগণৰে তেওঁ দেৱতা। দেৱতাই কাৰো জাত-পাত নিবিচাৰে। মানুহ মানুহেই ভক্তিহে ধৰ্মৰ মূল। এনে ধৰণৰ বিশাল মতৰ অধিকাৰী ৰঘুবৰ দেৱশৰ্মন যথাৰ্থতে পণ্ডিত। সেয়েহে এদিন নিজ চোতালত তিনিজন পণ্ডিত ব্ৰাহ্মণ মাতি আনি বুঢ়ী আই ৰূপী সোণফুলীক সংস্কাৰ সাধন কৰিলে। সোণফুলীৰ মনৰ পৰা বহুতো বোজা আঁতৰিল। ইয়াৰ পিছত তাইক সৰু খেৰী ঘৰ এটা ৰাইজে সাজি দিয়াত পৰিহৰেশ্বৰৰ চৌহদ পালেগৈ। ইতিমধ্যে ঠাইখন যথেষ্ট মুকলি হৈছিল। এতিয়া অকলে থাকিবলৈ সোণফুলীৰ কোনো ভয় নাই। নাৰীৰ আচল শত্ৰু ৰূপ-যৌৱন— তাই সেয়া কেতিয়াবাই হেৰুৱাইছে। আনহাতে নিঃসঙ্গতাৰ মাজতহে প্ৰভুক পোৱা যায়।

ইয়াৰ উপৰি নিঃসঙ্গতা ভঙ্গ কৰিবলৈ এক মহামন্ত্ৰ আছে। ঐকান্তিকভাৱে সেই মন্ত্ৰ তাই এতিয়া ধ্বনিত কৰে— 'ওঁ নমো শিৱায়ঃ'।

# বাৰ

প্ৰায় অৰ্ধশতাব্দী কাল আহোমৰ শাসনৰ তলত থকাত, কামৰূপ-কমতা ৰাজ্যলৈ এটা সুস্থিৰ বাতাবৰণ আহি পৰিল। মোগল শাসনৰ অন্ত পৰিল আৰু আক্ৰমণৰ আশঙ্কাও নাইকিয়া হ'ল। প্ৰবলপ্ৰতাপী আহোম ৰজাসকলে উজনি-নামনি জুৰি এখন সাম্ৰাজ্য গঢ়ি তুলিলে। ষোড়শ শতাব্দীৰ পৰা চলি অহা অহম (অসম) নামটো এতিয়া দেশখনৰ নামলৈ পৰিণত হৈছে। শদিয়াৰ পৰা ধুবুৰীলৈ, থলুৱা সৰুসুৰা ৰাজ্যবোৰ সামৰি এখন বিশাল ৰাজ্যৰ সৃষ্টি হৈছে। ভাস্কৰ বৰ্মাৰ বহু আগৰে পৰা জনাজাত বিশাল কামৰূপ ৰাজ্যখন এতিয়া অসম ৰূপে গঢ় লৈ উঠিছে। প্ৰজাৰঞ্জক ৰজাসকলে উজনি-নামনি সামৰি জনকল্যাণমূলক কামত ব্ৰতী হৈছে।

কিম্বদন্তি পুৰুষ গদাধৰ ৰজাৰ পুত্ৰ ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ পাঁচ পুত্ৰৰ অন্যতম শিৱসিংহ ৰাজপাটত বহিয়েই ককাক আৰু পিতাকৰ পৰম্পৰা মতেই শিৱ মন্দিৰ, দেৱী মন্দিৰ আদি নিৰ্মাণ আৰু মেৰামতিত গুৰুত্ব প্ৰদান কৰিলে। কামৰূপ খণ্ডতো শিৱসিংহই এনে ভূমিকা পালন কৰাত ৰাইজ সন্তুষ্ট হ'ল। ভূমি জৰীপৰ অগ্ৰগতি চাবলৈ ৰজা নিজেই বজালী অঞ্চলত বাহৰ পাতিলেহি। তেওঁ আহি পৰিহৰেশ্বৰো পালেহি।

শিৱসিংহই গম পালে যে পৰিহৰেশ্বৰ শিৱমন্দিৰভাগ অনেক ঘাত-প্ৰতিঘাতৰ মাজেদি আহি মোগলৰ হাতত ধ্বংসপ্ৰাপ্ত হৈছিল। বৰ্তমান এখন খেৰৰ চালিৰ তলত শিৱলিঙ্গ ভাগ প্ৰতিষ্ঠা কৰি ৰঘুবৰ শৰ্মা নামৰ এজন থলুৱা পূজাৰীয়ে পুৱা-সন্ধিয়া বন্তি জ্বলাই আছে। মন্দিৰ অতি পুৰণি কলীয়া। ৰজা শিৱসিংহই তেওঁৰ বাহৰলৈ ৰঘুবৰক নিমন্ত্ৰণ কৰাই অনালে। ৰজাৰ শিবিৰত উপস্থিত হৈ তেওঁ ক'লে—

'স্বৰ্গদেউৰ চৰণলৈ আমিয়েই অহাৰ কথা আলচি আছিলো। কিন্তু বিলম্ব হৈছিল। এতিয়া স্বৰ্গদেৱৰ আদেশ পাই লৰৰি অহা হৈছে।'

ৰঘুবৰে ক'লে— 'সজ কথা।' ৰজাই ক'লে— 'এতিয়া আমাৰ আগত পৰিহৰেশ্বৰ ডুবি মন্দিৰৰ বিষয়ে ক'ব লাগে।'

পূজাৰীয়ে সবিশেষ দাঙি ধৰিলে। ভাস্কৰ বৰ্মাৰ দিনৰ পৰা এশ বছৰমানৰ আগৰ সন্ন্যাসী বাবাৰ দিনলৈকে সামৰি বৰ্তমান সময়ৰ লিঙ্গভাগ উদ্ধাৰৰ ঘটনাও চমুৱাই দাঙি ধৰিলে। ৰজা যেন পুলকিত হৈ উঠিল।

'পৰিহৰেশ্বৰত দেৱদাসী আছিল নে?' —ৰজাই সুধিলে।

'হয় স্বৰ্গদেউ, সেই প্ৰথা আছিল। এই মন্দিৰত কেইবাগৰাকী দেৱদাসীৰ কৰুণ বিননিও আছে। দুই-এগৰাকীৰ মহীয়সী ৰূপো দেখা গৈছিল। পূৰ্বতে বোলে অপ্সৰা উৰ্বশী শাপভ্ৰষ্ট হৈছিল। এতিয়াও বহুতৰ বিশ্বাস— মন্দিৰৰ পিছফালে থকা কেতেকী ফুলৰ গোন্ধত অপ্সৰা উৰ্বশীৰ স্মৃতি আছে।'

'আৰু বিননি?' —ৰজাই সুধিলে।

'বিননিও আছে। কেইবাশ বছৰৰ আগতে উৎকল দেশৰ এজনী দেৱদাসী এই মন্দিৰলৈ আহিছিল। সেইজনী দেৱদাসীক সেই সময়ৰ এজন সামন্তই অত্যাচাৰ কৰাত আৰু তাইৰ প্ৰেমিকক হত্যা কৰাত প্ৰাকৃতিক দুৰ্যোগৰ বলি হৈ এই মন্দিৰ থকা ওখ পৰ্বতটি তললৈ বহি গৈছিল। তাতে দেৱদাসী, পূজাৰী আদি সকলোৰে বিনাশ ঘটিছিল। তেতিয়াৰ পৰা এই ঠাইৰ নাম ডুবি হ'ল।'

'এতিয়া কিছু বুজিলোঁ। মন্দিৰলৈ এদিন যাব লাগিব।'

'স্বৰ্গদেৱে নিজে গৈ ঠাইখন চাই আহিলে বৰ ভাল হয়। দেৱালয়খনৰ চাৰিওফালে দুখীয়া নিৰীহ প্ৰজাসকলৰ বাসস্থান। সেয়াও দেখা পাব।' —ৰঘুবৰে বিনয়েৰে ক'লে।

'সু-প্ৰস্তাব। সময় উলিয়াই মই এদিন মন্দিৰ ক্ষেত্ৰত প্ৰৱেশ কৰি কৃতাৰ্থ হ'ম।' তাৰ পিছত ৰজাই কাষতে থকা এটা মোনাৰ পৰা কেইটামান মুদ্ৰা দি ৰঘুবৰক বিদায় দিলে।

কেইদিনমানৰ পিছত, এদিন ৰজাৰ দূতে ৰঘুবৰ পূজাৰীক ৰজা অহাৰ দিন তাৰিখ দি গ'লহি। পূজাৰীয়ে ওচৰৰ গাঁওবোৰত খবৰ দিয়াত প্ৰজাই দলদোপ-হেন্দোলদোপ কৰিলেহি। সময়ত শিৱসিংহ আহি পৰিহৰেশ্বৰত উপস্থিত হ'লহি। ৰজাজন হাতীত আহিছিল। বিষয়া কিছুমান ঘোৰাত অহা দেখা গ'ল। বাকী কাঢ়ী-পাইকৰ গাৰক্ষী বাহিনী আছিল পদাতিক।

গএল ৰাইজে খোল-তাল-নাগাৰা আদিৰে ৰজাক মন্দিৰ চৌহদলৈ আগবঢ়াই আনিলে। এখন ডাঙৰ কাঠৰ বাঙলী শৰাইত চেলেং-চাদৰ দি গুৱাপাণ সজাই ৰজাৰ আগত ৰখা হ'ল। এই কাম কৰিছিল বুঢ়ী আই সোণফুলীয়ে। বুঢ়ীক দেখি ৰজা বৰ সম্মোহিত হ'ল। মুখৰ পৰা ওলাই গ'ল— 'আই।'

ৰজাৰ আগত সকলো প্ৰজাই আঁঠু ল'লে। তাৰ পিছত ৰজাই বুঢ়ীগৰাকীক সুধি-মেলি পূৰ্বৰ দেৱদাসী বুলি জানি সময়ত দুজন পাইক আৰু দুপুৰা মাটি আগবঢ়ালে। লগতে কাপোৰ-কানিৰ বাবে একুৰি ৰূপৰ মুদ্ৰা হাতে হাতে দি গ'ল।

লিঙ্গভাগ ৰখা চালিখন আমপাত, ফুল আদিৰে অতি সুশোভিত কৰা হৈছিল। পৰিষ্কাৰ কৰি ৰখা হৈছিল নৈবেদ্যৰ থলী। পাৰ্যমানে মাহ-প্ৰসাদৰো ব্যৱস্থা কৰা হৈছিল।

শিৱসিংহই বিগ্রহলৈ প্ৰণাম জনালে। পূজাৰী ৰঘুবৰে মন্ত্ৰ উচ্চাৰণ কৰি আশীৰ্বাদ দিলে। ৰজাৰ মানুহে লৈ অহা ফলমূল, মাহ-প্ৰসাদ আৰু ফুল আদি নৈবেদ্য সম্ভাৰ ইতিমধ্যে আগবঢ়াই দিয়া হৈছিল। মন্ত্ৰ পাঠৰ পিছত প্ৰসাদ বিতৰণ হ'ল। এনে সময়তে ৰজাই কৈ উঠিল—

"আমাৰ ৰজাঘৰৰ ফালৰ পৰাই এই পুৰণি দেৱালয়খন স্থায়ীকৈ পুনৰ নিৰ্মাণ হ'ব। তেনে ঘৰবিলাক সম্পূৰ্ণ হওঁতে কেইবাটিও বছৰ লাগিব। এতেকে প্ৰথমতে কাঠ-বাঁহৰ পৰাই প্ৰয়োজনীয় ঘৰ সাজিব লাগিব। কাৰণ, এই শিৱস্থান অতি প্ৰাচীন। ইয়াত পূজা-সেৱা চলি থাকিব লাগিব। গতিকে, মই অসম দেশৰ ৰজা হিচাপে এই মন্দিৰ পৰিচালনাৰ বাবে বৰ্তমানৰ পূজাৰী ৰঘুবৰ শৰ্মাদেৱক স্থায়ী পূজাৰী ৰূপে নিয়োগ কৰিলোঁ।'

ৰজাৰ কথাত উপস্থিতসকলে হাত চাপৰি বজাই সমৰ্থন জনালে। তেতিয়া ৰজাই আকৌ ক'লে— 'মন্দিৰ চোৱা-চিতা কৰাত সহায় কৰিবলৈ পাইকৰ নিযুক্তি দিয়া হ'ব। মন্দিৰ সুচাৰু ৰূপে চলিবৰ কাৰণে ভূমিদান কৰা হ'ব। মন্দিৰৰ বাবে কিমান ভূমি আৰু পাইক দৰকাৰ হ'ব, সেৱাইতৰ আৱশ্যক হ'ব মন্ত্ৰী-বিষয়াৰ লগত আলোচনা কৰিহে নিৰ্ধাৰণ কৰা হ'ব।'

ৰজা শিৱসিংহই ঠাইতে এজন বিষয়া নিয়োগ কৰি ক'লে— 'প্ৰথমতে কাঠ-বাঁহৰ ঘৰ-দুৱাৰ আৰম্ভ হওক। লিঙ্গ ৰখা ঘৰটিও উন্নত কৰিব লাগিব। পিটনিখনত পুৰণি দিনৰ কিবা ওলাই নেকি মানুহকেইযোৰামান লগাই চাব লাগিব। এই সকলো কামৰ তদাৰক বিষয়াই কৰিব। খনিকৰ, কাৰিকৰ সকলো তেৱেঁই নিৰ্বাচন কৰি ল'ব। ৰাজ ভঁৰালৰ পৰা প্ৰয়োজন হোৱা অৰ্থ যোগান ধৰা হ'ব।'

মন্দিৰৰ পৰা বিদায় লোৱাৰ আগে আগে ৰজাই পুনৰ ক'লে— 'দেৱদাসীৰ কথাটো পিছতহে বিবেচনা কৰা ভাল হ'ব। দেৱদাসী দিলে গায়ন-বায়ন আদিৰো ব্যৱস্থা কৰিব লাগিব।'

এই প্ৰসঙ্গটো পিছলৈ ৰখাৰ কাৰণ সাধাৰণ প্ৰজাই নুবুজিলেও বিষয়াসকলে বুজি পালে। বৰৰজা ফুলেশ্বৰীৰ লগত আলোচনা কৰিহে এই সিদ্ধান্ত ৰজাই গ্ৰহণ কৰিব। মন্দিৰ পৰিচালনা পূজাৰীৰ মতেই হ'ব বুলি তেওঁ জনাই গ'ল।

উপস্থিত ৰাইজে ৰজাৰ শলাগ লৈ 'জয় স্বৰ্গদেউৰ জয়' বুলি জয়ধ্বনি দিলে। ৰজা সন্তোষিত হ'ল।

# তেৰ

ৰাজপাটত উঠা কিছুদিনৰ পিছতে ৰাজ জ্যোতিষীয়ে ৰজাৰ ছত্ৰভঙ্গ যোগ পৰা বুলি কোৱাত যি পৰিস্থিতিৰ সৃষ্টি হৈছিল তাৰো সমাধানসূত্ৰ ওলাল। শিৱসিংহৰ বিশ্বাসী কোনো লোকক শাসন ভাৰ দি তেওঁক বহিৰজা হ'বলৈ উপদেশ দিলে। সেই মতে ৰজাই বিচাৰি পালে তেওঁৰ অতি মৰমৰ সৰু কুঁৱৰী ফুলেশ্বৰীক। ফুলেশ্বৰীক গ্ৰহণ কৰাৰ পৰা সকলো বিষয়ত এইজনী ৰাণীয়েই পৰামৰ্শদাতা হৈ আহিছিল। ৰাজকাৰ্যতো যথেষ্ট অভিজ্ঞতা তেওঁৰ হৈছিল।

প্ৰথমতে শিৱসিংহই তেওঁৰ ভ্ৰাতৃসকলৰ এজনক এই ভাৰ দিয়াৰ কথা ভাবিছিল। কিন্তু ফুলেশ্বৰীৰ বিশ্বস্ত বুঢ়াগোহাঁইয়ে তেনে কৰিলে অন্য বিপদ হ'ব পাৰে বোলাত মত সলনি হ'ল। ৰজাই বুঢ়াগোহাঁইক পৰামৰ্শ বিচৰাত চতুৰ ফুলেশ্বৰীৰ ইঙ্গিত মতে সৰু কুঁৱৰীৰ হাততে এই ছত্ৰ প্ৰদান কৰা ভাল বুলি অমাত্যগৰাকীয়ে জনালে।

সেইমতেই কাম। শিৱসিংহ তেতিয়াৰ পৰা নামত ৰজা, বহি ৰজা হৈ ৰ'ল। ফুলেশ্বৰীক ৰাজছত্ৰ প্ৰদান কৰি 'বৰ ৰজা' ৰূপে অভিষেক কৰা হ'ল। সেইবাবে বৰৰজা ফুলেশ্বৰীয়ে ৰাজধানীৰ ভাৰ লৈ প্ৰকৃত ৰাজছত্ৰৰ অধিকাৰিণী হ'ল।

এইজনী ফুলেশ্বৰীৰ পূৰ্বৰ নাম ফুলমতী। ফুলমতী দেৰগাঁও নেঘেৰীটিঙৰ নৰ্তকী, নটী। চিনাতলীয়া নটৰ জীয়ৰী। তেওঁ মন্দিৰৰ বিগ্ৰহলৈ উছৰ্গিত দেৱদাসী নহয়। নেঘেৰীটিং শিৱদৌলৰ উছৱ-পৰবত খোল-তালত গায়ন-বায়নৰ লগত নচা নৃত্যাঙ্গনা। তদুপৰি তাই বিহুনাচৰ পাৰ্গত নাচনী।

শিৱসিংহেই ৰাজপাটত বহাৰ পিছত ব'হাগৰ সাতবিহুৰ অনুষ্ঠানত ৰংঘৰৰ বাকৰিত অনুষ্ঠিত বিহু উছৱত এই ফুলমতীয়ে নাচিবলৈ আহিছিল। এই বিহুনাচত ৰাজ্যখনৰ বাছকবনীয়া বিহুৱা-বিহুৱতীয়ে ভাগ লৈছিল।

ৰজা শিৱসিংহ নাচ-বাগ, গীত-মাতৰ বৰ অনুৰাগী আছিল। নিজেও দুটামান গীত ৰচনা কৰিছিল। এওঁৰে দৃষ্টিত পৰিল ফুলমতী। লাহি কঁকালৰ সুন্দৰ-সুঠাম দেহৰ লাৱণ্যময়ী নটৰ জীয়ৰী, নাক, চকু, মুখ, কাণ, খোপা ক'তো খতিশূন নাই। অপূৰ্ব

সুন্দৰী গাভৰু। ৰজাৰ মোহ উপজিল। ৰং-ৰহইচ সামৰাৰ পিছত ৰাজকাৰেঙলৈ ফুলমতীৰ দলটোক মাতি পঠোৱা হ'ল।

প্ৰহৰীৰ আৱেষ্টনিৰ মাজত দলটো গৈ ৰজাৰ মুকলি চ'ৰাৰ ওচৰত উপস্থিত হ'ল। বেছি পলম নকৰি ফুলমতীহঁতক ৰজাই দেখা দিলে। ফুলমতীৰ পিতাক আৰু তাইক তেওঁ এক আচুতীয়া কোঠালৈ মতাই নিলে। ৰজাই সুধিলে—

'নাচনীৰ আচল নাম কি?'

'ফুলমতী। ফুলেশ্বৰী বুলিও অনেকে কয়।' —তাই ক'লে।

'ফুলেশ্বৰীটোৱেই ভাল। বাৰু, এইজন তোমাৰ পিতা?'

'হয় স্বৰ্গদেউ! ময়েই তাইৰ দৰিদ্ৰ পিতাক। নেঘেৰীটিঙৰ দেৱালয়ত আমি উছৱে-পৰবে নৃত্য-গীত কৰোঁ। মই এজন বায়ন। দুই-এটা সত্ৰীয়া নাচো জানো। বৃত্তিত আমি বংশানুক্ৰমে নট।' —তাইৰ পিতাকে ক'লে।

তাৰ পিছত ৰজাৰ নানা প্ৰশ্ন।

'ৰংঘৰৰ চোতালত নাচোতে ঢোল বজোৱাজন কোন?'

'ফুলেশ্বৰীৰ ককায়েক এজন।'

'লগত থকাবোৰ কোন?'

'বংশৰে লোক।'

'ফুলেশ্বৰীৰ বিয়া হ'লনে?'

'নাই হোৱা।'

'ফুলেশ্বৰীক ৰজাঘৰৰ লিগিৰী কৰিবৰ মন। মোক এজনী হাতধৰা লিগিৰী লাগে। তাইক মই পছন্দ কৰিছোঁ। এতিয়া মত দিলেই হ'ল।' —ৰজাই ক'লে।

'স্বৰ্গদেউ, আমাক ভাবিবলৈ দিয়ক?' পিতাকে ক'লে, 'ঘৰত মাকজনী আছে। জীয়ৰীৰ হক মাকৰহে। ইয়ালৈ পঠোৱাত মাকে মোৰ মতে আপত্তি কৰিব নালাগে। কিন্তু লিগিৰী হিচাপে...।'

'মই বুজি পাইছোঁ। মই তাইক অন্তেষপুৰত স্থান দিম। মুঠতে এমাহ সময় দিলোঁ। ঘৰত আলোচনা কৰি মুৰকত থৈ গ'লেই বাকী বিধিবোৰ কৰা হ'ব।' —ৰজাই এইদৰে কৈ অভ্যন্তৰলৈ গমন কৰিলে। তাৰ পিছত এজন বিশেষ লিগিৰাই আহি দলটোক ভোজনশালালৈ লৈ গ'ল। তেওঁলোকক কোমল চাউল, ম'হৰ গাখীৰ, দৈ আদিৰে আপ্যায়ন কৰাই ফুলেশ্বৰীৰ পিতাকৰ হাতত ধনৰ টোপোলা আৰু কাপোৰ-কানিৰ উপহাৰ তুলি দিলে।

ঘৰলৈ আহি সকলোৱে আলোচনা কৰি ফুলেশ্বৰীক ৰজাৰ ঘৰলৈ পঠাবলৈকে সিদ্ধান্ত কৰিলে। ফুলেশ্বৰীয়েও কথাবোৰ মানি ল'লে। তাই টেঙৰ ছোৱালী। ৰজা

শিৱসিংহৰ বয়সো বৰ বেছি হোৱা নাই। তাই ভাবিলে— মন্দিৰৰ নটী হৈ থকাতকৈ ৰজাৰ বান্দী হোৱাই ভাল। ৰজাইনো কি কৰিব নোৱাৰে? নগ'লে ধৰাই নিবওতো পাৰে। ৰজাৰ ইচ্ছাই প্ৰজাৰ ইচ্ছা। তাতে আহোম স্বৰ্গদেউসকল যিমান ভাল, সিমান কালো। একোজনী ৰাজকুমাৰীয়ে ৰজাঘৰ আৰু দেশৰ কল্যাণৰ কাৰণে শত্ৰু ৰজালৈ উপহাৰ ৰূপে যাব লগাত পৰে। নিজৰ আশা-আকাংক্ষা জলাঞ্জলি দিও আদেশ মানি লয়। তাইৰো সেয়ে হ'ব!

ফুলেশ্বৰীক এজন বৈষ্ণৱ সত্ৰীয়া যুৱকে মন কৰিছিল। কিন্তু তাৰ ঘৰৰ পৰা নটী আৰু নট বংশৰ ছোৱালী বুলি উপহাস কৰিলে। ডেকাটোৰো সাহস নহ'ল। এতিয়া তাৰেই পোতক তুলিব তাই। ৰজা শাক্ত। শক্তি আৰাধনা কৰিবলৈ এতিয়া অনেক সুবিধা ওলাব। ৰাজকাৰেঙত তাই বিলীন হৈ যাব। লিগিৰী, তামুলী লিগিৰী বা ৰজাৰ হাতধৰা লিগিৰী অথবা নটী— যি ৰূপতেই নহওক তাই ৰজাক হাত কৰি ল'ব। তাই পাৰিব— তাই নিশ্চয় পাৰিব। ৰজাৰ চকুযুৰিত তাই প্ৰথম দিনাই আভাস দেখিছে। ৰজাই তাইক ওচৰত বিচাৰে— তাৰেই সুযোগ ল'ব।

সকলো বুজি-বাজি এদিন ফুলেশ্বৰীক ৰংপুৰলৈ লৈ যোৱা হ'ল। ছৈ দিয়া গৰু গাড়ীত তুলি চিনাতলীৰ পৰা পোনে পোনে গদাধৰ ৰজাই বন্ধোৱা ধোদৰ আলিয়েদি উজাই গৈ ৰংপুৰত ওলালগৈ। পিতৃ-মাতৃ আৰু কেইজনমান আপোন মানুহে তাইক কাৰেঙত থৈ আহিলগৈ।

তাইৰ ঘৰখন এৰিবলৈ বেয়া লাগিছিল! কিন্তু...

অলপ দিনৰ ভিতৰতে ৰজা ঘৰত তাই এখন সুকীয়া ঠাই কৰি ল'লে। ৰজাই তাইক কুঁৱৰীৰ মৰ্যাদা দিলে। ফুলমতী এতিয়া ফুলেশ্বৰী কুঁৱৰী হ'ল। ৰজা শিৱসিংহৰ লাগী পাটমাদৈ।

কিছুদিনৰ পিছতে ৰজাৰ ছত্ৰভঙ্গ যুগ পৰাত ফুলেশ্বৰী বৰৰজা নাম লৈ শাসন চলাবলৈ পালে। তেতিয়াৰ পৰা ৰজাই ফুলেশ্বৰীৰ লগত আলোচনা নকৰাকৈ কোনো নতুন কাম কৰা নাই। ডুবি দেৱালয়ত দেৱদাসী দিয়া নিদিয়াৰ বিষয়ে ৰজাই ফুলেশ্বৰীৰ লগত আলোচনা কৰিলে। অৱশেষত দেৱদাসী দিয়াত ৰাণীয়ে মত দিলে। দেৱগাঁৱৰ নেঘেৰীটিঙৰ আদৰ্শত দেৱদাসী আৰু গায়ন-বায়ন দিবলৈ ঠিক হ'ল। শিৱসিংহই সেইমতেই ব্যৱস্থা কৰোৱালে।

# চৌধ্য

শিৱসিংহৰ আদেশত প্ৰথমতে খেৰ-বাঁহ-কাঠৰ দ্বাৰা এটি কিছু আহল-বহল সভাঘৰ নিৰ্মাণ কৰা হ'ল। চৌহদটোৰ এহাতে কাম-বন কৰিবলৈ পঠোৱা পাইক-সেৱাইত থাকিবৰ বাবে উপযুক্তভাৱে এটা দীঘল ঘৰ সজা হ'ল। সভাঘৰৰ আনহাতে গায়ন-বায়ন আৰু দেৱদাসী থাকিবৰ বাবেও সুকীয়া ঘৰ এটা সাজি উলিয়ালে।

ৰজাৰ নিৰ্দেশ মতেই লিঙ্গ-গৃহ বা মূল মন্দিৰভাগ সজা হ'ল। গৰ্ভগৃহ সমন্বিতে চাৰিকোণীয়াকৈ সজা এই মন্দিৰ ডাঙৰ ডাঙৰ শিলাখণ্ডৰে নিৰ্মাণ হ'ল। শিলাখণ্ডবোৰ বহুত পুৰণি। পূৰ্বতে কোনো লোকে স্থায়ীকৈ নিৰ্মাণ কৰা মন্দিৰত এইবোৰ নিশ্চয় ব্যৱহৃত হৈছিল। শিৱলিঙ্গ থকা ঠাইখনৰ পিছফালে থকা দ ঠাইখনৰ পৰা এই শিলবোৰ উদ্ধাৰ কৰা হৈছিল। খনিকৰৰ নিৰ্দেশত নিয়মানুসাৰেই মন্দিৰভাগ সজা হ'ল।

সকলো সম্পূৰ্ণ হোৱাৰ খবৰ পাই ৰজা শিৱসিংহ আৰু বৰৰজা ফুলেশ্বৰী কুঁৱৰী আহি ডুবি বাহৰত উপস্থিত হ'ল। দিন-বাৰ চাই মন্দিৰত এটা উছৱৰ আয়োজন চলিল।

শিৱসিংহই এখন তামৰ ফলি নিৰ্মাণ কৰাই ডুবিৰ এই পৰিহৰেশ্বৰ দেৱালয়লৈ ভূমি-সম্পত্তি, পাইক আদি যোগান ধৰা বুলি উল্লেখ কৰি শক-তাৰিখ দিলে। উল্লেখ কৰা হ'ল যে গায়ন-বায়নসহ দেৱদাসীও মন্দিৰত থাকিব।

ফলিখনত সম্পত্তিৰ উল্লেখ কৰা হ'ল।

ফলি মতে মন্দিৰলৈ আগবঢ়োৱা মাটিৰ পৰিমাণ সাতশ ষাঠি পুৰা। ইয়াৰে কিছুমান নিষ্পিখেৰাজ আৰু কিছুমান লাখেৰাজ। মন্দিৰৰ পূজাৰী, গায়ন-বায়ন-নৰ্তকী, পাইক-সেৱাইত আদিৰ ভৰণ-পোষণ ইয়াৰ পৰাই হ'ব। নিষ্পিখেৰাজ পাইক আৰু নটীৰ বাবে দিয়া হৈছে। পাইকৰ সংখ্যা বাৰ গোট। নটী বা দেৱদাসী দুজনী।

গায়ন-বায়নৰ দলটো এজন কাথ-বায়নৰ তলত। ৰুদ্ৰসিংহৰ দিনতে দেৰগাঁৱৰ পৰা এটা গায়ন-বায়ন-নটুৱাৰ দল ৰাজ্যৰ বাহিৰত শিকাই-বুজাই নেঘেৰীটিং শিৱ মন্দিৰৰ বাবে অনাইছিল। তাৰ পৰাই গায়ন-বায়নৰ দল এটা পৰিহৰেশ্বৰৰ বাবে নিয়োগ কৰা হ'ল।

নেঘেৰীটিঙত কেইবাজনীও প্ৰশিক্ষিত নৰ্তকী তথা দেৱদাসী আছিল। তাহাতৰ মাজৰে ভূঁইপ্ৰিয়া নামৰ এজনী ধুনীয়া নৰ্তকীক দেৱদাসী ৰূপে পঠাবলৈ ফুলেশ্বৰীয়ে ৰজাক পৰামৰ্শ দিলে। ভূঁইপ্ৰিয়াৰ লগত আৰু এজনী নতুন নৰ্তকী লোৱা হ'ল।

কাথ বায়নৰ নেতৃত্বত গায়ন-বায়ন আৰু নৰ্তকীৰ দলটো এখন নাৱত দিচৈয়েদি গৈ ব্ৰহ্মপুত্ৰৰ বুকুত পৰিল। দলটো ভটীয়াই গৈ এদিন পৰিহৰেশ্বৰত উপস্থিত হ'লগৈ। তাৰ পিছত নিৰ্দিষ্ট দিনটোলৈ সকলোৱে বাট চাই ৰ'ল।

নিৰ্দিষ্ট দিনটো আছিল শিৱচতুৰ্দশী। ফাগুন মাহ। শিৱৰাত্ৰি। ৰজা-বৰৰজা দুয়ো ডুবিত উপস্থিত হৈ আয়োজনৰ খবৰ বাতৰি ল'লে। শিৱসিংহই বজালী অঞ্চলৰ বহুত লোকক নিমন্ত্ৰণ দিয়াইছিল। নিৰ্দিষ্ট দিনটোৰ আগবেলাতে সেইসকল ডুবি মন্দিৰৰ চৌহদত উপস্থিত হৈ নিজনিজ কৰ্মত প্ৰবৃত্ত হ'ল।

শৈৱ-শাক্ত-বৈষ্ণৱ-তান্ত্ৰিক-বৌদ্ধ সকলো মানুহৰ মাজত উলাহৰ সৃষ্টি হ'ল। আবাল-বৃদ্ধ-বনিতা সকলো মানুহৰ সমাগত বিৰ দি বাট নোপোৱা অৱস্থাৰ সৃষ্টি হ'ল। শাৰী পাতি পাতি মানুহে বিগ্ৰহ তথা লিঙ্গ দৰ্শন কৰিলে। পূজাৰ আয়োজন চলি থকাৰ বাবে মানুহবিলাকে দূৰৰ পৰাই নিৰীক্ষণ কৰিব লগাত পৰিল।

যথা সময়ত ৰজা শিৱসিংহ আৰু ৰাণী ফুলেশ্বৰী মন্দিৰ প্ৰাঙ্গণত উপস্থিত হ'ল। পূজাৰী ৰঘুবৰ শৰ্মাৰ নেতৃত্বত দহ-বাৰজনীয়া ব্ৰাহ্মণ পূজাৰী দল এটাই মন্ত্ৰ উচ্চাৰণেৰে দুয়োকে স্বাগত জনালে। ফুলেশ্বৰীয়ে ৰঘুবৰ পূজাৰীৰ হাতত পাট কাপোৰেৰে মেৰিয়াই অনা এটি পিতলৰ মূৰ্তি দিলে। এই মূৰ্তি দুৰ্গা গোসাঁনীৰ। ৰাণীয়ে ৰংপুৰতে এই মূৰ্তি নিৰ্মাণ কৰাই আনিছে। পৰিহৰেশ্বৰ শিৱমন্দিৰত শিৱৰ লগতে এতিয়াৰ পৰা দুৰ্গাদেৱীৰো আৰাধনা পূজা-পাতল নিয়মীয়াকৈ হৈ থাকিব।

মূৰ্তিভাগ গ্ৰহণ কৰি ৰঘুবৰ শৰ্মাই এজন শক্তি পূজাৰীৰ হাতত ওতালিকে সভাঘৰৰ পূব কোঠাত প্ৰতিষ্ঠাৰ বাবে সমৰ্পণ কৰিলে। তেওঁ লগতে ক'লে— 'পূৰ্বতে এই মন্দিৰত ভগৱতীৰ অৰ্চনা বন্দনা হৈছিল বুলি শুনা যায়। পুৰণি মূৰ্তি এতিয়ালৈকে উদ্ধাৰ হোৱা নাই। কাষৰ জাৰণিখনত এতিয়াও বহুত বস্তু বিলুপ্ত হৈ আছে। তাত এনে মূৰ্তি ওলাবও পাৰে।'

ফুলেশ্বৰীয়ে ক'লে— 'এতিয়াৰ পৰা গোসাঁনীৰ নিয়মীয়া পূজা হ'ব। শাৰদীয় পূজাভাগ ধুমধামেৰে হ'ব লাগিব।'

ৰঘুবৰে শলাগিলে। হ'ব, সেই মতেই হ'ব।

সময়ত পূজা-পাতল আৰম্ভ হ'ল। ৰজা নিজে আহি মন্দিৰ কক্ষত উপস্থিত হ'ল। ফুলেশ্বৰীও আহিল। মন্ত্ৰৰ উচ্চাৰণ ধ্বনিৰ মাজত দুয়ো শিৱ-সনাতনলৈ সেৱা জনালে। লগে লগে চৌহদত হাজাৰ হাজাৰ মানুহে প্ৰণিপাত জনালে। 'বম বম' ধ্বনিত আকাশ-পাতাল ৰজনজনাই গ'ল।

নিয়মানুসাৰে দুৰ্গাদেৱীৰো প্ৰতিষ্ঠা হ'ল। পৰিহৰেশ্বৰে এক নতুনত্ব লাভ কৰিলে। একে সময়তে বুঢ়ী দেৱদাসী সোণফুলীৰ লগত ভুঁইপ্ৰিয়া আৰু আনন্দী নৰ্তকীয়ে

মন্দিৰত প্ৰৱেশ কৰিলে। শংখ-ঘণ্টা-দবা-কাঁহৰ ধ্বনিত তেওঁলোকে আৰতি আৰম্ভ কৰিলে। বুঢ়ী সোণফুলীয়ে সোলা মুখেৰে এটা গীত গালে। ভুঁইপ্ৰিয়াই নাচিলে। তাৰ পিছত দেৰগঞা গায়ন-বায়ন আহিল। আৰম্ভ হ'ল দেৱদাসীৰ নৃত্য। ভুঁইপ্ৰিয়াৰ ছন্দোবদ্ধ নৃত্যত যেন সাৰ পাই উঠিল তমোহৰ দেউ, নটৰাজ শিৱ। মন্দিৰৰ চৌহদত উপস্থিতসকলৰ অনেকেই আৰতিৰ ছন্দত নাচিবলৈ ধৰিলে।

এনে আনন্দ-ধেমালি চলি থাকিল। সকলো উছৰ্গা সম্পূৰ্ণ কৰি ৰজা আৰু বৰৰজা বাহৰলৈ উভতি গ'ল। বিষয়া-অমাত্যয়ো ৰজাৰ পিছ ল'লে। উপস্থিত ৰাইজো কিছু কমিবলৈ ধৰিলে।

ৰাতিলৈ চতুৰ্দশী বিহিত পূজা সমাপন ঘটিল। পুৱালৈ মন্দিৰ পৰিষ্কাৰ কৰা হ'ল। সোণফুলী বুঢ়ীৰ লগত ভুঁইপ্ৰিয়া আহি উপস্থিত হৈ দুগছ তৈল-বন্তি জ্বলালে। নিজৰ নিজৰ অভিপ্ৰায় মনতে স্মৰণ কৰিলে। মন্দিৰৰ একাষত বহিলৈ সোণফুলী বুঢ়ীয়ে ভুঁইপ্ৰিয়াক কিছুমান অতীতৰ কথা কৈ গ'ল। তাৰ পিছত বিগ্ৰহলৈ উছৰ্গিত দেৱদাসীৰ বিপদসমূহৰ আভাস দিলে।

'ৱিগ্ৰহৰ লগত যদি তোমাৰ বিয়া হয়, সাৱধান। পূজাৰী দুৰ্বল হ'লে— ভোগৰ সামগ্ৰীত পৰিণত হ'ব লাগিব। মন্দিৰৰ পূজাৰী, সন্ন্যাসী-অভ্যাগতক সঙ্গ-সুখ দিব লগা হব পাৰে। আতাইতকৈ ভয় মন্দিৰলৈ অহা ৰজাৰ বিষয়া সামন্তৰ। নিজৰ মন ডাঠ কৰিলে অৱশ্যে এইবোৰেও একো কৰিব নোৱাৰে।'

'বুজিছু আই! যুগে যুগে মন্দিৰৰ দেৱতাৰ নামত আমি দেৱদাসীবোৰ পুৰি ছাই হৈ গৈছোঁ। কুমাৰীত্ব, নাৰীত্ব সকলো হেৰুৱাইছোঁ। আমাৰ পাপৰ দেহা। আমাৰ দেহটো ধৰ্মৰ নামতো নৰকগামী কৰি তোলা হয়।

'বৰ্তমানৰ পূজাৰীজন অতি সৎ স্বভাৱৰ গৃহীলোক। তেওঁ তোমালোকক বিগ্ৰহৰ নামত উপভোগ কৰাৰ কথা ভাবিব নোৱাৰে। কিন্তু, বাকী মানুহবোৰৰ পৰা নিজক বচাই ৰাখিবা। দিনকাল কিছু সলনিও হৈছে। মই শুনিছোঁ, নেঘেৰীটিঙৰ দেৱালয়ৰ দেৱদাসী-নৰ্তকী এনেবোৰ গোপন কাৰ্যৰ বলি নহয়। তেওঁলোকে নিজৰ পৰিয়ালত থাকি মন্দিৰত সেৱা আগবঢ়াব পাৰে। ইয়াতো এই নিয়ম হ'ব লাগে।... যি কোনো প্ৰকাৰে নিজত্ব বজাই ৰাখিবা। এই মন্দিৰত কালিকা আছে। লাহে লাহে ধৰিব পাৰিবা।'

সোণফুলীয়ে এইদৰে বহুত পৰামৰ্শ দাঙি ধৰিলে। ভুঁইপ্ৰিয়াই হা কৈ মুখ মেলি শুনি গ'ল।

## পোন্ধৰ

হাৰুপেশ্বৰ ডুবিৰ দেৱালয় আন এটি যুগত উপস্থিত হ'ল। আহোম ৰজাৰ পৃষ্ঠপোষকতাত মন্দিৰ পৰিচালনা নিয়াৰিকৈ হ'ব ধৰিলে। দেৱদাসী, গায়ন-বায়ন, সেৱাইত, পাইক একোৰে অভাৱ নাই। দিনৰ পূজাৰ পৰা সন্ধিয়াৰ আৰতিলৈকে মন্দিৰ এতিয়া ৰজনজনাই থাকে।

স্থায়ী পূজাৰী ৰঘুবৰ শৰ্মা। বংশানুক্ৰমে এই পূজাৰী পৰিচালক ৰজা শিৱ সিংহই নিয়োগ কৰি গৈছে। অৱশ্যে তেওঁক অন্য লোকেও পূজা-পাতলত সহায় কৰাত বাধা নিষেধ নাই।

মন্দিৰৰ পূজা-পাতলৰ পৰা নটী-নাচলৈকে সোণফুলীয়ে চকু ৰাখে। ৰঘুবৰে বিভিন্নজনৰ আগত সোণফুলী কালিকালগা তিৰোতা বুলি কৈ আহিছে। তেওঁৰ ঘৰত কপিলী গাইজনী এতিয়াও আছে। কপিলীয়ে প্ৰতিদিনে সোণফুলীক বিচাৰি আহে। তেওঁ দিনটোত এবাৰমান হ'লেও গৰুজনীৰ মূৰত হাত ফুৰাই দিব লাগিব। সোণফুলীয়ে তাইলৈ মন্দিৰৰ কল-বন থৈ দিয়ে। কপিলীৰ গাখীৰেৰে এতিয়াও লিঙ্গভাগ ধৌত কৰা হয়।

সন্ধিয়াৰ আৰতিত কাথ-বায়নে খোলত বোল দিয়ে। এজনে মৃদঙ্গ লয়। বোল কিন্তু একেই। তেওঁ বজায়—

'তাক্ ধিনা ধিৎ তাক্ কুৰু
তাক্ ধিনা ধিৎ তাক্ কুৰু
তাক্ ধিনা ধিৎ তাক্ কুৰু
অ' কি ধেই ধেই ধেই
ধিনিকি ধিনিকি খিতা
খিতিক্ খিতিক্ ধিন
তাক্ ধিনা
ধিনিকি ধিনা খিতা
ধিন্ ধেই ধিন ধেই তা ধিন্...

তাৰ পিছত ভূঁইপ্ৰিয়াইঁতে নাচে— ভাৰত নাট্যম, কথক আৰু সত্ৰীয়া আৰ্হিৰ মিশ্ৰ নাচ। নেঘেৰীটিঙৰ প্ৰচলিত শৈলী।

নানা বোল। নানা চেও। নানা মুদ্ৰা— নানা লয়। নাচনীয়ে ছেৱে ছেৱে মুদ্ৰা প্ৰয়োগ কৰে। লাস্যময়ী নাচত দেৱতাও যেন জাগ্ৰত হৈ পৰে। মাজে মাজে পূজাৰীৰ মন্ত্ৰ পাঠৰ গাম্ভীৰ্যতা; গায়ন দলৰ গীত-মাত ইত্যাদিয়ে মুখৰ কৰি তোলে মন্দিৰৰ চৌহদ।

ইফালে শিৱসিংহই নিয়োগ কৰি যোৱা খনিকৰসকলে শিল-ইটাৰ স্থায়ী মন্দিৰ নিৰ্মাণত আগবাঢ়ি গৈ থাকিল। আধামান নিৰ্মাণ আগবঢ়াৰ সময়তে শিৱসিংহ ৰজা স্বৰ্গগামী হ'ল। পিছত ৰজা হ'ল তেওঁৰ কনিষ্ঠ ভ্ৰাতৃ ৰাজেশ্বৰ সিংহ তেৰোঁ পিতৃ ৰুদ্ৰসিংহ, ভ্ৰাতৃ শিৱসিংহৰ দৰেই ৰাজ্যখনৰ বিভিন্ন স্থানত মঠ-মন্দিৰ নিৰ্মাণত গুৰুত্ব দিছিল। ডুবি মন্দিৰ নিৰ্মাণতো তেওঁ গুৰুত্ব প্ৰদান কৰিলে। কিন্তু মন্দিৰ সম্পূৰ্ণ হৈ উঠাৰ আগতে তেওঁৰো মৃত্যু হ'ল। তেতিয়া ৰুদ্ৰ সিংহৰ সৰ্বকনিষ্ঠ পুত্ৰ লক্ষ্মীসিংহই দায়িত্ব গ্ৰহণ কৰিয়েই ডুবিৰ কাৰ্য সম্পূৰ্ণ কৰাত গুৰুত্ব দিলে। লিঙ্গ স্থাপনৰ কাৰণে তেওঁ দীঘে দহ হাত, প্ৰস্থে দহ হাতৰ চাৰিকোণীয়া গহ্বৰ বা গৰ্ভগৃহটি পকী কৰাই কাম সম্পূৰ্ণ কৰালে। এনেতে আহি পৰিল ১৭৭০ খ্ৰীষ্টাব্দ। শিৱচতুৰ্দশীৰ দিনটোতে নতুন মন্দিৰটি লক্ষ্মীসিংহ স্বৰ্গদেৱে মন্ত্ৰ পাঠ অনুষ্ঠান পাতি ৰাইজলৈ উছৰ্গা কৰিলে।

সেই দিনটোলৈ কিন্তু সোণফুলী বুঢ়ী জীয়াই নাছিল। ৰঘুবৰো যথেষ্ট বুঢ়া হৈছিল। ভুঁইপ্ৰিয়াৰ মুখতো বয়সৰ আঁচোৰ পৰিছিল।

তথাপি তাই নৰ্তকী, মন্দিৰৰ মূল দেৱদাসী। আনজনী নাচনী তেতিয়াও লাৱণ্যময়ী আছিল। তাইৰ নাম নৱপ্ৰিয়া ৰখা হৈছিল। নৱপ্ৰিয়াৰ উদ্দাম নৃত্যত বহু লোক মুগ্ধ হৈছিল। আনকি মন্দিৰ উছৰ্গাৰ দিনা স্বৰ্গদেউ লক্ষ্মীসিংহই তাইকো প্ৰশংসা কৰিছিল। কিন্তু ককায়েক শিৱসিংহৰ দৰে নৰ্তকীক অন্তেষপুৰলৈ আদৰণি জনোৱা নাছিল।...

নতুন মন্দিৰভাগ উৎসাহ-উদ্দীপনাৰে ভৰি পৰিল। গায়ন-বায়নৰ দলটোৰ চেষ্টাত থলুৱা কেইজনীমান পাট গাভৰুক নৃত্য শিকাবলৈ বিচাৰি আনিলে। সিহঁত মন্দিৰৰ উছৰ্গিত দেৱদাসী নহয়। নৃত্য-গীতত পটু হ'লে দেৱদাসী হ'ব পাৰিব। ভুঁইপ্ৰিয়াই সোণফুলীৰ নিৰ্দেশতে এনে এটা মুকলি সিদ্ধান্ত লোৱালে। কলাৰ নামত ব্যভিচাৰ যাতে নহয়, পাষাণ প্ৰতিমা বা শিলৰ বিগ্ৰহক সাবটি জীৱন-যৌৱন কোনেও নিক্ষেপ কৰিব নালাগে। কিন্তু এই নৃত্যাঙ্গনাসকলৰ পদে পদে বিপদ। সমাজখনত তেতিয়াও নৰখাদক মানুহৰ অভাৱ হোৱা নাছিল।

তেনেহ'লে দেৱদাসী তথা মন্দিৰৰ নৰ্তকীসকলৰ ভৱিষ্যৎ কি! দেৱতাৰ চৰণত প্ৰেমাঞ্জলি যাচি যাচি নিঃশেষ হৈ যোৱা শত শত ৰম্ভা-মেনকাৰ দৰেই ভৱিষ্যতৰ দিনতো জাহ গৈ থাকিব নেকি!

—ভুঁইপ্ৰিয়াই ভাবিলে সকলো মন্দিৰত থকা দেৱদাসীসকলক এক কৰিব পৰা হ'লে! কোনে কৰিব, কেনেকৈ কৰিব! তাই বিগ্ৰহৰ ওচৰত দীঘল দি পৰি প্ৰাৰ্থনা জনালে— 'হে প্ৰভু নটৰাজ! তুমি কলাকাৰ, আমি তোমাৰ দাসী। আমাক ৰক্ষা কৰাৰ দায়িত্ব কেৱল তোমাৰ! তোমাৰ প্ৰভু! আমাক তুমি ৰক্ষা নকৰিবা নে প্ৰভু?'

# ষোল্ল

তেতিয়া সমগ্ৰ ভাৰতবৰ্ষ জুৰি ব্ৰিটিছ শাসনৰ প্ৰৱৰ্তন ঘটিছে।

মন্দিৰবিলাক বহু পৰিৱৰ্তন আহিছে। ভাৰতবৰ্ষত ব্ৰিটিছ শাসন প্ৰচলন হ'বলৈ ধৰাৰ পৰা এটা নতুন যুগৰ সোঁত বলিবলৈ ল'লে। নতুন বতাহত ভাৰতবৰ্ষৰ কিছুমান অন্ধ ৰীতি-নীতিৰ প্ৰক্ষালন ঘটিল। নতুন শিক্ষা-দীক্ষাৰ উন্মোচন ঘটিল ঠায়ে ঠায়ে স্কুল-কলেজ গঢ় লৈ উঠিল। নাৰী শিক্ষাৰো পথ মুকলি হ'ল।

অষ্টাদশ-ঊনবিংশ শতিকাৰ সন্ধি কালত বঙ্গদেশৰ বিখ্যাত সমাজ বিপ্লৱী ৰাজা ৰামমোহন ৰায়ৰ নেতৃত্বত সতীদাহ প্ৰথাৰ বিৰুদ্ধে আন্দোলন, নাৰীৰ সম্পত্তিত অধিকাৰ, পাশ্চাত্য শিক্ষাৰ সম্প্ৰসাৰণৰ সপক্ষে যি আন্দোলন হৈছিল, সেয়া ব্ৰিটিছশাসন সমৰ্থনত কাৰ্যকৰী হৈ উঠিল। সম-সাময়িক কালতে ঘাইকৈ ঊনবিংশ শতিকাৰ মাজভাগত বঙ্গদেশৰে ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰৰ যত্নত স্ত্ৰী-শিক্ষাৰ প্ৰসাৰ, বিধৱা বিবাহ প্ৰচলন, পুৰুষৰ বহুবিবাহ বন্ধ আদি বিষয়ে গুৰুত্ব লাভ কৰাত নাৰীৰ অধিকাৰ সাব্যস্ত হ'বলৈ ধৰিলে। পুৰণি সমাজ ব্যৱস্থা আৰু অন্ধবিশ্বাস আদিৰ বিৰুদ্ধে নৱশিক্ষিতসকল মূৰ দাঙি উঠিল। এইবিলাক নতুন ব্যৱস্থাই ভাৰতবৰ্ষত জোকাৰণি তুলিলে। ঊনবিংশ শতিকাৰ শেষাৰ্ধত অসমতো আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা আদিৰ প্ৰচেষ্টাত নতুন যুগৰ নতুন প্ৰবাহ বলিবলৈ ধৰিলে।

ঊনবিংশ শতাব্দীত আগভাগৰে পৰা মাদ্ৰাজত নাৰীবিষয়ক আৰু এটি আন্দোলন আৰম্ভ হ'ল। ই হ'ল প্ৰাচীন সমাজ সমৰ্থিত গণিকা প্ৰথা তথা মন্দিৰ গণিকা দেৱদাসী প্ৰথাৰ বিলোপন। সেই সময়ত (তামিলনাড়ু) মন্দিৰ গণিকাই প্ৰতিটো মন্দিৰত কলুষিত ৰূপ গ্ৰহণ কৰি সমাজখনকেই বিপথগামী কৰি তুলিছিল। পূজাৰী, সন্ন্যাসী, শাসক, ধনবানসকলৰ কবলত পৰি দেৱদাসী-নটী-নৃত্য পটিয়সীসকলে ভূত-ভৱিষ্যৎ হেৰুৱাই পেলাইছিল। সমাজতো ধৰ্মৰ দোহাই দি বেশ্যাৰ সমাগম হৈছিল। তেতিয়াই ইয়াৰ বিৰুদ্ধে এই আন্দোলন আৰম্ভ হৈছিল।

কিন্তু শুনে কোনে? পণ্য সামগ্ৰীত পৰিণত কৰি নাৰীসকলক উপভোগ কৰাৰ

কৰা হৈছিল। তাতকৈ যেন নাৰীৰ আন মূল্য নাই। কিন্তু, দক্ষিণাত্যৰ শক্তিশালী ব্ৰাহ্মণ-পূজাৰী আৰু বিত্তশালীসকলক ইয়াৰ পৰা নিবৃত্ত কৰিব নোৱাৰিছিল। নাৰী আৰু পৃষ্ঠপোষকসকলেও ধৰ্মৰ দোহাই দিছিল। নাৰীয়ে বিদ্ৰোহ কৰাৰ ক্ষমতা তেতিয়া একেবাৰে হেৰুৱাই পেলাইছিল।

অষ্টাদশ শতিকাৰ শেষৰফালে পৰিহৰেশ্বৰ ডুবিৰ এজনী অখ্যাত দেৱদাসীয়ে কেনেকৈ, প্ৰথাটোৰ বিৰোধিতা কৰিব! পাষাণ বিগ্ৰহৰ ওচৰত আত্মসমৰ্পণ কৰাৰ বাদে তাইৰ কোনো পথ নাছিল।

সময়বোৰ পাৰ হৈ গৈ আছিল। ভুঁইপ্ৰিয়াহঁতেও পৰিহৰেশ্বৰৰ পৰা মুক্তি লভি এদিন অজান দেশলৈ গুচি গ'ল। নতুন নতুন পূজাৰী, নতুন নতুন দেৱদাসী নৰ্তকী আহিল গ'ল। দেশখনো ব্ৰিটিছৰ তললৈ গ'লত স্বাধীনতাৰ বেলি মাৰ গ'ল। কিন্তু ঊনবিংশ শতিকাৰ ডুবি পৰিহৰেশ্বৰত পূজা-পাতল একেদৰে চলি থাকিল। সন্ন্যাসী-যোগী আহিয়েই থাকিল। দুই-এজন পূজাৰীৰ বাদে বাকীবিলাকৰ লোলুপতাৰ তেতিয়াও শাম নাকাটিল।

দেৱদাসীহঁতৰ হা-হুতাশৰ মাজেদি যৌৱন-জীৱন লেৰেলি গ'ল। ভুঁইপ্ৰিয়াৰ আদৰ্শ নৰ্বাপ্ৰিয়াহঁতে ৰাখিব নোৱাৰিলে। নামত চিৰকুমাৰী দেৱদাসীৰ তালিকাত কৃষ্ণপ্ৰিয়া, নীলাপ্ৰিয়া, হালধীপ্ৰিয়া, কৌশলা, সুশীলা, সৰলা, যামিনী, মীনেশ্বৰী, সভাৰাণী আদি অনেকজনীক মন্দিৰলৈ দেৱদাসী কৰি পঠোৱা হ'ল। বিগ্ৰহৰ গাত কপাল খুন্দিয়াই খুন্দিয়াই অতৃপ্ত জীৱন-যৌৱনৰ বাসনা দেৱতাৰ ওচৰত ব্যাপ্ত কৰিলে। কিন্তু দেৱতাৰ চৰণৰ পৰশ এই নিবেদনে নাপালেগৈ। প্ৰায়বোৰেই অতৃপ্ত বাসনা আৰু হা-হুতাশৰ মাজত হেৰাই গ'ল।

তথাপি, বাহিৰৰ মন্দিৰৰ তুলনাত ডুবি, হাজো আদিত পৱিত্ৰতাৰ আংশিক সংৰক্ষণ হ'ল।... গায়ন-বায়নৰো পৰিৱৰ্তন হ'ল। নৃত্যশৈলীৰো পৰিৱৰ্তন ঘটি থলুৱা প্ৰভাৱ পৰিবলৈ ধৰিলে। সত্ৰীয়া নৃত্যশৈলীৰ প্ৰৱেশ ঘটিল। দেৱদাসীৰ কঠোৰ নিয়ম সলনি হৈ নিজাঘৰত থকাৰো অধিকাৰ পালে। কিন্তু সিহঁতৰ প্ৰতি সামাজিক দৃষ্টিৰ পৰিৱৰ্তন নঘটিল।

সময়ে বিংশ শতাব্দীত ভৰি দিলে। পৰিহৰেশ্বৰত এতিয়া দেৱদাসী কৌশলাপ্ৰিয়া আৰু বৈয়াপ্ৰিয়া। দুয়োজনী থলুৱা ছোৱালী হোৱাৰ বাবে পৱিত্ৰতাৰ মাজেদি ঘৰুৱা বায়নৰ বোলত দেৱদাসী নৃত্যাঙ্গনা হৈ উঠিল।

ইতিমধ্যে ভাৰত জুৰি দেৱদাসী প্ৰথা বিলুপ্তিৰ আন্দোলন সফল হ'ল। ১৯২৯ চনত মাদ্ৰাজকেন্দ্ৰিক গণিকা প্ৰথা, দেৱদাসী প্ৰথা বিলোপ কৰি এখন আইন গৃহীত

হ'ল। ব্ৰিটিছ চৰকাৰে সমগ্ৰ দেশতে এই আইন প্ৰযোজ্য কৰিলে। কিন্তু কাৰ্যক্ষেত্ৰত ই সফল নহ'ল। ধূৰ্ত পূজাৰী আৰু মন্দিৰ কৰ্তৃপক্ষই ইয়াক কিছু গোপন কৰি প্ৰথাটো চলায়েই থাকিল।

মন্দিৰৰ নটী দেৱদাসীয়ে বহুত কামাতুৰৰ কাম-চৰিতাৰ্থ কৰিছিল। এনে ব্যৱস্থা বাহাল ৰখাৰ বাবে দাক্ষিণাত্যৰ ফালে প্ৰচেষ্টা চলিয়েই থাকিল। পূৰ্বতকৈ কিছু পৰিমাণে দেৱদাসীৰ সংখ্যা কম কৰি দেখুৱালেও তলে তলে ইয়াক চলাই ৰাখিলে। তাতে এই শ্ৰেণী নটী-দেৱদাসীৰ অন্য জীৱন ধাৰণৰ পথো নাছিল।

আনহাতে ভাৰতৰ স্বাধীনতা আন্দোলন তুঙ্গত থকাত বিদেশী প্ৰশাসকসকল সেই কাৰ্য প্ৰতিহত কৰাত ব্যস্ত আছিল। কঠোৰভাৱে দেৱদাসী প্ৰথা নিয়ন্ত্ৰণ কৰাত সিহঁতে মনোযোগো দিয়া নাছিল।...

তথাপি ডুবি মন্দিৰত ইয়াৰ প্ৰভাৱ পৰিছিল। মন্দিৰৰ পৰিচালকসকলে কোনো নতুন দেৱদাসী গ্ৰহণ নকৰাৰ সিদ্ধান্ত ল'লে। কৌশলাপ্ৰিয়া আৰু বৈয়াপ্ৰিয়াই হ'ব শেষ দেৱদাসী। তদুপৰি এই দুজনী দেৱদাসী পূৰ্বৰে পৰা নিজ পৰিয়ালৰ লগতে আছিল। গতিকে, সমস্যাটো ডুবিৰ ক্ষেত্ৰত যথেষ্ট লাঘৱ হৈ ৰ'ল।...

তথাপি... তথাপি... তথাপি...

অৱশেষে ডুবি পৰিহৰেশ্বৰত দেৱদাসী প্ৰথা সম্পূৰ্ণৰূপে বিলুপ্ত হৈ পৰিল। বৈয়াপ্ৰিয়াহঁতৰ কাম নাইকিয়া হৈ পৰিল। কিন্তু, পৰিয়ালৰ লগত থাকিলেও সমাজত সিহঁতৰ স্থান নহ'ল। চিৰকুমাৰী এই দুজনী তিৰোতাৰ যৌৱন-জীৱন যেন বাস্তৱিকতে অথলে গ'ল।

বায়নসকলৰ লগত আলোচনা কৰি দেৱদাসীৰ নৃত্য-শৈলীক জীয়াই ৰখাৰ প্ৰচেষ্টা চলিল কৌশলাপ্ৰিয়াৰ পিতৃ দুৰ্গাৰাম বায়ন আৰু বৈয়াপ্ৰিয়াৰ পিতৃ ৰাজ বায়নৰ সমৰ্থনৰ ৰত্ন তালুকদাৰ আগবাঢ়ি আহিল। তালুকদাৰে বিষ্ণুপ্ৰসাদ ৰাভাৰ পৰাও দেৱদাসীৰ মুদ্ৰা আদি সংৰক্ষণৰ বিষয়ত পৰামৰ্শ গ্ৰহণ কৰিলে। দুয়োজনী দেৱদাসীৰ পৰা উদ্ধাৰ হ'ল— বহুতো মুদ্ৰা, বহুতো নৃত্যৰ লহৰ।

অসমত দেৱদাসী এতিয়া এবিধ নৃত্যশৈলী। কিন্তু এই নৃত্যই দেৱদাসীৰ উছৰ্গিত জীৱনৰ হা-হুতাশ, যৌৱন-জীৱনৰ হেৰাই-যোৱা অনেক স্বপ্নৰ মৰ্মন্তুদ কাহিনী সোঁৱৰাই থাকে। শিলৰ প্ৰতিমা— সেই পাষাণ বিগ্ৰহ! আজিও সহস্ৰজনৰ পূজা-সেৱা গ্ৰহণ কৰিয়েই আছে। কিন্তু সেই দেৱদাসীসকলে কান্দি কান্দি চৰণত যচা প্ৰেমাঞ্জলি অৰ্থহীন হৈ সহস্ৰাধিক বছৰীয়া পৰম্পৰাক উপহাস কৰি আছে! উপলব্ধি হয়—

আজিও যেন ৰম্ভা-মেনকাইঁতৰ অতৃপ্ত উচুপনিবোৰ আকাশে-বতাহে ওপঙি ফুৰিছে। চিঞৰি আছে যেন,

— দৰদী কবিৰ কণ্ঠত—

'কাক দিবা? দিবা কাক? মনৰ মাধুৰীৰাশি, শৰীৰৰ
শোভা সুকুমাৰ?
দেৱতাক? দেৱতাৰ নুগুচে পিয়াহ হায়, অভাগিনী
প্ৰেমেৰে আমাৰ।
দেৱতাক লাগে তেজ ৰঙা তেজ লাগে মাথোঁ মানুহৰ
আহত হিয়াৰ,
তুমি তাক প্ৰেম দিবা? চৰণত কান্দে যাৰ প্ৰেমাঞ্জলি
ৰম্ভা-মেনকাৰ।'

(দেৱদাসী ঃ দেৱকান্ত বৰুৱা)

আহত হিয়াৰ বুকুভঙা সেই কান্দোনত যেন আজিও কঁপি উঠে মন্দিৰৰ মজিয়া।